# সমকালীন মালয়ালম গল্প

সম্পাদক
এম, মুকুন্দন
অনুবাদ
মহেন্দ্ৰ বৰঠাকুৰ



নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নতুন দিল্লী

# সূচী

ভূমিকা

# ভূমিকা

ইং ১৯৩০ চনৰপৰা ১৯৫০ চনলৈ, এই সময়ছোৱা মালয়ালম কাহিনী সাহিত্যৰ সোণালী যুগ। এই কালছোৱাত মালয়ালম কাহিনী সাহিত্যৰ বিকাশ আৰু গভীৰ হয়।

১৯৩০ চনৰ পূৰ্বেও মালয়ালম সাহিত্যৰ বহুতো মৌলিক কাহিনী প্ৰকাশ হৈছিল। প্ৰকৃততে ইং ১৮৯৪ চনতেই মালয়ালম সাহিত্যত প্ৰথম মৌলিক কাহিনী প্ৰকাশ হয় আৰু তাৰ লেখক আছিল মূৰ্কোত্তু কুমাৰন। এওঁৰ প্ৰায় এশতকৈও অধিক কাহিনী প্ৰকাশ হয়। সঁচাকৈয়ে তেখেতকে মালয়ালম সাহিত্য জগতত কাহিনীৰ জন্মদাতা বুলি কব পাৰি। কিন্তু এই শতাব্দীৰ তৃতীয় দশকলৈ মালয়ালম সাহিত্যত কাহিনী সংগ্ৰহে সিমান উচ্চ মান পোৱা নাছিল। সেই সময়ৰ কাহিনীবোৰ শিল্প সৌন্দৰ্য্যহীন কেৱল বৰ্ণনা সৰ্বস্ব আছিল। আৰু কাহিনীবোৰ বিবাহ বা বীৰ ৰসযুক্ত অদ্ভুত কাৰ্য্যবোৰৰ আধাৰত ৰচনা হৈছিল।

মালয়ালম কাহিনীৰ প্ৰথম প্ৰকাশৰ চাৰি দশকৰ পিছতহে মালয়ালম সাহিত্যত আচল গল্পৰ জন্ম হয়। তেতিয়াৰ অধিক লিখকৰে ভাল ইংৰাজী জ্ঞান আছিল বাবে বিশ্ব সাহিত্যৰ এড্গাৰ এলানগো, চেখভ আদি শ্ৰেষ্ঠ কাহিনীকাৰসকলৰ গল্পবোৰ মালয়ালম সাহিত্যলৈ অনুবাদ হবলৈ ধৰে আৰু সেইবিলাকে ন ন গল্প ৰচনাৰ ক্ষেত্ৰত যথেষ্ট সমল যোগায়। তাৰ পাচত লাহে লাহে মোপাঁছা, চেখভ আদি শ্ৰেষ্ঠ কাহিনীকাৰৰ শিল্প সৃষ্টি আৰু সৌন্দৰ্য্য মালয়ালম কাহিনীবোৰত প্ৰকাশ হবলৈ ধৰে। লগতে ব্যক্তিনিষ্ঠ কাহিনীৰ ঠাইত বস্তুনিষ্ঠ কাহিনী ৰচনা হবলৈ ধৰে। ৰুছ বিপ্লৱৰ পিছত সমাজতান্ত্ৰিক দেশত প্ৰগতিশীল মাৰ্ক্সবাদী কাহিনীকাৰসকলে প্ৰেৰণা লাভ কৰে। এই যুগৰ কাহিনীকাৰৰ ভিতৰত তক্সি, কেশৱদেৱ আৰু পানকুলম কৰ্কি আদিয়েই প্ৰধান আছিল।

প্ৰায় এই কালছোৱাতেই মালয়ালম সাহিত্যত ফ্ৰয়ডৰ মনোবিজ্ঞান, দমন, আশাভঙ্গ, কুণ্ঠা আদি ৰসবো প্ৰভাব পৰে। বৈজ্ঞানিক জাগৰণ

তথা তেনে কোনো নতুন ধাৰাৰ সোঁতত নিজৰ প্ৰতিভা প্ৰকাশ কৰিবলৈ আৰু নিজ পথেৰেই অগ্ৰসৰ হবলৈ আৰু ইয়াৰ দ্বাৰাই কথা-সাহিত্যৰ বিকাশ ঘটাবলৈ এই যুগৰ কাহিনীকাৰসকল সফল হয়। তক্সি, বৰ্কি আৰু চেৰুকাটেও ছচিয়েলিষ্ট ৰিয়েলিজ্‌ম (সমাজবাদী যথাৰ্থতা) কেই কাহিনীৰ যোগেদি প্ৰকাশ কৰিব খুজিছিল। ইয়াৰ উপৰি নিজ প্ৰতিভাৰ বলতেই কাহিনীকাৰ বছিৰেও মালয়ালম কাহিনী সাহিত্যত অমূল্য বৰঙনি যোগায়। এইছোৱা সময়কেই মালয়ালম কাহিনী সাহিত্যৰ 'সোণালী যুগ' বুলি কব পাৰি। উপৰুক্ত কাহিনীকাৰৰ পিছৰ কাহিনীকাৰসকলৰ ভিতৰত পাৰুম্পুৰত্তু, মলয়াট্টুৰ ৰামকৃষ্ণন, ছি. ৰাধাকৃষ্ণন গুনিকৃষ্ণম, পুতুৰ আদিৰ নাম উল্লেখযোগ্য। মালয়ালম কাহিনী সাহিত্যত এইসকল কাহিনীকাৰে অমূল্য বৰঙনি যোগাইছিল।

সমাজবাদৰ যথাৰ্থতাৰ প্ৰামাণিক কাহিনীকাৰৰ পিছত মালয়ালম কাহিনীকাৰসকলৰ ভিতৰত দুজন প্ৰতিভাশালী এম, টি, বাসুদেৱন নায়াৰ আৰু মাধৱী কুট্টি বাসুদেৱন নায়াৰৰ কাহিনীবোৰ আছিল শিল্প সৌন্দৰ্য্যৰ সৰ্বোত্তম নমুনা। মালাবাৰ প্ৰদেশৰ পতনমুখী নায়াৰ পৰিয়ালে নিজৰ অস্তিত্ব জীয়াই ৰাখিবলৈ যি কষ্ট কৰিব লগা হৈছিল আৰু পাছত তেওঁলোকৰ কেনেকৈ ধ্বংস হ'ল সেয়েই বাসুদেৱন নায়াৰৰ কাহিনীৰ প্ৰতিপাদ্য বিষয়বস্তু হৈ পৰে। অথচ মাধৱী কুট্টিয়ে বৰ বৰ চহৰত বাস কৰা অকলশৰীয়া ব্যক্তি বা স্ত্ৰী-পুৰুষৰ সম্বন্ধৰ আধাৰত সৃষ্টি হোৱা ঘটনাক লৈয়ে শিল্পকৌশলেৰে বিষয়বস্তু প্ৰস্তুত কৰিছিল।

ইয়াৰ বাহিৰেও মালয়ালম ভাষা সাহিত্যক স্পৰ্শ কৰা কাহিনীকাৰসকলৰ ভিতৰত 'এন, পি, মুহম্মদ,' 'এম, গোবিন্দন,' 'পট্টত্তুবিলা,' 'কৰুণাকৰণ,' 'জয়দেৱন,' 'তুলসী,' আদিয়েই প্ৰধান। এওঁলোকৰ লগতে মোৰ নামটোও যোগ কৰিব পাৰে। মুহম্মদৰ কাহিনীবোৰৰ বিশেষত্ব এয়ে আছিল যে তেওঁৰ কাহিনীৰ অধিকাংশ নায়ক নায়িকাই দৈনন্দিন জীৱনত ঘটি থকা ঘটনাবোৰৰ ওপৰত ভিত্তি কৰি আত্মসত্তা বজাই ৰাখিছিল। মুছলমান সম্প্ৰদায়ৰ জীৱনৰ সুখ-দুখেও মুহম্মদৰ কাহিনীত তাল মিলাইছিল। বৈ থকা নিজৰাৰ দৰেই, তেওঁৰ ভাষাও সুন্দৰ আৰু সাৱলীল আছিল। কেতিয়াবা কেতিয়াবা তেওঁৰ কাহিনীয়ে কোৰাণ আৰু পুৰাণৰ কাহিনীৰ মাজতো বিচৰণ কৰি ফুৰা দেখা যায়।

কাহিনীকাৰ 'এম গোবিন্দন' একেধাৰে চিন্তাবিদ, প্ৰবন্ধকাৰ তথা কবিও আছিল। তেওঁৰ কাহিনীৰ অন্তৰ্ভাগত দাৰ্শনিক বুদ্ধি আৰু অগাধ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়, আৰু ই চাৰিওফালে জনপ্ৰিয়তা লাভ কৰিছিল। 'পট্টভুবিলা কৰুণাকৰণে' অতি কম সংখ্যক কাহিনী লিখিও কাহিনী জগতত এখন বিশিষ্ট আসন লাভ কৰে। তেওঁৰ ৰচনাত ভাষাৰ এক বৈশিষ্ট্য দেখা যায়। 'কৰুণাকৰণ'ৰ কাহিনীৰ নায়ক নায়িকাৰ অধিকাংশই বুদ্ধিজীৱী লোক হৈও মোহভঙ্গ বা কুণ্ঠাবোধৰ চিকাৰ হয়। এওঁলোকেই মাৰ্ক্সবাদক স্বচ্ছন্দতাৰ ৰূপ দিয়ে। 'কৰুণা-কৰণ'ৰ কাহিনীবোৰ 'বাসুদেৱন নায়াৰ' বা 'মাধবী কুট্টিৰ' কাহিনীৰ সমান সৰ্বজনপ্ৰিয় নাছিল। তথাপিও সেয়া নতুন মালয়ালম কাহিনীৰ বাবে অমূল্য বৰঙণি আছিল। প্ৰাৰম্ভিক কালছোৱাত 'তুলসী'য়েও এনেধৰ-ণেই হৃদয়স্পৰ্শী স্বচ্ছন্দতাবাদী কাহিনী লিখিছিল। পাছলৈ তেওঁৰ কাহিনীবোৰে নতুন নতুন কাহিনীৰ ৰূপত সমীক্ষা চলাবলৈ ধৰিলে আৰু সীমিত জগতত বিচৰণ কৰা নৈসৰ্গিক স্পন্দনেই কাহিনীৰ বিষয় বস্তু হিচাপে প্ৰকাশ পাবলৈ ধৰিলে।

পুৰণি চাম কাহিনীকাৰসকলৰ ধ্যান-ধাৰণা ৰূপপ্ৰধান নহৈ ভাব-প্ৰধানহে আছিল। কিন্তু তকৃসি আৰু কেশৱদেৱৰ ৰচনাশৈলী কথাবস্তু-প্ৰধান আছিল। সেই সময়ত দৈনন্দিন জীৱনৰ পীড়নৰ কাহিনী ফুটাই তুলিবলৈ যি শব্দ সম্ভাৰৰ প্ৰয়োজন তাক আয়ত্ব কৰাৰ সময়ো সিমান নাছিল।

তেওঁ দৈনন্দিন জীৱনৰ মোহভঙ্গৰ ওপৰতেই কাহিনীৰ ৰূপ দিয়ে। কিন্তু নতুন কাহিনীকাৰসকল এইখিনিকে লৈ তৃপ্ত হব পৰা নাছিল আৰু জীৱনৰ যথাৰ্থ চিত্ৰ অঙ্কনৰ দ্বাৰাও সন্তুষ্ট হোৱা নাছিল। তেওঁলোকৰ ভিতৰত বাসুদেৱন নায়াৰেই অগ্ৰণী আছিল। তেওঁৰ কাহিনীবোৰত এক চেতনাৰ স্পন্দন সঞ্জীৱিত হৈ আছে। আৰু তেনে এক জীৱন চেতনাই কাব্যাত্মক সৌন্দৰ্য্য প্ৰদান কৰে। বাসুদেৱন নায়া-ৰৰ কাহিনীৰ মাজেৰে মালয়ালম কাহিনীয়ে ভাবগীতৰ ওচৰ পাইছিল। 'এন মোহনন' আৰু 'জয়দেৱনে' এওঁৰ ভাষা অনুসৰণ কৰিয়েই আগ-বাঢ়ে। জয়দেৱনৰ বহুতো কাহিনী কবিতাৰ নিচিনা।

এন মোহননে তেওঁৰ কাহিনীক বাসুদেৱন নায়াৰতকৈ আগতেই কাব্য

ৰূপ দিয়ে। এওঁৰ কাহিনীৰ পৃষ্ঠভূমি অৱশ্যে তেনে ব্যাপক নহয়। এওঁৰ কাহিনীৰ পৃষ্ঠভূমিয়ে গভীৰভাৱে ব্যাপকতাৰ আশ্ৰয় নেপাইছিল। তথাপি তেওঁৰ কাহিনীত অন্তৰ দ্ৰৱীভূত কৰিব পৰা অদ্ভুত শক্তি আছে। নতুন ভাষা সাহিত্যৰ সন্ধানত বহুত দূৰ আগবঢ়া আন এজন কাহিনী-কাৰ হ'ল 'কোবিলন'। এওঁৰেই আৰম্ভণিতে 'নন্তনাৰ' আৰু 'পাৰপ্পুৰত্তুৰ' দৰে কেৱল দৈনিক ঘটনাৰ ওপৰতহে কাহিনী লিখিছিল---কিন্তু নন্তনাৰ ভাষা এওঁৰ সাহিত্যত পোৱা নাযায়। আনহাতে 'মোহনন'ৰ কাহিনীৰ কোমলতাও 'কোবিলন'ৰ কাহিনীত পোৱা নাযায়। ভাষাৰ দুৰ্বোধ্যতাৰ কাৰণেই এওঁৰ কাহিনীৰ সংবেদনা নষ্ট হৈ গৈছে। কোবিলনৰ কাহিনীবোৰত মধুৰ ভাষাৰ সলনি ঠায়ে ঠায়ে কৰ্কশ ভাষাহে বিচাৰি পোৱা যায়।

সমাজবাদী যথাৰ্থতা আৰু স্বচ্ছন্দতাবাদ পাৰ কৰি মালয়ালম কাহি-নীয়ে আধুনিক অৱস্থাত ভৰি দিলেহি। নতুন কাহিনীক আধুনিক কাহিনীৰ সংজ্ঞা দিয়া হয়। এই আধুনিক কালৰ কাহিনীকাৰসকল হ'ল--- 'কাক্ক নাটন', ওঁ, বি, বিজয়ন' এম, পি, নাৰায়ণ পিল্লৈ আদি আৰু লগতে মই নিজেও। মালয়ালম সাহিত্যত নতুন প্ৰবৃত্তিৰ সূত্ৰপাতো কাহিনী সংগ্ৰহতেই হয়। প্ৰায় বাৰ বছৰৰ আগতেই মালয়ালম সাহিত্যত আধুনিকতাৰ বীজ ৰোপণ কৰা হয়। অৱশ্যে প্ৰথম আধুনিক গল্প কোনটো কোৱা টান হ'ব, কিয়নো ই কোনো এক নিৰ্দিষ্ট দিনত জন্ম হোৱা নাছিল। বিশেষকৈ আধুনিক কাহিনীৰ বীজ 'বাসুদেৱন নায়াৰ' আৰু 'মোহনন'ৰ কেইটামান কাহিনীতহে পোৱা যায়। তাৰ উপৰি 'মোহনন'ৰ কাহিনীত আধুনিকতাৰ প্ৰতি অতীব মোহ থকা দেখা যায়। আধুনিক কাহিনীকাৰসকলৰ বৈশিষ্ট্য, পৰম্পৰা বা সদাচাৰবোধে তেওঁ-লোকৰ আত্মাভিব্যক্তিক বাধা নিদিয়াটো বিশেষভাৱে উল্লেখযোগ্য। বছীৰৰ কাহিনীতো তদ্ৰূপ বৈশিষ্ট্য পোৱা যায়।

কিন্তু ১৯৬০ চনৰ পাছতহে আধুনিক কথা সাহিত্যই চৰম উন্নতি লাভ কৰে আৰু এদল লেখকৰ হাতত ইয়াৰ বিকাশ হয়। এম, পি, নাৰায়ণ পিল্লৈৰ কাহিনী 'জৰ্জ আৰামেন্ট' (ষষ্ঠ জৰ্জৰ ডায়েৰী) পঢ়ি পঢ়ুৱৈ সমাজ স্তব্ধ হৈ যায়। এম, পি, নাৰায়ণ পিল্লৈৰ লগতে কাহিনী জগতত পদাৰ্পণ কৰা কাহিনীকাৰসকলে জৰ্জ আৰামেন্টৰ

ডায়েৰীতকৈয়ো আচৰিত ধৰণৰ কাহিনী লিখে। 'ও, বি, বিজয়নৰ এটটুকালী, (মকড়ী) বা তীদম' আদি কাহিনীবোৰে পাঠকক চমকিত কৰে। ইয়াৰ ভিতৰত প্ৰথম কাহিনী যৌন বিকৃতি সম্পৰ্কে ৰচিত হৈছিল আৰু দ্বিতীয় কাহিনী মালিন্যৰ (মল) ওপৰত ৰচিত হয়।

আধুনিক কাহিনীৰ বিশিষ্টতাৰ ক্ষেত্ৰত প্ৰধান কথা এয়ে যে ই পৰম্পৰাগত মোহৰপৰা নিজক সদায় আঁতৰাই ৰাখে। ইয়াৰপৰা অনুমান হয় যে সমাজবাদী যথাৰ্থতাক লৈ কাহিনীৰ মানৰ অকণো হেৰ-ফেৰ নহয়। সৰহভাগ পৰিবৰ্তনেই ভাবাধিষ্ঠিত আছিল। কিন্তু স্বচ্ছন্দতাবাদৰ যুগত ইয়াৰ বিপৰীত পৰিণতি হয় আৰু শিল্পসৃষ্টিৰ অধিক বিকৃতি ঘটা দেখা যায়। আধুনিকতাৰ আচৰিত পৰিবৰ্তন কাহিনীৰ ভাব আৰু ৰূপতো সমানে দেখা যায়। কিন্তু তক্‌সী আৰু কাঙ্কনাটনৰ কাহিনীত স্বৰ্গ-মৰ্ত্য পাৰ্থক্য দেখা যায়। কাৰুৰ আৰু ৰেটটুৰ আৰম্ভণি, মাজভাগ আৰু পৰিণতি থকা গল্প এতিয়া আৰু পোৱা নাযায়। আধুনিক গল্পবোৰ প্ৰায় সাপ্তাহিক বাৰ্তাৰ কাকতৰ দুই তিনি পৃষ্ঠাতে শেষ হৈ যায়। তাত কোনো কাহিনীৰ ক্ৰমবিকাশ বা চূড়ান্ত পৰিণতিৰ ভাব প্ৰকট হৈ নুঠে। আধুনিক গল্পত কাহিনীটোৱেই প্ৰধান কথা নহয়। ৰূপ আৰু ভাবৰ সত্যতা নিৰূপণ কৰাটোও কঠিন হৈ পৰে। এই দুয়োটা কথাৰ খেলি-মেলি থাকি যায়। কাঙ্কনাটনৰ কাহিনী-বোৰে এনেধৰণৰ খেলি-মেলিৰ সৰ্বোত্তম নমুনা বুলি কব পাৰি। তেওঁৰ কাহিনীবোৰতো ৰূপ আৰু ভাবৰ সম্পূৰ্ণ মিল আছে। আধুনিক গল্প-বোৰক একো একোটি বোমা বুলিব পাৰি। ক্ষন্তেকীয়া হলেও ইয়াৰ প্ৰভাৱে তীব্ৰ কঁপনি তোলে।

পুৰণি ৰীতিবাদৰপৰা মুক্ত নবীন কাহিনীকাৰৰ বাবে এয়া এক আশীৰ্বাদস্বৰূপ, কিয়নো তেওঁলোকে তাৰ দ্বাৰা আত্মান্বেষণৰ নতুন পথ বিচাৰি পায়। সমাজৰপৰা আঁতৰি থকা ব্যক্তিৰ ৰচনাত্মক চেত-নাৰ ফল হ'ল—এই আধুনিক গল্পবোৰ। বিজয়নৰ গল্পবোৰ কাঙ্কনা-টনৰ গল্পবোৰতকৈ বহুত বেলেগ; 'পুনত্তিল কুঞ্জব্দুল্লা'ৰ গল্পবোৰ 'সেৰু'ৰ গল্পৰ দৰে নহয়। সমাজবাদৰ স্পষ্ট সমৰ্থক কাহিনীকাৰৰ ৰচনাত জীৱনৰ প্ৰতি তেওঁলোক প্ৰত্যেকৰে একে দৰ্শনকে প্ৰতিফলিত হোৱা দেখা যায়। তক্কি, বৰ্কি আৰু চেৰুকাতকো সম্মিলিত কৰাৰ এয়াই

এক শৃংখলা বুলিব পাৰি। কিন্তু আধুনিক কাহিনীকাৰসকলৰ মাজত এনেধৰণৰ বিশেষ কোনো দৰ্শন বা উদ্দেশ্যৰ অভাৱ দেখা যায়।

আন ভাষাৰ কাহিনীকাৰসকলৰ সমানেই মালয়ালম সাহিত্যৰ আধুনিক কাহিনীকাৰসকলৰ মাজতো বিচাৰৰ ভিন্নতা আছে। তেওঁলোক অতি সন্দেহবাদী আৰু জীৱনৰ প্ৰতি থকা সন্দেহৰ ছাঁ তেওঁলোকৰ কাহিনীৰ ওপৰতো পৰে। কেতিয়াবা কেতিয়াবা সমাজত বিয়পি পৰা মূল্য বা ঘটনাৰ বিৰুদ্ধে কিছুমান কাহিনীকাৰ জ্বলি উঠে। তেনে কাহিনীকাৰৰ ভিতৰত 'এম সুকুমাৰণ'ৰ নাম বিশেষভাৱে উল্লেখযোগ্য। পূৰ্বৰ্ণিচাম কাহিনীকাৰৰ ওচৰত কাহিনী লিখাৰ সামগ্ৰী যথেষ্ট আছিল। সামাজিক জীৱনত তেওঁলোকে লাভ কৰা নৱচেতনায়ো তাত যথেষ্ট প্ৰভাৱ পেলায়। পাছলৈ নবীন কাহিনীকাৰসকলৰ যুগ সামাজিক স্থিৰতাৰ যুগ হ'ল, যাৰ চেতনা শক্তি হ্ৰাস হবলৈ ধৰিলে আৰু মূল্যও হ্ৰাস হবলৈ ধৰিলে। সমাজ সংস্কাৰৰ দৃষ্টিত তেওঁলোকে একো কথা নকয়, আৰু দৈনন্দিন জীৱনৰ হৃদয়স্পৰ্শী প্ৰশ্নৰ প্ৰভাৱো এওঁলোকৰ ওপৰত নপৰে। তেওঁ-লোকৰ প্ৰশ্নৰ অধিকাংশই অপাৰ্থিৱ হৈ পৰে। কোনো স্পষ্ট আদৰ্শৰ অভাৱে নবীন কাহিনীকাৰ সকলক দিশহাৰা কৰি পেলায়। তেওঁলোকে অন্ধৰ দৰে বিভিন্ন দাৰ্শনিক তথ্য বিচাৰি ঘূৰি ফুৰে। কোনোবাই অস্তিত্ববাদক ডিঙিত মেৰিয়াই লয়। কোনোবাই আকৌ নাস্তিকতাবাদকে বুকুত সাৱটি লয়।

এটি আধুনিক গল্পৰ এজন নায়কে কৈছে :

চিত্ৰকাৰসকল ধ্বংস হওক। অৰাজকতাৰ প্ৰচাৰক সকলৰ নাশ হওক, শ্ৰমিকজাতি লোপ পাওক। জনতন্ত্ৰবাদীসকলৰ ধ্বংস হওক। পুঁজিপতিৰ অৱসান ঘটক। এৰিষ্টোক্ৰেটচসকলৰ বিনাশ হওক। সকলোৰে সৰ্বনাশ হওক। জ্যা'-পল চাৰ্ত্ৰেৰ দৰে এই নবীন কাহিনী-কাৰসকলে অস্তিত্বহীনতাৰ স্থিতিৰ মাজেদিয়েই সকলোৰে পুনৰ আৰম্ভ হোৱাটো দেখুৱাব খোজে।

আধুনিক কাহিনীকাৰসকলে সদায় পৰস্পৰ বিৰোধী পথেৰেহে অগ্ৰসৰ হয়, বৰং তেওঁলোকৰ কিছুমান বিচাৰ আত্মান্বেষণৰ কেন্দ্ৰত ঘূৰি আহি পৰেহি।

আধুনিক কাহিনীকাৰৰ কাৰণে কোনো শব্দই প্ৰয়োগ বৰ্জিত নহয়। শব্দৰ

এই স্বতন্ত্রতাত আধুনিক কাহিনীকাৰসকলৰ সমৰ্থন আছে। আগৰ দৰে সঙ্কেতময় আত্মাভিব্যক্তি প্ৰকাশ কৰিবলৈ গৈ এওঁলোকে প্ৰচুৰ শব্দ প্ৰয়োগৰ ক্ষমতা বিচাৰি বহুত দূৰ অগ্ৰসৰ হয়। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত এওঁলোক পূৰ্ণমাত্ৰাই স্বতন্ত্ৰ। যিবিলাকে পুৰণি চামৰ নীতিক অপাৱত্ৰ বা বৰ্জনীয় বুলি মানিছিল, তেওঁলোকে এনেকুৱা শব্দ প্ৰচুৰ মাত্ৰাই প্ৰয়োগ কৰে। এই স্বতন্ত্ৰতাই আধুনিক কাহিনীকাৰৰ ৰচনা শক্তিৰ ইন্ধন স্বৰূপ আছিল। আনহাতে স্বতন্ত্ৰতাৰ চোতে কোনো কোনো বিষয়ক প্ৰাধান্যতাও লুপ্ত হৈ যায়। কেতিয়াবা কেতিয়াবা তীব্ৰ ব্যক্তিগত অনুভূতিৰ কাৰণে কাহিনীৰ আভব্যক্তি হে মাত্ৰ থাকি যায়। কাক্কনাটিনে ভাৰতীয় পৌৰাণিক কথা আৰু গভীৰ বিজ্ঞানৰপৰাও এই অনুভূতিবোৰ আঁতৰায়। নাৰায়ণ পিল্লৈয়ে এইবোৰৰ সন্ধান সপ না তন্ত্ৰ প্ৰয়োগৰ দ্বাৰাই পাইছিল। বিজয়ন অতি যথাৰ্থবাদী লোক। আগৰ কাহিনীকাৰে যি স্ফটিক চন্দনৰ প্ৰলেপ বুলি আখ্যা দিছিল আজিৰ কাহিনীকাৰে তাকেই আঘাতপ্ৰাপ্ত ঠাইৰপৰা ওলোৱা পুঁজ বুলি আখ্যা দিয়ে। সমালোচকৰ দৃষ্টিত আধুনিক মালয়ালম কাহিনীৰ এই জোনতা আধুনিক যুগত হোৱা মানবীয় মূল্যৰ বিবৰ্তনৰেই পৰিণতি।

পুৰণি চাম কাহিনীকাৰৰ মাজত মাৰ্ক্সবাদৰ স্পষ্ট প্ৰভাৱ আছিল। সমাজোন্নতি যথাৰ্থবাদৰ পতনৰ লগতে ইয়াৰ প্ৰভাৱো লোপ পোৱাটো কাহিনীবোৰত দৃষ্টিগোচৰ হয়। আধুনিক কাহিনীকাৰসকলৰ কিছুমানে নিজকে মাৰ্ক্সবাদত বিশ্বাস কৰে। কিন্তু তেওঁলোকে এই কথা নকয়। আধুনিক কাহিনীকাৰৰ ইও এক মুখ্য কথা। কেতিয়াও উদ্ধৰ নোহোৱা বিপ্লৱৰ দুঃস্বপ্ন 'পটুভৰিলা কৰুণাকৰণ' আৰু এম সুকুমাৰণৰ গল্পত পোৱা যায়।

'কাক্কনাটিন', 'ও, বি, বিজয়ন,' 'এম, পি. নাৰায়ণ পিল্লৈ' আদি কাহিনীকাৰ সকলক সৈতে আপোচ কৰা নতুন কাহিনীকাৰসকল হ'ল 'সেতু' 'পদম ৰাজন' 'পুনত্তিল কুঞ্জব্দুল্লা' 'চক্কাৰিয়া' আৰু 'ই সুকুমাৰণ' আদি আধুনিক মালয়ালম কাহিনী প্ৰেমীসকলৰ মাজত এওঁলোকৰ বিষয়ে আলোচনা চলিয়েই থাকে। হৰিহৰণৰ 'স্বপ্ন' এটা মনোবৈজ্ঞানিক কাহিনী। নতুন কাহিনীৰ আলোচনা দুয়োফালৰপৰাই হয়। এফালে সংস্কাৰবাদী কাহিনীকাৰ আৰু পাঠকবৰ্গ, আনফালে বুদ্ধিজীৱী কমিউনিষ্টসকল।

আধুনিক কাহিনী এই আলোচনাৰ সন্মুখীন হৈ অবিচলিত ভাবেই থিয় হৈ আছে। ইমানেই নহয়, ক্রমাগত ভাবে পুষ্টি লাভ কৰি আহিছে। আধুনিক কাহিনীয়ে এতিয়াও সম্পূর্ণ বিকাশ লাভ কৰিব পৰা নাই— আধুনিক কাহিনীকাৰসকলৰ অধিকাংশ লিখকেই পঁয়ত্রিশ বছৰ বয়সৰ তলৰ। এওঁলোকৰপৰা মালয়ালম সাহিত্যলৈ অমূল্য অৱদান পোৱাৰ সম্ভাৱনা আছে। কিছুমান সমালোচকৰ মতে আধুনিক কাহিনীয়ে নিজৰ জীর্ণ স্বভাৱ এৰি সমাজবাদী যথার্থনিষ্ঠ বিচাৰধাৰাৰ দৰে সুস্থ চিচাৰ-যুক্ত গল্পৰে নতুন পৰম্পৰাৰ পথ প্রশস্ত কৰিব।

এম, মুকুন্দন।

# এখোজ মাথোন

জ্বলি জ্বলি শেষ হৈ যাব খোজা এটা জোনাকী। চহৰৰ জাক-জমকতা অতিক্রম কৰি আহি ইউচুফ চহৰৰ সীমাত ভৰি দিলেহি।

আকাশখন এনে লাগিছিল যেন নীলা দলিছা এখনত কিছুমান মুকুতা-মাণিক শুকাবলৈহে মেলি দিয়া হৈছে। দূৰত — আন্ধাৰৰ মাজত পোত খাই থকা মৰুভূমিখনৰ পৰা বতাহৰ সোঁ সোঁ শব্দ আহিল। মৰুভূমিৰ সিপাৰৰ পৰা মাথো এটা যেন দেখা নগৰখন এই পাৰৰ পৰা মৃত্যুৰ মুখত বেঁকা-মোচ খাই পৰি থকা চৰাইৰ বাহ এটা যেন লাগিল।

ইউচুফ অলপ থমকি ৰয়। পাপ-পঙ্কিলতাৰে পৰিপূৰ্ণ নগৰখনৰ ফালে সি এবাৰ ঘূৰি চায়। এটা হুমুনিয়াহ ওলাই আহে।

নগৰখন পাপেৰেই পৰিপূৰ্ণ। তাৰ মাজত জিলিকি আছে আকাশ-লংঘী মাটি এপাতৰ পৰাই সুউচ্চ মছজিদ আৰু তাৰ মিনাৰৰ ওপৰত এটি চাকিৰ শিখা যি আলোকিত কৰি ৰৈছে মিনাৰটো। ইউচুফৰ কাণত পৰিলহি বাদুলিৰ কু কু শব্দ।

'এতিয়া বিদায় লোৱাৰহে কথা।'

নগৰৰ দুৱাৰ মুকলি। গোটেইখন নগৰ টোপনিত লালকাল। তাৰ ভৰি দুখন কঁপি উঠে। নহয়। নষ্ট এই নগৰৰ শ্মশানলৈহে যাবলগীয়া। মোৰ শেষ দিনটো ইয়াতেই পাৰ হব।

ইউচুফে নগৰখনত ত্ৰাস সৃষ্টি কৰি সকলো প্ৰজাকে শাসন কৰিছিল। তাৰ ৰঙা চকু, দাড়ি, দীঘল ডাৰি, ভাঁজ লোৱা প্ৰকাণ্ড মোছ, দীঘল কুৰ্তা, কঁকালত ওলমি থকা তৰোৱালখনে মানুহৰ মনত দ'লৈকে সাঁচ বহুৱাইছিল। ইউচুফক দেখিলে মাকবিলাকে কোঁচৰ কেঁচুৱাক বুকুত সুমুৱাই লৈছিল। মতা মানুহবিলাকৰ চকু ওঁঠত শেতা পৰিছিল। সমগ্ৰ নগৰখনৰ বাবেই সি আতংকস্বৰূপ হৈ পৰিছিল।

ইউচুফে কিছুসময় তলমূৰ কৰি ৰয়।

অদূৰত থকা মৰুভূমিখনৰ চকা-মকা পোহৰখিনি জোনাকী পৰুৱাৰ দৰে লাগিছিল। কিমান দূৰ বাটেই বা যাব লাগিব—সেই বিষয়ে সি নিজেই স্থিৰ কৰিব পৰা নাছিল অথবা কাক লগ ধৰিব লাগিব তাকো ভবা নাছিল। সি বাৰু এতিয়া ক'ত আছেহি? সেই বিষয়েও সি সঠিক নহয়। সি মাথোন এটা কথাই উপলব্ধি কৰিছে যে আজন্ম সি সুখী জীৱনৰপৰা নিলগত আছে। যিমানেই সি বাট অতিক্ৰম কৰি আহিছে --- সিমানেই বিগত জীৱনৰ একো একোটি স্মৃতিয়ে তাৰ মনত ভুমুকি মাৰিছেহি।

মছজিদৰ ওখ মিনাৰৰ পৰা ভাহি অহা আজানৰ ধ্বনি আহি তাৰ কাণত পৰিল -আল্লাহো আকবৰ --- ভগৱান মহান।

প্ৰাৰ্থনাৰ ধ্বনিয়ে তাৰ মনত জোৱাৰ তোলে। সি তাৰ অতীতত সোমাই পৰে। কিয় যে কি হৈ গৈছে।

নগৰৰ চাকিবোৰ যেতিয়া নুমাই যায়, মানুহৰ চকুৰ পতা যেতিয়া জাপ খাই আহে, মৰুভূমিৰ বিৰহকাতৰ ধুমুহাই যেতিয়া সোঁ সোঁ কৈ বৰলৈ ধৰে --- তেতিয়া তাৰ ৰঙা চকুহালি দীপ্ত হৈ উঠে, কংকালৰ তৰোৱাল হাতৰ মুঠিলৈ আহে, বন্ধ দুৱাৰ খোল খাই যায়।

যেতিয়া সন্তানক কাষত লৈ পতি-পত্নী নিশ্চিন্ত নিদ্ৰাত মগ্ন---ইউচুফে এহাতেৰে অস্ত্ৰ দৃঢ় মুঠিত ধৰি আনহাতেৰে বাকচৰ তলা খোলে, পতি জাগি উঠে- সেই শব্দত। চিঞৰি উঠে ---

—মোৰ —

- চুপ থাক, মুখেৰে টু শব্দ উচ্চাৰণ কৰিলেই ভিজা কাটি পেলাম।

বাকচৰপৰা ধনৰ টোপোলা উলিয়াই আনি সি বিজয়ৰ হাঁহি মাৰে। তাৰ হাতৰ তৰোৱাল নাচি উঠে, তেজেৰে ৰাঙলি হয়---

—আল্লাহ---

পতিহাৰা পত্নী আৰু পিতৃহাৰা সন্তানৰ বুকুভগা কান্দোনে কোঠাটো উপচি পৰে। ইউচুফে সিহঁতৰ ফালে ঘূৰি চোৱাৰ প্ৰয়োজন বোধ নকৰে। হাতৰ মুঠিত তৰোৱালখন খামুচি ধৰি সি বাহিৰলৈ ওলাই যায়। কিমান নিশা, কিমান পৰিয়ালৰ তেজেৰে তাৰ তৰোৱাল লুতুৰি-পুতুৰি হ'ল। কিমানৰ শিৰচ্ছেদ কৰিলে এই তৰোৱালে, কিমান যুৱতীৰ বুকুৰ কাপোৰ ফালি পেলালে। কি নিষ্ঠুৰ, কি ভয়াবহ সেই

দৃশ্য। তাৰ যি মন যায় তাকেই সি কৰি পেলায়। তাৰ অত্যাচাৰত সকলো ভীত।

ইউচুফ।

যেতিয়া সি ৰাজপথেদি আগবাঢ়ে, মানুহে তাক বাট এৰি দিয়ে। সেই ডকাইতৰ ভয়ত ৰাজ আট্টালিকা পৰ্যন্ত কঁপি উঠে।

ইউচুফ আগবাঢ়িল — আন্ধাৰত লুকাই থকা হাবিখনৰ ফালে। তাৰ মন বিগত দিনৰ স্মৃতিৰে ভাৰাক্ৰান্ত। সি নিজকেই এবাৰ প্ৰশ্ন কৰে —আন্ধাৰ আঁতৰিল জানো? সূৰ্যৰ পোহৰ জিলিকি উঠিল জানো?

এজন যাত্ৰী উটৰ ওপৰত উঠি লাহে লাহে আহি আছিল। মৰুভূমিৰ বালিত উটৰ ভৰিৰ ছাপ বৈ গৈছিল। মৰুভূমি উত্তপ্ত, যেন অগ্নিশিখাই গ্ৰাস কৰিবলৈ ওলাইছে, সাগৰৰ চঞ্চল ঢৌবোৰৰ দৰেই মৰুভূমিৰ উত্তপ্ত বালি বতাহত উৰিবলৈ ধৰে, খোজৰ চিন নাইকিয়া হয়, নতুন বাট ওলায়। সেইদিনাও সেয়ে হৈছিল।

হেৰা, অলপ ৰবাচোন।

পথিকৰ হাতৰ লেকামডাল ঢিলা হৈ যায়। উটটো বৈ যায়, সূৰ্য উত্তপ্ত হৈ পৰে। যাত্ৰীজনৰ ওঠ দুটা শুকাই যায়, তাৰ মুখখন কাপোৰেৰে মেৰাই লোৱা আছিল, মাত্ৰ চকুযুৰিহে ওলাই আছিল। চকুত তাৰ কৌতূহল।

ইউচুফে আদেশ দিলে---নাম, নামি আহ···

পথিকে আজ্ঞা পালন কৰি উটৰপৰা নামি আহে। ইউচুফে হাতৰ তৰোৱাল দাঙি ধৰে। সূৰ্যৰ পোহৰত চিকমিকাই উঠা তৰোৱালত তেজৰ দাগ চাবলৈ তাত আৰু দ্বিতীয় প্ৰাণী উটটোৰ বাহিৰে আন কোনো নাছিল।

তোৰ টকাৰ মোনাটো দি দে—

পথিকে হাঁহিমাৰি দিয়ে—অ' মাথোন এইষাৰ কথাৰ কাৰণেই ইমান ভয় খুৱাব লাগেনে?

পথিকে টকাৰ মোনা এটা উলিয়ায় আৰু দুয়ো হাতেৰে ইউচুফলৈ আগবঢ়াই দি কয়—ভগৱানৰ নামত কৈছো—এই টকাখিনি তুমি তোমাৰ পৰিয়ালৰ মংগলৰ বাবে খৰচ কৰিবা। লোৱা।

ইউচুফ বৈ গৈছিল। এইষাৰ কথাই তাৰ মনত তোলপাৰ লগালে। কোনেও আজিলৈকে তাক তেনে এষাৰ কথা কোৱা নাছিল। বৰ বৰ

মানুহবোৰে ধনৰ টোপোলা লুকুৱাই থৈ মিছাতে মাতিছিল। কোনোবাই আক চিঞৰবাখৰ কৰি হুলস্থূল কৰিবলৈ বিচাৰিছিল, কোনোবা ভয়ত মাথোন কঁপিছিল। সি পুনৰ প্ৰশ্ন কৰিলে— এই টোপোলাত কি আছে?

ইয়াত ? ধন, ধনৰ এই টোপোলাটোৰ লগতে মই এই উটটোও তোমাক দিবলৈ পাহৰিছোৱেই।

পথিক উটৰ পিঠিৰপৰা নামি আহিল, ইউচুফ উটৰ পিঠিত উঠিল। সি বস্তুবোৰ এফালৰপৰা চাই গ'ল মূল্যবান ৰেছমী কাপোৰ, কলহ ভৰা সোণৰ মোহৰ, কিছু ফল-মূল আৰু এই শকট-আৰত উটটো। এই সকলোবোৰ এতিয়া তাৰ।

কিবা ভাবি ইউচুফ উটৰ পিঠিৰপৰা নামিল, পথিকলৈ ঘূৰি চাই দেখে তেওঁ নাই। সূৰ্য দীপ্তমান আৰু অদূৰত মৰুভূমিৰ উত্তপ্ত ধূসৰ বালি। সি মূৰত সোঁ হাত দিয়ে। দূৰত শূন্য পথাৰ। সি আগবাঢ়ে। ডকাইতি কৰি অন্য বস্তুবোৰলৈ সি চকু দিয়ে, পথিকজনলৈ তাৰ মনত পৰে। ইয়াৰ আগতে ইউচুফে কেতিয়াও কাৰো কথা এনেকৈ ভবা নাছিল। যাক ডকাইতি কৰে তাৰ কথা সি পিছ মুহূৰ্তত কেতিয়াও নাভাবে।

সি পুনৰ উটৰ পিঠিত উঠে। লেকাম টানে। উট আগবাঢ়ে। ইউচুফে চিঞৰি উঠে। - -অলপ ৰবা ···।

দূৰত পথিকজন ৰৈ যায়।

ইউচুফে পথিকৰ মুখলৈ চায়। তাম বৰণীয়া মুখখনত দাগ আছে। নীল বৰণীয়া চকুযুৰি, গোলাকাৰ মুখমণ্ডল, ক'লা ডাঢ়ি। ইউচুফৰ ফালে মুখ ঘূৰাই তেওঁ হাঁহি দিয়ে।

আৰুনো কি লাগে ?

পথিকে ইউচুফলৈ অকণো ভয় কৰা নাছিল।

মোৰ গাৰ চাদৰখনো লাগে নেকি ?

নালাগে---

মোৰ জোতাযোৰ লাগে নেকি ?

নালাগে--

মোক গোলাম কৰি বেচিব খোজা নেকি ?

নোখোজো—

তেনেহলে তোমাক আৰু' কি লাগে ?

তোৰ পৰিচয় ।

মই ? মই তোমাৰ দৰেই এজন মানুহ···

ডকাইত নেকি ?

পথিকে হো হো কৈ হাঁহি দিয়ে ।

ডকাইত ? হব পাৰো, কিন্তু তোমাৰ দৰে লোকক ধমক দি মই ধন উপাৰ্জন নকৰোঁ ।

কি নাম তোৰ ?

পথিকে পুনৰ হাঁহে—নাম জানি কি লাভ হব তোমাৰ? মই এজন পথিক । দুদিনীয়া মানুহ ।

ঘৰ ক'ত ?

খুৰাচানত ।

ইউচুফ নীৰৱ হৈ পৰে। ইমান মিঠাকৈ কথা কবলৈ সি কাৰোপৰা শিকা নাছিল। তাৰ সম্মুখত থিয় হোৱা কোনো মানুহকে সি কথা কবলৈ দিয়া নাছিল।

পথিকে লাহে লাহে শুকান বালিৰ মাজেদি আগবাঢ়ি যাবলৈ ধৰে। বালিৰ ওপৰত বহি যোৱা তেওঁৰ খোজৰ চিনবোৰলৈ সি চাই ৰয় । কিছুসময় সি নীৰৱে বৈ পুনৰ উটৰ পিঠিত উঠে । লাহে লাহে নগৰৰ ফালে আগবাঢ়ি যায় ।

ইউচুফে ডকাইতি কৰে, লুট কৰে, ধন-সোণ যথেষ্ট সংগ্ৰহ কৰে । লুট কৰা ধনেৰে মদ খায় । মদৰ জালাত সি এফালৰ পৰা অন্য ফাললৈ যায় । ডকাইতি কৰা সোণৰ মোহৰেৰে সি জুৱা খেলে আৰু সোণ হেৰুৱায় । সি চুৰ কৰে, নৰহত্যা কৰে । সোণৰ মোহৰ সি পানীৰ দৰে খৰচ কৰে, হত্যা কৰা মানুহৰ ৰক্তাক্ত দেহ মৰুভূমিত পেলাই থৈ আহে। তপত বালিত সেই দেহ শুকাই যায় ।

দিন এনেদৰেই গৈ থাকে । কিন্তু তাৰ মনৰ একোণত তাৰ অজ্ঞাতেই সেই পথিকজনৰ স্মৃতি সজীৱ হৈ থাকে । তাৰ মনত মাজে মাজে সেই পথিকজনে জোকাৰ মাৰি যায় । সি লগ পোৱা সকলো মানুহেই ভয়াতুৰ, অথচ সেইবিলাক মানুহৰ তুলনাত সেই পথিকজন ইমান বেলেগ ! তেওঁ ইমান ওখ মনৰ ! ইউচুফৰ মন সেই স্মৃতিয়ে ভৰাই তোলে, এচাটি পোহৰ তাৰ মনৰ মাজেদি বাগৰি যায় । সেইচাটি পোহৰৰ ৰেঙনিতে সি যেন তাৰ অন্ধকাৰময় জীৱনটোক, তাৰ কৃতকৰ্মবোৰ

দেখিবলৈ পায়। সি চমকি উঠে···। জীয়াৰীৰ বিয়াৰ বাবে সাঁচি থোৱা ধন সি ডকাইতি কৰি আনিছিল, তাৰ তৰোৱালৰ আঘাতত বাগৰি পৰিছিল পত্নীৰ সম্মুখত স্বামী আৰু সন্তানৰ সম্মুখত পিতৃ। সিহঁতে কান্দি উঠিছিল। সেইবোৰৰ স্মৃতিয়ে তাক জোকাৰি দিয়ে। জীৱনৰ এটি নতুন সংকেত দিয়ে। ভাবি ভাবি সি নিৰ্বাক হৈ ৰৈ যায়।

সি এটি ভয়ানক সপোন দেখে। সাৰ পাই সি দেখে তাৰ সমস্ত শৰীৰ ঘামত তিতি গৈছে, মুখখন তাৰ শেঁতা পৰি গৈছে, হাত-ভৰিবোৰ যেন কোঁচ খাই আছিছে। মানুহক দেখিলেই যেন তাৰ অন্তৰে কান্দি উঠিবলৈ ধৰিলে।

ইউচুফে তলমূৰ কৰি গৈ আছিল। পৰিচিত নগৰখনলৈকো যেন সি মূৰদাঙি চাব নোৱাৰে। সি অনুমান কৰিছিল সেয়া নতুন ইউচুফ। সেই ইউচুফক নিজেই চিনি নাপাইছিল।

মছজিদলৈ যোৱাৰ কথা তাৰ মনত পৰে। মীনাৰৰ ওপৰত সেইজন মানুহ - শুভ্ৰ ডাড়ি, সম্মুখত খোলাকৈ ৰখা কোৰাণ, এটি বিশেষ লয়ত পঢ়ি থকা সেইজন মৌলবী আব্দুল ৰফানে ইউচুফক দেখা নাছিল। মৌল-বীৰ চকুযুৰি স্তিমিত। ইউচুফে কিবা কলে ·

চকুমেলি ইউচুফক দেখিয়েই মৌলবীয়ে ভয় খালে। এই ডকাইত মছজিদৰ ভিতৰলৈও সোমায়। ইউচুফে ভীতিবিহ্বল মৌলবীৰ আগত তাৰ সকলো কথা কয়। সি অশান্ত, সি এতিয়া ডকাইতি কৰিব নোৱাৰে। তাৰ অনুমান হৈছে সমগ্ৰ নগৰখনে যেন তাৰ ডিঙিত চেপামাৰি ধৰিছে। লগতে খুৰাচানৰ কথাও সি কয়।

ইউচুফৰ এই পৰিবৰ্তিত ৰূপ দেখি মৌলবী স্তব্ধ হয়। তেওঁ আল্লাক শতবাৰ ধন্যবাদ জনায়।

মৌলবী, জনাব মোক সৎপথলৈ লৈ ব'লক।

ইউচুফৰ চকুৰে-মুখে তাৰ পৰিবৰ্তনৰ আভা প্ৰতিভাত হৈ পৰে।

ইউচুফ, তোমাৰ যথেষ্ট মানসিক শক্তি আছে।

হয়, মোৰ দেহত মানুহক হত্যা কৰিব পৰা শক্তি আছিল।

তোমাৰ সেই শক্তি এতিয়াও জানো আছে ?

ইউচুফে কোনো উত্তৰ দিব নোৱাৰে। মৌলবীয়েও কোনো উত্তৰ বিচৰা নাছিল। তেওঁ পুনৰ প্ৰশ্ন কৰে—

তুমি জানানে, তোমাৰ গুৰু কোন?

মোৰ কোনো গুৰু নাই?

আছে।

নাই, মোলবী চাহাব।

আছে, সেই খুৰাচানৰ ব্যৱসায়ীজনেই তোমাৰ গুৰু। তেওঁক বিচৰা আৰু তেওঁৰ উপদেশ লোৱা। তেওঁৰপৰাই তুমি সৎপথৰ সন্ধান পাবা।

নগৰৰ সীমাত ভৰি দিয়েই ইউচুফৰ বহু স্মৃতিয়ে মন ভৰাই তোলে। অতীতৰ সেই অন্ধকাৰময় অধ্যায়টো তাৰ সম্মুখত স্পষ্ট হৈ উঠে। ইউচুফৰ এতিয়া উটটোও নাই; খুৰাচানৰ ব্যৱসায়ীজনো মৰিছেনে জীয়াই আছে সি কব নোৱাৰে। সেই ব্যৱসায়ীজন এতিয়া খুৰাচানতেই আছে নে বেপাৰৰ বাবে অন্য কোনোবা ঠাইলৈ গৈছে কোনে জানে?

ইউচুফে জানিছে যে তাৰ এই যাত্ৰা লক্ষ্যহীন যাত্ৰা। তথাপি সি এবাৰ নগৰখনলৈ ঘূৰি চালে। এটি হুমুনিয়াহ পেলালে। বহু পাপ পোহ-পাল দি ৰাখিছে এই নগৰখনে। ইয়াত যেন সিও মানুহ নাছিল।

ইয়াত মই ডকাইত আছিলোঁ।

মানসিক পীড়নত সি অস্হিৰ হৈ পৰিছিল।

ইউচুফ গৈ থাকে। বাটৰ কাষত মাটিত বাগৰি সি শুই পৰে। শুকান, পেলনীয়া খাদ্যকে সি মুখৰ আগলৈ তুলি লয়। ভোক-পিয়াহ আৰু অনিদ্ৰাৰ দিনবোৰ। মৰুভূমিত সূৰ্যোদয় আৰু সূৰ্যাস্ত হৈ আছে। দিগন্তব্যাপী উদ্ভাসিত হৈ পৰা সূৰ্যৰ কিৰণে সুপ্ত গছ-লতিকাকো জগাই তোলে, মৰুভূমি উত্তপ্ত কৰে। বালিৰ টিলাবোৰ বতাহত খহি পৰে। বালিত ভৰি সোমাই পৰে, বালিয়ে পুতি পেলাব খোজে।

ইউচুফে মৰুভূমিত এনেদৰেই ঘূৰি ফুৰে। হঠাত তাৰ সোঁ ভৰিখন বালিত সোমাই ধৰে, তাৰ মুখ শেঁতা পৰে, ঘামত শৰীৰ তিতি যায়, কুৰ্তাটো ফাটি যায়, গভীৰ ক্লান্তিত তাৰ চকুযুৰি সেমেকি পৰে।

বালিত ঠেকা খাই বতাহৰ এটি সোঁ সোঁ শব্দ উঠে।

নাই, বালিৰ মাজৰপৰা সি ভৰিখন উলিয়াব নোৱাৰে। তাক যেন বালিয়ে গিলি পেলাব, সি বালিৰ অতল গৰ্ভত সোমাই পৰিল নেকি?

সি সমস্ত শক্তিৰে ভৰি দুখন উলিয়াই আনিব খোজে। পিছলি যায়, উত্তপ্ত বালিয়ে যেন কিলবিলাব ধৰা পোকৰ দৰে কামুৰি ধৰে।

চকু পানীৰে তাৰ বুকু তিতি আছে। দৃষ্টিশক্তি যি বলয়ত ক্ষীণ, অস্পষ্ট তাত যেন এটি পদধ্বনি। বিস্তৃত মৰুভূমিৰ মাজত এটি যেন শুকুলা প্ৰাণী। খুৰাচানৰ ব্যৱসায়ী।

বালিবোৰ সাগৰৰ ঢৌৰ দৰে সিঁচৰিত হয়।

ইউচুফৰ বুকুখনত যেন কফ পিণ্ডই খুন্দিয়াবলৈ ধৰিলে। সি আতুৰ-ভাৱে চিঞৰে- হে ভগৱান। সি আগবাঢ়িব খোজে খুৰাচানৰ ব্যৱসায়ী-জনৰ সতে। সি বালিৰপৰা বৰ কষ্টেৰে ভৰি দুখন টানি উলিয়ায়, কিন্তু উঠিব খুজি ধমহাকৈ বাগৰি পৰে।

পাৰ হোৱা ঠাইৰপৰা বওনা নাই সি ভগৱানৰ খোজে। কিন্তু তাৰ হাত ভৰিবোৰ অৱশ হৈ পৰিছিল, মাত্ৰ এখোজ সি আগবাঢ়ি পুনৰ পৰি গ'ল।

সি চুচৰি এখোজ আগবাঢ়োতে বালিৰ ওপৰত এডাল সৰলৰেখা পৰি যায়। সি কিছু সময় চাই থাকে। বতাহে সেই ৰেখা মুহূৰ্ততে সমান কৰি দিয়ে। দিগন্ত জুৰি বিস্তৃত হৈ আছে মাথোন মৰুভূমিৰ বালি।

ইউচুফৰ হাত-ভৰি অৱশ হৈ পৰে। তাৰ মাংসল শৰীৰটো তপত বালিত লাগি ধৰে, সমস্ত উত্তপ্ত ৰশ্মিয়ে তাক পাৰ যায়। সি কান্দিবলৈ ধৰে, কেঁকাবলৈ ধৰে। তাৰ এনে অনুমান হয় যেন বুকুৰ ভিতৰৰপৰা কলিজাটো কোনোবাই কাঢ়ি নিছে। সি মুখ মেলি দিয়ে।

সূৰ্য আৰু উত্তপ্ত হয়। বালিৰ ধমুহা তীব্ৰতৰ হয়।

নাই, কোনেও নাজানে, কোনেও নেদেখে হাজাৰ হাজাৰ লোকৰ হত্যাকাৰী ইউচুফ তাত পৰি থাকে, এটোপা পানীৰ বাবে ইফাল-সিফাল কৰিব খোজে, কিন্তু মুৰটো লৰাব নোৱাৰে।

ওপৰত সুনীল আকাশ, দিগবলয়ৰপৰা মেঘৰ টুকুৰাবোৰ যেন এটা এটাকৈ সৰি পৰিছে; বগা ডাৱৰবোৰ আকাশৰ বুকুত শুভ্ৰ বগলীৰ দৰে উৰি ফুৰিছে। মৰুভূমিলৈ যেন আকাশৰপৰা পাৰিজাত ফুলহে সৰি পৰিছে। ইউচুফৰ চকুদুটা মেল খাই থাকে, সি দেখে পাখি মেলি ঈশ্বৰৰ দূত এটি আহি ইউচুফৰ সোঁফালে থিয় দিলেহি।

ইউচুফে সকলোবোৰ চাই থাকে।

পুনৰ শুকুলা মেঘৰ টুকুৰা কিছুমান মাটিলৈ নামি আহে। নামি আহে পাখিলগা ঈশ্বৰৰ দূত। সিহঁত আহি ইউচুফৰ বাওঁফালে থিয় দি ৰয়।

দুয়োফালে ঈশ্বৰৰ দূত, মাজত ইউচুফ।

সোঁহাতে থকা দূতে যোঁতিয়া ইউচুফক উঠাব খোজে, বাওঁহাতে বৈ থকা দূতে কয়- —এইটো আমাৰ আত্মা।

সোঁহাতৰ দূতে সোধে কোন তুমি?

মই স্বৰ্গৰ দেৱদূত।

বাওঁহাতৰ দূতে কয় বন্ধু, তোমাৰ ভুল হৈছে। আমি ইয়াক নৰকলৈ নিবলৈ আহিছোঁ।

দুয়ো দেবদূতে তাৰ আত্মাটোৰ বাবে কাজিয়া কৰে। ইউচুফে সকলোবোৰ চাই আছিল। সকলোবোৰ শুনি আছিল, কিন্তু শৰীৰৰ কোনোটো অংগকে লৰচৰ কৰিব নোৱাৰিছিল, শৰীৰৰ উত্তাপ নাইকিয়া হৈ আছিল। আইনাত দেখাৰ দৰেই সি তাৰ চকু দুটাৰে সকলো দেখি আছিল।

ই হাজাৰ হাজাৰ লোকৰ হত্যাকাৰী, পাপী, নৰকৰ যোগ্য।

হব পাৰে, এই সকলোবোৰ সঁচা হব পাৰে, কিন্তু সি পিছত অনুতাপ কৰিছিল।

অপৰাধ কৰাৰ পিছত অনুতাপ কৰিলেনো কি লাভ?

সাত্ত্বিক জীৱন যাপন কৰিবৰ বাবেই ই নগৰ এৰি আহিছিল।

কমই মানুহৰ ধৰ্ম আৰু দুষ্কৰ্মৰ পৰিণতি ভয়ানক, ই দুষ্কৃতিৰ প্ৰতীক।

ইউচুফে দুষ্কৃতিৰপৰা ৰক্ষা পাব খুজিছিল!

উঁহো—

সি ভাল হৈ সৎ পথেদি যাবলৈ বিচাৰিছিল, তাৰ উদ্দেশ্য আছিল শুদ্ধ পথ গ্ৰহণ কৰিব, সৎ উদ্দেশ্যই শুদ্ধ পথৰ গুৰি-

ই কিন্তু নৰকৰ যোগ্য।

নহয়, ই স্বৰ্গৰ যোগ্য।

আমি কাজিয়া কৰি লাভ নাই, কিয়নো আমি ঈশ্বৰৰেই সেৱক দূত। এবা নৰকৰ পাপীৰ বাবে কাজিয়া কৰাটো উচিত নহয়।

আমি কাজিয়া কৰিবলৈ অহা নাই, কিন্তু স্বৰ্গৰ অধিবাসীক যদি নৰকলৈ পঠোৱা হয় তেতিয়া হলে আমি জানো কৰ্তব্যৰপৰা বিচলিত নহম?

নহয়।

চোৱা, ই সুদূৰ নগৰৰপৰা আহিছে, আগৰ দৰে এতিয়া ইয়াৰ কৰকালত তৰোৱালো নাই, হাতত টকাৰ মোনাও নাই। সি সৎ পথলৈ আহিবৰ কাৰণেই ইয়ালৈ আহিছিল।

নৰকৰ দূতে তাৰ বিধিপত্ৰখন পুনৰ পঢ়ি চায়। স্বৰ্গৰ দূতে কোৱা কথাবোৰেই সত্য বুলি প্ৰতিপন্ন হয়।

কিন্তু ইয়াৰ অতীত?

যাৰ পাছৰ ইতিহাস ক'লা এনেকুৱা কতজন পাপীও মহাত্মা হৈছে। যা হওক, তেওঁৰ কমই তেওঁক মহৎ কৰিব।

ইউচুফৰ সৎ কৰ্মৰ কথা কোৱাচোন।

তাৰ এই যাত্ৰা সৎ জীৱনৰ প্ৰতি আগ্ৰহৰ বাবেই আছিল।

সি ক'লৈ যাব খুজিছিল বাৰু?

খুৰাচানৰ ফালে। তাৰ এজন ব্যৱসায়ীয়ে ইউচুফক সৎপথৰ সন্ধান দিছিল।

তাৰ কি প্ৰমাণ আছে?

কোনো প্ৰমাণ নাই।

নৰকৰ দূতে সৈমান হব নোখোজে আৰু স্বৰ্গৰ দূতেও এৰি যাব নোখোজে।

সূৰ্যৰ প্ৰখৰ ৰ'দত মৰুভূমিৰ বালি উত্তপ্ত হৈ পৰে। ইউচুফৰ মেলা চকুযুৰি দেৱদূতৰ চকুত পৰে। তাৰ চকুত পানী, মুখ প্ৰসন্ন।

তোমাৰ হাতত জুখিব পৰা কিবা বস্তু আছেনে?

হয় আছে।

তেতিয়া হলে আমি এটা কাম কৰো, আমি দুয়ো এই আত্মাটোৰ বাবে কাজিয়া কৰি আছো, গতিকে এতিয়া এই মৃত ইউচুফৰ শৰীৰটোৰ পৰা নগৰলৈ আৰু খুৰাচানলৈ কিমান কিমান ব্যৱধান জুখি পেলাওঁ।

কিয়?

যদি এই মৃতদেহৰ দূৰত্ব নগৰলৈ বেছি হয় তেনেহলে তোমালোকে (নৰকৰ দূতে) নিবা আৰু যদি খুৰাচানলৈ বেছি হয় তেনেহলে আমি (স্বৰ্গৰ দেৱদূতে) নিম।

নৰকৰ দেৱদূত চিন্তাত পৰিল, সিহঁতে নিজৰ মাজতে আলোচনা কৰিলে। সমস্যা সমাধানৰ বাবে অন্য পথো নাছিল। এই চৰ্তত সন্মত হব লগা হ'ল।

কিন্তু জোখটো কোন ঠাইৰপৰা হব।

যি ঠাইত ইউচুফৰ মূৰটো আছে—

নাই, আমি মানি লব নোৱাৰো।

যি ঠাইত ইউচুফৰ ভৰিৰ খোজ আছে—

স্বৰ্গৰ দেৱদূতে অলপ চিন্তা কৰি চালে আৰু নৰকৰ দেৱদূতৰ কথাতে সন্মতি দিলে।

দুয়ো পক্ষৰ দূত নগৰলৈ যায় আৰু খুৰাচানলৈ যায়। দুয়ো মূৰৰ-পৰা দুয়োদলে জোখ লয়। দুয়োদল আক' একে সময়তে আহি ইউচুফৰ শটোৰ কাষত উপস্হিত হয়হি।

তেওঁলোকে জোখ কৰা ফিটাডালৰ মূৰ দুটা মিলাই চায়। কিন্তু দুয়োফালে সমান। কৌতূহলভৰা দৃষ্টিৰে দুয়ো দলে দুয়োজনৰ চকুলৈ চায়। এনে কথাও আলোচনা হয় যে ইউচুফৰ একাংশ স্বৰ্গলৈ আৰু একাংশ নৰকলৈ যাব নেকি?

ইউচুফৰ চকু মেল খায়।

দেৱদূতে মাপকাঠীডাল ঘূৰাই আছিল।

নৰকৰপৰা অহা দূতৰ মুখৰ ৰং সলনি হয়। হঠাৎ দেখে ইউচুফ থকা ঠাইৰপৰা স্বৰ্গৰ দূৰত্ব······

স্বৰ্গৰ দূতে তলফালে চায় আৰু ভৰিৰপৰা জুখি যায়। তেওঁৰ মুখত হাঁহি বিৰিঙি উঠে, হাতত ফিটা লৈ স্বৰ্গৰ দেৱদূতে জোখটোকে চাই থাকে। নৰকৰ দূত আকাশীপথেদি আগবাঢ়ে।

স্বৰ্গৰ দূতে জুখি উলিওৱাৰ পাছত তেওঁৰ মুখৰপৰা মাথোন এটি বাক্য ধ্বনিত হয়—মাত্ৰ এখোজ।

---

# নাচিকেতাই যম ৰজাক যি সুধিছিল

মই তোমাক বুজাবৰ কাৰণে কিমান চেষ্টা কৰিছোঁ। কিন্তু তুমি কেতিয়াও বুজিবলৈ ইচ্ছা নকৰিলা ফলত মোৰ সকলো চেষ্টা অথলে গ'ল। সফলতাৰ বাবে তুমি ইমান সহজে আঁতৰি থাকিলা যে তুমি জানি বুজিয়েই তেনেকুৱা কৰিছা বুলি কোনেও কব নোৱাৰে। তুমি তেনেই কেঁচুৱাৰ নিচিনা ব্যৱহাৰ কৰিলা।

তোমাৰ সন্দেহ নহ'বৰ বাবেই মই তুলসীৰ মালা পিন্ধিবলৈ লওঁ। তুমি তুলসীৰ পাত দিওঁতা আৰু মন্দিৰত পূজা আদি কৰা কামতো বাধা দিলা। তুমি মান মনে আনক কৈছিলা।

তেওঁ এতিয়া কিছু ধাৰ্মিক হ'বলৈ ধৰিছে। ধাৰ্মিক, কথাষাৰ তুমি কিমান সবলভাৱে কৈছিলা? তেতিয়া মোৰ এনে লাগিছিল যে মোৰ গাত অকণমান ভক্তিৰ লক্ষণ দেখিয়েই তুমি অভিমান কৰিছিলা, প্ৰায়বোৰ মানুহকেই তুমি সকিয়াই দিছিলা। তাতেই বেছি তুমি আৰু একোকেই বাজেব নোৱাৰিলা। তুমি এইখিনিও নুবুজিলা যে মোৰ সবল মনটোত কিমানবোৰ ভাবেই যে জোৱাৰ উঠিব ধৰিছে।

দ্বিতীয় আশ্ৰম অনুসন্ধানৰ যাত্ৰাত আত কমেও মই তোমাক এজন দৰ্শক হিচাপে পাবলৈ বিচাৰো।

মই মোৰ ডাঙৰ, চুলিবোৰ এনেই ৰাখিছিলো আৰু কেতিয়াবা গাজা, ভাং আদি নিচাজাতীয় বস্তুবোৰো খাবলৈ ধৰিছিলো। তোমাৰ ধাৰণা আছিল যে এইটো মাত্ৰ সেই নতুন ৰীতি অনুকৰণ কৰিবলৈ কৰা চেষ্টাহে। তুমি ভাবিছিলা যে তুলসীৰ মালা লোৱাটো এটা লক্ষণহে মাথোন। ইয়াৰ যোগেদিয়েই মই তাৰুণ্যৰপৰা ব্ৰহ্মচৰ্যলৈ উন্নতি যাব খুজিছো। তোমাৰ এই ধাৰণা কিমান যে কুটিল আছিল।

এতিয়াও মই যেতিয়া তোমাৰ সৈতে মন্দিৰলৈ যাওঁ, তোমাক মন্দিৰৰ

নির্জন ঠাই এডোখৰত কেৱল দর্শক হিচাপে থিয় হৈ থকা যেনহে অনুমান কৰো তুমি লুকাই লুকাই চাইছিলা তেওঁ কি কাৰছে ? হাতযোৰ কৰি প্রার্থনা কৰিবছে ? ভগবানক প্রাথনা কৰা বা প্রসাদ দিয়া আৰু লোৱা তোমাৰেই কাম আছিল নহয় ? কিন্তু এতিয়া তোমাৰ সৈতে মন্দিৰলৈ আহিবলৈও সংকোচ নকৰো। মোৰ কপালত চন্দনৰ ফোট দিয়াৰ সাহস এতিয়া তোমাৰহে আছে। কিয়নো তুমি জানা যে তোমাক মই কোনো কামতে বাধা নিদিও। কিন্তু মোৰ এই পৰিবৰ্তন কেনেকৈ হ'ল তাক জানিবলৈ অলপো চেষ্টা নকৰিলা। তাৰোপৰি কেতিয়ানো পৰা হ'ল তাকো তুমি নাজানিলা। মোৰ পৰিৱৰ্তনৰ কথা যদি জানিবলৈ চেষ্টা কৰিলাহেঁতেন তেতিয়াহলে আমি পৰস্পৰে পৰস্পৰক বুজিব পাৰিলোহেঁতেন।

কিছুদিন এনেকৈয়ে যাওক। পাছত দেখা যাব, পোন্ধৰ বছৰৰ আগতে আমাৰ বিয়াৰ তৃতীয়দিনা মই তোমাৰ সৈতে যোৱা মন্দিৰলৈ যোৱাৰ কথাত অনিচ্ছা প্রকাশ কৰিছিলো তেতিয়া তোমাৰ দেউতাই যি কথা কৈছিল সেয়া মোৰ এতিয়ালৈকে মনত আছে। আমাৰ মিলন হোৱাৰ, আত্মা এক হোৱাৰ আৰু আমি দুয়ো একেলগেই মন্ত্ৰোচ্চাৰণ কৰাৰ প্রতিজ্ঞা কৰো নহয় জানো ? তথাপি তোমাৰ ভগৱানৰ সন্মুখত মূৰ দোঁৱাবলৈ মই নাহিলে আৰু তেতিয়া তুমি বেজাৰত চকুলো টুকিছিলা। মই কিন্তু বিচালত হোৱা নাছিলো। তুমি আশা কৰিছিলা যে সময়ৰ সোঁতত মই তোমাৰ অধীনলৈ আহিম। কিন্তু তোমাৰ চতুৰ দেউতায়েহে সবলোকৰ জানিছিল।

সময় গৈ থাকে। আমাৰ এটি কন্যা সন্তান জন্ম হয়। তাই ডাঙৰ হয়। তাইক তুমি সান্ধ্য ভজন আৰু কীৰ্তন গাবলৈ শিকাইছিলা। তাই অতি মনযোগেৰে আৰু সুললিত সুৰেৰে ভজন গাইছিল। মই কোনো বাধা দিয়া নাছিলো। তথাপি আমাৰ মাজত মনোমালিন্য ঘটি থকা কথাটো তুমি জানো অস্বীকাৰ কৰিব খোজা ?

প্রথমে মই ভগৱানক উপলব্ধি কৰিছিলো আৰু তেতিয়া তুমি মোৰ ওপৰত খং কৰিছিলা। পিছত অতি দুখেৰে কৈছিলা

"দেৱতাৰ সন্মুখত মূৰ নোদোঁৱাটো কোনো বেয়া কথা নহয়। কিন্তু ভগৱানক নিন্দা নকৰিবা"—

কথাখিনি শুনিয়েই মই ক্ৰোধান্বিত হৈছিলো আৰু অতি ঘৃণাৰে ল'ৰাকালৰ কথা কৈছিলো ।

"জানীয়ে দেৱীক গালি পাৰিছিল । তাৰ ফলত কি হ'ল ?"

"কোন সেইজন বীৰপুৰুষ জানী ?" তুমি সুধিছিলা ।

"সৰু কালৰ লগৰী এংলো-ইণ্ডিয়ান যুৱক । শুনা——সকলো কথাই বিৱৰি কওঁ ।— মই প্ৰতি শনিবাৰেই মাৰ সৈতে দেৱী মন্দিৰলৈ গৈছিলো আৰু মন্দিৰত হাতযোৰ কৰি প্ৰাৰ্থনা কৰিছিলো । নহলে দুৰ্গাদেৱী অসন্তুষ্ট হয় । আৰু মহামাৰী ৰোগ বিয়পাই দিয়ে । কিন্তু এদিন জানীয়ে মন্দিৰৰ সন্মুখত শৰীৰৰ সকলো কাপোৰ সোলোকাই দিলে ।"

মোৰ কথা তুমি শুনিব খোজা নাছিলা ——

তথাপি মই কৈয়েই থাকো । জানী আৰু মই মন্দিৰৰ সন্মুখৰ পথাৰ-খনত পাৰ চৰাই উৰাই আছিলো । মই উৰোৱা পাৰ চৰাইটো উৰি উৰি গৈ আকাশৰ শুকুলা মেঘৰ আঁৰত লুকাই পৰে । আৰু জানীৰ পাৰটো উৰি উৰি উঠা-নমা কৰি দেৱী মন্দিৰৰ চালত পৰে । খঙত তেওঁৰ সীমা নাইকিয়া হ'ল । হাতত তেওঁৰ বাটলু গুটি আছিল । ক'লা পাথৰৰ দেৱী মূৰ্তিক লক্ষ্য কৰি বাটলু গুটি মাৰিছিল,ময়ো তাৰ লগত আছিলো ।

সেইদিনা জানীৰ মুখৰ পৰা ওলোৱা অশ্ৰাব্য গালিৰ কথা মই তোমাক কোৱা নাই । মানে সেয়া তুমি শুনিবলগীয়া নাছিল । গালি দেৱীৰ কাণত পৰিছিল বোধহয় । মোৰ শৰীৰত বসন্তই দেখা দিলে । ৰোগাক্ৰান্ত হোৱাৰ আঠাইশ দিনৰ পিছত মোক যেতিয়া ভালদৰেই ধুৱাই মেলি, বগা কাপোৰ পিন্ধায় আৰু বাদ্য ঘণ্টাৰ ধ্বনি কৰি মন্দিৰৰ চাৰিওফালে ঘূৰায় তেতিয়া জানীয়ে মনে মনে খুব ভাল পায় ।

মই বহুত সময়লৈকে পঢ়ি থকা আৰু কোঠালীত অকলে বহি দাড়ি-চুলিত হাত ফুৰাই শূন্যলৈ চাই থকাটো তুমি এতিয়াও পছন্দ নকৰা । জোৰ কৰি তুমি মোৰ হাতৰ পৰা কিতাপ কাঢ়ি নি লুকাই থৈছিলা । মই তোমাক তাৰ বাবে খং নকৰো; কিয়নো মই জানো যে মোৰ পঢ়াৰ সময় উকলি গৈছে । আৰু মোৰ বিশ্বাসো নাই যে পঢ়িলে এতিয়া আৰু মোৰ কিবা এটা হ'ব । এতিয়া যাতে পুনৰ জন্ম নাপাওঁ তাৰ বাবে মোৰ প্ৰাৰ্থনা । মই যদি বহুত পৰলৈকে নিৰৱ হৈ বহি থাকো তেতিয়া তুমি অসন্তোষেৰে মোক সোধা— -

—কি হৈছে ?

মই যদি নিৰবে থাকো, কোনো উত্তৰ নিদিওঁ, তোমাৰ খং আৰু অভি-মান আকৌ দুগুণে বাঢ়ে। মোৰ নিস্তব্ধতা আৰু তোমাৰ পৰা মই আঁতৰি থকাটোও তুমি সহিব নোৱাৰা হৈছিলা --আৰু তেতিয়াই তুমি হতাশ হৈ ৰেডিঅ' শুনিবলৈ লৈছিলা । কেতিয়াবা কাঁহী-বাতিবোৰ ভাঙি টুকুৰা-টুকুৰ কৰা । তেতিয়াও তুমি জানো মোৰ খং উঠা দেখিছা ?

চাৰিওফালে দেৱালেৰে আগুৰি থকা বঙলা এটাত জানী থাকে। মজি-য়াত কাৰ্পেট পৰা আছে। বেৰবোৰত মহাত্মা যীশুৰ সুন্দৰ ফটো আঁৰি থোৱা আছে। বেৰত আঁৰি থোৱা কলা-কৌশলো অতি ধুনীয়া আছিল। প্ৰতি ৰবিবাৰে জানী যেতিয়া গীৰ্জালৈ যায়, সদায় কোট-পেণ্ট পিন্ধি গৈছিল। তাত তেওঁ যথেষ্ট গৰ্ব অনুভৱ কৰিছিল। তেওঁৰ সৈতে তেওঁৰ ভনীয়েক ডায়না গৈছিল । ডায়নাই আইতাকে দিয়া দামী কাপোৰ পিন্ধি গৈছিল । সিমান ধুনীয়া আৰু মূল্যবান কাপোৰ মই ইয়াৰ আগতে কেতিয়াও দেখা নাছিলো ।

যেতিয়া মই জানীক বিচাৰি তেওঁৰ বঙলালৈ গৈছিলো, তেতিয়া ডায়-নাই মোক ভিতৰলৈ মাতি নি প্লেট ভৰাই কেক খাবলৈ দিছিল। বেছিভাগ সময় তাই আইনাৰ সন্মুখত বহিছিল ।

মেজৰ চাৰিওফালে সুন্দৰ সুন্দৰ বস্তুবোৰ সজাই থোৱা থাকে। কোঠাৰ ভিতৰ কিউটিক্যুৰা পাউদাৰ আৰু চেণ্টৰ গোন্ধেৰে বিয়পি থাকে । ডায়নাই মোক কেতিয়াবা কেতিয়াবা মাতি নি নখত নখপালিচ আৰু গালত য়ুডিক্লোলন লগাই দিছিল । জানীক ক'তোৱেই দেখা পোৱা নগৈছিল । ডায়নাই চুলিত কেতিয়াও তেল নিদিছিল । কান্ধলৈকে ওলমি থকা চুলিকোচা ব্ৰাছেৰে আচুঁৰি আচুঁৰি মোক কৈছিল—"সৌ, বিবনডাল দিয়াছোন।"

কোঠাৰ ভিতৰৰপৰা কথা পতাৰ শব্দ প্ৰায়েই কাণত পৰে । মই জানি-ছিলো যে সেয়া জানীৰ মাক । তেওঁৰ কোঠাটো সদায় বন্ধ আছিল । তেওঁ কাৰ সৈতে কথা পাতিছে বাৰু? আন কাৰোবেই শব্দ শুনা নগৈছিল । কিন্তু সিহঁতৰ কথা শেষ নহ'ল। আৰু মই সিহঁতক গীৰ্জাঘৰলৈ যোৱাও কেতিয়াও দেখা নাই । গীৰ্জাঘৰৰ পাদ্ৰীয়ে কেতিয়াবা কেতিয়াবা বঙলালৈ আহিছিল । জানীৰ মাকক মই এবাৰ চাবলৈ খুব ইচ্ছা কৰিছিলো ।

আন এদিনৰ কথা। বাহিৰত কোনো নাছিল । মই চিঞৰি চিঞৰি জানীক

মাতিছিলো । দৌৰি আহি থকা ডায়নাৰ ওপৰত হঠাতে মোৰ চকু পৰিল। কিন্তু ওচৰৰে অহাত দেখো যে সেয়া ডায়না নহয়। দেখাত দুয়োকে একেই লাগিছিল । তেওঁ মোৰ থুতৰিত ধৰি কিবা সুধিছিল । কিন্তু মই একো বুজি পোৱা নাছিলো । তেওঁ তাৰ পাছত আকৌ মিচিকীয়া হাঁহি এটি মাৰি মোৰ গালত চিকুটি দিয়ে । অকস্মাৎ মই তেওঁৰ চকুত ভয়ৰ ভাব দেখো আৰু অনুভৱ কৰো যে তেওঁ মোৰ পৰা কিছু পিছুৱাই গৈছে । পিছ ফালে ঘূৰি চাই দেখো ডায়নাৰ হাতত এছাটি এডাল লৈ কাৰোবাক প্ৰহাৰ কৰাৰ ভংগীত থিয় হৈ আছে । তেওঁ নাদান শিশু এটাৰ দৰে খোলা দুৱাৰেদি কোঠাৰে পিছুৱাই যায় । ডায়নাই তেওঁক কোঠাটোত বন্ধ কৰি থৈ উভতি আহি মোক কয়

"অ' শুনা, কাকো নাকবা দেই ? বুজিছা নে ?" ফুলি থকা গেৰুৱা কাপোৰ পিন্ধা ভিক্ষুজনে কিছুদিন ধৰি মোলৈ লক্ষ্য কৰিছে । আৰু সেই বাবেই তোমাৰো চকু তাৰ ওপৰত । মোক ভিক্ষুসকলে লগ ধৰাৰ বাবে তোমাৰ চকুত টোপনি নাই । তুমি সুধিছিলা

কোন এই লোক ?

ভিক্ষু ।

মই জানো ।

আজি কালি তোমাৰ ইমান সোনকালে খং উঠে । এয়া মনৰ সকলো কথা খুলি কোৱাৰ উপযুক্ত সময়েই আছিল ; কিন্তু কথাবোৰ বুজিবলৈ চেষ্টা কৰাৰ ইচ্ছাহে তোমাৰ মুখত দেখা নগ'ল। পঢ়া শুনা এৰি মই গুৰুৰ কি সন্ধান কৰিম ? মোক জ্ঞান দিব পৰা লোক কোন আছে ?

তোমাক মই এবাৰ সকলো কথা খুলি কবলৈকে ঠিক কৰিছিলো । সেই দিনা তোমাক অলপ মুকলি মনেৰে থকা যেন দেখিছিলো। মই ভাবিছিলোঁ যে সেইটোৱেই উপযুক্ত সময় । মই কৈছিলো -ব'লা হৃষীকেশলৈ যাওঁ ।

তুমি মোৰ কথাৰ পাতনতেই প্ৰতিবাদ কৰি কৈছিলা

হৃষীকেশত কি আছে ?

তোমাৰ প্ৰতিক্ৰিয়াৰ ফালে লক্ষ্য নকৰাকৈয়ে মই কবলৈ আৰম্ভ কৰাটোৱেই মোৰ ভুল হৈছিল । পিছত মই হতাশ হৈ এটি শিশুৰ দৰে আঁকোৰ গোজ হৈ ধৰো--"মই সন্যাসী হ'ম ।" কিন্তু তুমি খিল্ খিলকৈ হাঁহি দিয়া ; "আচ্ছা, সেইকথাহে তেনেহলে ? ময়ো আহিছো ৰব ।"

সেইটো বয়সত তুমি বৰ আনন্দ পাইছিলা চাগে। অস্পষ্ট হাঁহি এটাৰে তুমি মোক উপহাস কৰিছিলা।

কিন্তু শোৱা কোঠাত মই যেতিয়া গেৰুৱা ৰংটো লগাওঁ তুমি তেতিয়া খুব ফূৰ্তি পাইছিলা।

তুমি কৈ উঠিছিলা—"বাঃ কি সুন্দৰ ৰং।"

তুমি তোমাৰ বান্ধৱীবোৰক মাতি আনিছিলা আৰু এই ৰংটোৰ বিষয়ে কৈছিলা, তেওঁলোকেও সেই ৰংটো বৰ পছন্দ কৰে। কাৰণ ৰংটো শোৱাকোঠাৰ উপযুক্ত ৰং। কথাখিনিত তুমি বৰ গৰ্ব কৰিছিলা। গৰ্বেৰে তেওঁলোকক কৈছিলা—মোৰ প্ৰিয়তমে নিজেই এই ৰংটো বাছি লৈছে। কিন্তু মই যেতিয়া শোৱা কোঠাৰপৰা তোমাৰ বিছনাখন আঁতৰাই নিবলৈ অনুৰোধ কৰো তেতিয়া তুমি কি কৈছিলা মনত আছে ?

মই এই আশ্ৰম ত্যাগ কৰাৰ সিদ্ধান্ত লৈছোঁ। দীৰ্ঘ যাত্ৰাৰ সংকল্প গ্ৰহণ কৰিছোঁ। ঘৰৰপৰা ওলাই যোৱাৰ সময়ত তুমি মোক বাধা নিদিবা—, বেদৰ দুটা ভাগ আছে—কৰ্ম আৰু জ্ঞান। মোৰ কৰ্তব্য যে মই ঠিকমতে কৰিব পাৰিছোঁ সেয়া মই নদি কব নোৱাৰোঁ। আমাৰ ছোৱালী এতিয়া জনা-বুজা হবলৈ ধৰিছে। মই বিদায় লোৱাৰ আৱশ্যকো নাই। মোৰ এতিয়া জ্ঞান অৰ্জন কৰাৰ সময় হৈছে। মই বাহিৰলৈ ওলাইছোঁ। নাচিকেতাই যম ৰজাক যি সুধিছিল, সেয়াই মোৰপৰাও সুধিবলগীয়া আৰু জানিবলগীয়া আছিল।

ভাল আৰু বেয়াৰ পিছত কি আছে ?

হেতু আৰু ফলৰ পিছত কি আছে ?

ভূত-ভৱিষ্যত আৰু বৰ্তমানৰ সিপাৰে কি আছে ?

—:০:—

# পিতৃ

কমলাৰ মাক আছেনে ?

দুৱাৰৰ ওচৰত এটি ছাঁয়ামূৰ্তি দেখি ডাক্তৰৰ মুখত সন্দেহৰ ভাব স্পষ্ট হৈ উঠিল ।

কথাচহকী ৰামমোহনে ডাক্তৰক দেখা নাছিল । নিজৰ কথাত নিজে উটি গৈছিল । সংকোচেৰে ছাঁটো অলপ সময়ৰ বাবে থিয় দি আছে । পৰ্দাৰ তলৰ ফাকৰপৰাই দুবল ভৰি, ফটা গোৰোৱা আৰু দীঘল নখেৰে আঙুলিবোৰ দেখা গৈছিল । "মালুকুট্ৰিয়েই হ'ব, তেওঁ এতিয়াও যোৱা নাই ?" "মোহন, অলপ লাহে লাহে কোৱা, এইখন হস্পিটেল ।" ডাক্তৰে উঠিব খোজোঁতেই সেই ভৰি দুখন আঁতৰি যায় । "মোহন, তোমালৈ ভয় কৰি, তোমাৰ মাত শুনি ভয় কৰি তেওঁ ভিতৰলৈ নাহিলে । তেওঁ কিয় নাহে ?"

ডাক্তৰে নিজৰ ঘড়ীটোলৈ চালে । ঘড়ী নহয়, ডায়েলৰ আয়নাত কমলাৰ গোল মুখখন ভাহি উঠে । ঘড়ীত সৰু কাঁটা, সংখ্যা একেবাৰেই নাছিল । শুকাই যোৱা এখন মুখ তাত মাথোন ভাহি উঠে ।

"ডেইনী, সেয়া তাৰ সংকল্প । দেশৰ মূল সম্পদ জনতা । মাক আৰু শিশু ।"

"তুমি মনে মনে নাথাকা ? তোমাৰ বক্‌বকনি বন্ধ হৈ যাব । তোমাৰ পুঁজিয়েই নিৰৰ্থক । তোমাৰ পুঁজিৰ ধন বিলাই যুৱসমাজৰ নেতা হোৱা । তুমিয়েই যুৱকৰ প্ৰতীক । তোমাৰ দীঘল সুকুমাৰ শৰীৰ, গোফ, সংসাৰৰ কাম । এয়া উৎসৱ নে মৰণৰ খেলা ? তুমি ইয়াৰপৰা যাবা । মই এটি শিশুৰ প্ৰাণ ৰক্ষা কৰিব লাগে । মোহন, কমলাৰ মৃত্যু হয় । কমলাৰ মৃতদেহ আৰু তাইৰ মাক হস্পিটেলত আছে । তেওঁলোক কিয় এতিয়াও যোৱা নাই মই খবৰ কৰোঁগৈ ।"

"বাই দি ৱে, কি হৈছিল ডেইনী ?"

"অ এটি শিশুৰ 'কেছ' আছিল । জাষ্ট এ মিনিট । মই এতিয়াই চাই আহোঁগে ।"

দুৱাৰত ওলোটাকৈ পৰ্দাখন লগোৱা আছিল। এতিয়ালৈকে মোৰ চকুতেই পৰা নাছিল। দুৱাৰৰ ওচৰতো কোনো নাছিল। পৰ্দাখনেও লৰচৰ কৰা নাছিল। পৰ্দাখনে বাৰু বৰ দুখ পাইছে নেকি? সেই ফুলবোৰ কিমান ধুনীয়া? পৰ্দাত থকা গছৰ ডালবোৰো তলৰ ফালে বাঢ়ি যায়। ডালবোৰেও মাটিৰপৰা এঙ্গাৰ গেছ বিচাৰে। সিহঁতৰ গতিক কোনে বাধা দিয়ে বাৰু? দৰ্জীয়ে নে কোনোবা হৰিজনে? চিন্টাৰে বাধা দিব নেকি? চিন্টাৰে কিয় বাধা দিব? তেওঁলোকে মূলকেই পূজা কৰে। তেওঁ-লোকে ফুলৰ পুলি ৰোৱে, যতন লয়, সেইবোৰ চাই চাই ভাবত বিভোৰ হয়।

কমলাৰ মাক ক'ত আছে?

এইবাৰ ডাক্তৰ ডেইনিয়ালে ঘড়ী চাবলৈ চেষ্টা নকৰে। অথবা হাতৰ ওলোটা পিঠিত কমলাৰ স্মৃতিও ৰক্ষা কৰি ৰাখিব নোখোজে। ডাক্তৰে কমলাৰ সেই সৰল, মোহনীয়, পবিত্ৰ মুখখনিও বিচাৰি নুফুৰে। ৰাম-মোহনৰ দৃষ্টি সোঁহাতৰ ঘড়ীৰ ফালে পৰে আৰু চেকেণ্ডৰ কাঁটাডালৰ গতি হিচাপ কৰিবলৈ ধৰে।

চাৰি বাজি চাৰিবশ মিনিট। চেকেণ্ডৰ কাঁটা চলি থাকে।

চৌত্ৰিছ, তাৰ পিছত পঞ্চত্ৰিছ। পাঁচ বাজি ত্ৰিশ মিনট যোৱাৰ পিছত প্ৰচাৰিত ভাষণ --

চেনেহৰ,

জন যুৱক সভাৰ সৌহাৰ্দ্যপূৰ্ণ অভিবাদন----

ৰামমোহনৰ বুকুত পৃথিবীৰ অন্তৰাত্মাই দুন্দুভি বজায়। হাতৰ পিঠিত --- চেকেণ্ডৰ কাঁটাৰ গতি ---

ডাক্তৰ উভতি আহে। তেওঁৰ মুখত অৱসাদৰ চিন।

"ডেইনী, মই কি কৈছিলো? তই কি ভাবিবলৈ ললি? চোভিয়েত সংঘতো ধৰ্মৰ প্ৰতি শ্ৰদ্ধা আছে। গীৰ্জা আৰু মন্দিৰেও মৰিয়ামক মানে। তেওঁলোকেও মাতৃৰ আৰাধনা কৰে। কোনো নাৰী অন্তঃসত্বা হোৱাৰ যদি বাতৰি পোৱা যায় ---"

এতিয়া ডেনিয়লৰ মুখত অলপো ক্লান্তিৰ ভাব দেখা নাই। তেওঁৰ বৰ বৰ চকুহালিত এতিয়া কেৱল তৃষ্ণাৰ্ত জ্বালা। নিজ কাণেৰে তেওঁ একো নুশুনে। ৰামমোহনৰ মুখমণ্ডলত আৰু চকুত এই জ্বালা তীব্ৰতৰ হৈ উঠে।

চোভিয়েত সংঘত কোনোবা গৰ্ভৱতী হোৱাৰ খবৰ পালে কি হব ? গিৰিয়েকে শাও দিব ? অমঙ্গলীয়া কথাৰ আলোচনা হব ? ডাঙৰ সন্তানে মাকক আমনি কৰিব ?

মই ইউৰোপ আৰু আমেৰিকা দেখিছো। চোভিয়েত দেশো দেখিছো, আনৰ তুলনাত আমেৰিকাৰ দম্পতী যথেষ্ট চহকী। প্ৰচুৰ অৰ্থ আছে তেওঁ-লোকৰ। প্ৰত্যেকৰে নিজা নিজা গাড়ী আছে। কামোদ্দীপক প্ৰসাধন আছে। তথাপি কোনো তিৰোতাৰ প্ৰসৱৰ সময়ত সেই সকলোবোৰ মিছা হৈ যায়। স্বামী, মটৰ গাড়ী, ঘৰ আদি সকলো বন্ধকত থব লগা হয়। তেওঁলোকে প্ৰসূতিগৃহলৈ যাবলৈ ভয় কৰে, কাৰণ তাত যথেষ্ট খৰচো হয়। চোভিয়েতত কোনো তিৰোতা গৰ্ভৱতী হোৱা খবৰ পোৱাটোবেই ডাঙৰ কথা। চোভিয়েতৰ মানুহে কোনো তিৰোতা গৰ্ভৱতী হোৱা খবৰ পাবলৈকে যেন বৈ হে থাকে। কিয়নো দেশখনেই সেই গৰ্ভৱতী তিৰোতা গৰাকীৰ দায়িত্ব বহন কৰিব। পিঠিত বিষ আছে নেকি ? হাড়বোৰ বিষাই নেকি ? বমি হয় ? অৰ্থাৎ মাতৃ হবলৈ ওলোৱা সকলোবোৰ লক্ষণ আছে নেকি ?? কাৰণ তেওঁলোকেই হ'ল দেশৰ সম্পত্তি। দেশেই তেওঁলোকৰ সকলো দায়িত্ব কান্ধ পাতি লয়। তিৰোতা মাতৃ হয়। শিশু সোণৰ মণি হৈ পৰে। গৰ্ভকালত নাৰীৰ আলপৈচান, প্ৰসৱৰ সুবিধা দিয়া সকলো দায়িত্ব দেশখনে লয়, মাক-দেউতাকৰ শিশুৰ প্ৰতি কৰিব লগা একোৱেই নাথাকে।

ডাক্তৰ ডেনিয়েলে দুৱাৰৰ ফালে চাই থাকে। ৰামমোহনৰ ভাষণ শুনিবৰ বাবে এখন কাণ এফালে আৰু কোনোবা অহাৰ সংকেত পাবৰ বাবে আনখন কাণ দি থাকে। এয়া তেওঁৰ পুৰণি অভ্যাস। ৰোগী, ৰোগীৰ কথা, ষ্টেথিছস্কোপ, ৰোগ সম্পৰ্কীয় বিভিন্ন কথা এই সকলোবোৰ একেলগে শুনি যাব, কৰি যাব পৰাটো তেওঁৰ অভ্যাস। চিন্তা আৰু বিবেচনা শক্তিয়েও একেলগে কাম কৰে। "মোহন, তই কৈছ, মই শুনি আছো।"

পৰ্দাখন ওলোটাকৈ আঁৰা আছে।

গছৰ শিপাৰ ঠাইত ফুল আছে। এয়া অভিশাপ। চাওঁতে চাওঁতে পৰ্দাখন আৰু এবাৰ কঁপি উঠিল।

কমলাৰ মাক নেকি ? বতাহহে আছিল।

বতাহেহে পৰ্দাখনত ঢৌ তুলিছিল। ঢৌবোৰে পৰ্দাত সাঁতুৰি ফুৰিছিল। ঢৌবোৰে উঠা নমা, অগা পিছা আৰু মাজে মাজে ওফন্দি পৰিছিল। গৰ্ভ নেকি ?

বতাহৰ ঢৌ শান্ত হয়। গছ পুলিবোৰৰ ঠাঁই, আধাফুলা ফুলবোৰ মৰহিবলৈ ধৰে। ফুলবোৰ সৰিব নেকি ?

"ডেইনী, তোক কিছু অশান্ত দেখিছো।"

"মোৰ সন্তান এটিৰ মৃত্যু হ'ল।"

"তোৰ ?" -- ৰামমোহন চক্ খাই উঠে।

"মোৰ নহয়, কমলাৰ। মোৰ চিকিৎসাত আছিল।"

"কমলাৰ কি হৈছিল ?"

মোহন, তোমাৰ কপটতাত সকলোৱে ভুল কৰিব পাৰে বা তোমাৰ প্ৰতি সহানুভূতিশীলো হব পাৰে, কিন্তু ডাক্তৰ ডেনিয়েল নহয়। ডেনিয়েলে তোমাক ঘিণো নকৰে। তুমিও এজন মানুহ। কিছুমান পালনীয় নিয়মে তোমাক পৰাশ্ৰয়ী কৰিলে। মই তোমাক শতবাৰ ক্ষমা কৰিছো। তোমাৰ যি অভ্যাস ইতিমধ্যে হৈ গৈছে, সেইখিনি সলনি কৰাৰো কোনো উপায় নাই, কিন্তু মই মৰাৰ আগতে তাৰ উপায় বিচাৰি উলিয়াব লাগিব। হৰগোবিন্দ খুৰানাৰ নাম শুনিছা ? ষ্টেটচত তুমি তেওঁক লগ পাইছা বোধকৰো। যিবোৰ জিনৰ দ্বাৰা তোমাৰ গঠন, ডি, এন, এন, এ তোমাৰ স্বভাৱ নিৰ্ণয় কৰে। মই সাধুলোকৰ শৰীৰৰ পৰা এই গুণী জিনবোৰ পৃথক কৰি আনি তোমাৰ শৰীৰত ইনজেক কৰিবলৈ চেষ্টা কৰিম।

কমলাৰ হৃদ-ৰোগ আছিল। তেওঁৰ বুকু বৰ দুৰ্বল আছিল। বুকুৰ দুৰ্বলতাৰ কাৰণেই তাইৰ পিত্ত ৰোগ হয়। প্ৰথমে তাইক অলপ হালধীয়া পৰিযোৱা যেনেই দেখা গৈছিল। তাৰ পিছত উশাহ লব নোৱাৰা হয়, পেটটো ফুলি উঠে। বৈদ্যই কয় যে কোনো চিন্তা নাই, পিত্তৰোগ। কমলাক যেতিয়া ইয়ালৈ অনা হয়, তেতিয়া কেৱল পেটৰ ৰোগতে ভোৱা হয়। পেটটো বৰ উখাহছিল। কঁকালৰ পৰা পেটতো বহুত আগবাঢ়ি উঠিছিল। ফুলা পেটটোৱে হাত, ভৰি, মুখ সকলোবিলাক যেন গিলিহে পেলাব। তাইৰ মাক ? মাক বিধবা। গিৰিয়েকৰ মৃত্যুৰ সময়ত তাই গৰ্ভত থকা -- চতুৰ্থ সন্তান। ৰামমোহন, মালুকুট্টি মাক। মাতৃঃ স্ত্ৰী ৰূপী তোমাৰ সম্পত্তি। তেওঁৰ গৰ্ভতেই কেচুৱাটো ওভতি আছিল। দুৰ্বল, শুকান বাঁহৰ

জেংদালৰ দৰে নিশকটীয়া ভবি দুটাত ভেজা দি কমলা আহি পৰ্দাৰ পিছফালে থিয় হয়হি। পৰ্দাৰ আঁৰৰ পৰাই তাইৰ উচুপনি শুনা গৈছিল। দুৰ্বল হাত দুখনত পৰ্দাখন আঁতৰাই লোৱাৰ শক্তিও নাছিল। এটি কেচুৱা কোঁচত আৰু আন এটি হাতৰ আঙুলিৰে ধৰি আছিল। কেচুৱা-টোৰ হাতখন এৰি দিলেও যেন দুয়ো বাগৰি পৰিব। তুমি তেনে দৃশ্য দেখা নাই। তুমি বৰ ভাগ্যবান। যুব সমাজৰ সম্পাদক, সাধাৰণ সম্পাদক আদি তোমাৰ বাবে। ফুৰিবৰ কাৰণে তোমাক লাগে মটৰ, থাকিবলৈ লাগে ভাল হোটেল, পৰিচৰ্য্যাৰ বাবে চাকৰ-নাকৰ, আৰু তোষামোদ কৰিবলৈ তোমাৰ শিষ্যবৰ্গ। কিন্তু মই কাৰ পৰিচৰ্য্যা কৰো। মাকৰ দুগ্ধহীন শুকান স্তন চুপি থকা শিশুৰ নে মাতৃ কমলাৰ? মায়ে মাথোন কমলাৰ বাবেহে কাৰ্ড লৈছে। আনফালে ঔষধ কিনিবলৈ মোৰ হাতত পইচা নাই। চাৰিটি শিশু ভোকাতুৰ বাবেই মই আজি ইয়ালৈ আহিছো।

ভোক ?

ৰামমোহনৰ অসহ্য লাগে। মই ইয়ালৈ এই বাবেই আহিছো যাতে ডাক্তৰে ডেনিয়েলক ভোকৰ কাহিনী নুশুনায়। গোটেইখোৰ ৱাৰ্ডৰ চাৰিও-ফালে ঘূৰি ফুৰে, তথাপি সময় থাকে। আদৰণিৰ সময় হোৱালৈকে ক'লৈ যোৱা যায়।

"তুমি কি কৰিলা ?"

আচলতে কমলাৰ কাৰডিয়ো মায়োপাথি ৰোগ। বৈদ্যই কব পিত্ত ৰোগ। শৰীৰত তেজ কম। তেজ কমি গলে শৰীৰত পানীৰ পৰিমাণ বাঢ়ি যায়। শৰীৰ হালধীয়া হয়, উশাহ লবলৈ ধৰে, তেতিয়া পিত্ত ৰোগো হয়। এই দেশত কাৰ পিত্ত ৰোগ নাই? ৰক্ত সঞ্চালনৰ বাবে হাওঁফাওত যথেষ্ট শক্তি নথকাৰ বাবেই শৰীৰৰ মাংসপেশীবোৰ দুৰ্বল হয়। মালুকুট্টিয়ে কবই নোৱাৰে যে তাইৰ ছোৱালীজনীৰ মৃত্যু হৈছে। ৰামমোহন, তুমি সেই পৰ্দাখন দেখিছা ?"

ৰামমোহনে ঘূৰি চালে—পৰ্দাখনতনো কি আছে?

ফুল তলফালেহে ফুলিছে। অধোঃমুখে। কাৰ দোষত এনে হ'ল?

বেচেৰা ৰামমোহন আদৰণি সভাত কিবা কবৰ কাৰণে ক্ষণ গণি আছে। অধঃমুখী অৱস্থাত বিকশিত ফুলৰ বিষয়ে কি কব বাৰু। মই ডিজেক্চন দিলো। বুকুৰ ক্লান্তি দূৰ কৰিবলৈ আৰু শৰীৰত পানীৰ পৰিমাণ কম

কৰিবলৈ ডেনচালিন দি দিলো। ৰামমোহনে নেতাৰ ভঙ্গীৰে সোধে——
"বিনামূলীয়া ঔষধ দিয়া হ'ল ?"

"দিব পৰা যায়, অনাথৰ চিকিৎসাৰ বাবে হস্পিটেলত এটি সুকীয়া পুঁজি আছে ?"

"কি এই দেশত ঔষধ কিনিবৰ বাবে অসমৰ্থ লোকো আছে।"

প্ৰশ্নটো একেবাৰে বিদেশীলোক এজনৰ যেন লাগিছিল। ৰামমোহনে প্ৰশ্নটো অলপ সংশোধন কৰে।

" --- ইয়ালৈ অহাবিলাকৰ ক্ষেত্ৰতহে ?"

"কেতিয়াবা কেতিয়াবা ?"

"তোমাৰ চকুত ধূলি মাৰিও বিনামূলীয়া চিকিৎসা কৰাব পাৰি।"

"ডাক্তৰো হৈ গলা নহয় ?"

"তোৰ সন্তানে ইয়াৰ ফল ভোগ কৰিবলৈ পাব। সিহঁতক তই ভোকাতুৰ কৰি ৰাখিবি। অনাই-বনাই ঘৰে ঘৰে ফুৰি ভিক্ষা কৰি পোৱা চাউল মুঠিৰে মাব ভাত বনাই সিহঁতক খুৱাবি।"

ডেনিয়েলৰ হাঁহি উঠে। সেই হাঁহিত মুখখন শেঁতা পৰি যায়।

"ৰামমোহন, মোৰ সন্তানৰ উন্নতি চলিয়েলিণ্ট ভাৰততেই হব নহয় ?"

তেওঁ সোধে। কথা চহকী হলেও ৰামমোহন অভিমানী।

"ডেয়নী, তই পাদ্ৰী নহলি কিয় ?"

"ময়ো তাকেই কব খুজিছো। মানুহৰ সেৱা ময়ো বিশ্বাস কৰো, কিন্তু হাত সাৱটি বহি থাকি আকাশৰ পিনে মুখ কৰি থকাজনক নহয়। তেনে লোকৰ সেৱা মই নকৰো। মানুহৰ বুদ্ধি, মগজু, অন্তৰ, কলিজা, ভজন, নলী, পেট, শিৰা-উপশিৰা, অস্থি-পঞ্জৰ, মাংসপেশী, তাত ছালৰ আৱৰণ ··

"বৈ গলা কিয় ?"

"দুৱাৰ মুখত কোনোবা আছে।"

"তুমি তোমাৰ মানুহৰ বিষয়ে কোৱা।"

ডাক্তৰ উঠে। ৰামমোহন আচৰিত ধৰণেৰে নীৰৱ হৈ পৰে।

এওঁৰ সন্তান।

দুৱাৰ মুখত মালুকুট্ৰিয়েই আছে।

"গুচি গ'ল নেকি।"

"তেওঁ একো কব নোৱাৰে।"

ডাক্তৰ ডেনিয়েলে দ্বিতীয়বাৰ প্ৰশ্ন নকৰি দ্ৰুত গতিত বাহিৰলৈ ওলাই যায়। ডাক্তৰে খং কৰি ওলাই গ'ল। মালুকুট্টিয়ে নেদেখিলে। ডাক্তৰেই আছিল তাইৰ একমাত্ৰ আশাৰ থল। তেওঁৰো খং।

মাডাৰৰো খং।

"কিয় নগল?"

ইয়াত ৰোগী আছে। ইয়াত মৃত দেহ পৰি থাকিলে ৰোগীয়ে ভয় খাব। লৈ যোৱা। প্ৰত্যেকৰেই খং।

তাইৰ উশাহ বন্ধ হৈ গ'ল। নাই হোৱা। বুকুখন এতিয়াও উঠা নমা কৰি আছে। বুকুত হাত দিয়াত হাতৰ তলুৱাত উত্তাপ অনুভৱ কৰা যায়। উশাহ লোৱাত অসুবিধা হয়। বুকুখন গৰম হয়, সংকোচিত হয়, যন্ত্ৰণাত চট্‌ফট্‌ কৰে। কান্দোন, উচুপনি শুনা গ'ল। ৰামমোহন তাত আৰু বহি থাকিব নোৱাৰা হ'ল। তেওঁ ৰামনৰ ফালে উঠি আহি পদাখন আঁতৰাই দিয়ে।

"নাছ। ডেনিয়েল ক'ত?"

বাক্যবন্ধ প্ৰায় হৈ যোৱাৰ পিছতো মালুকুট্টিৰ সেই অসহায় শব্দ— মহোদয়? - কি, কি - ?

মুহূৰ্ততে ৰামমোহনৰ অন্তৰ গলি যায়-- মই ডাক্তৰ নহয়, ডাক্তৰ নহয়, ডাক্তৰ বাহিৰলৈ গুচি গৈছে।

"এতিয়া তেওঁৰ মিনতি বাকী আছে। মাওঁ ?"

তেওঁ অলপ সংকোচ ভাবত বৈ আছিল। তেনেতে ডাক্তৰ সোমাই আহে। ডাক্তৰৰ পিছে পিছে মাডাৰ।

ৰামমোহনে সোধে —

"কি হ'ল, কি হ'ল ডেনী ?"

'নাই, একো হোৱা নাই, এওঁৰ ছোৱালীজনী ঢুকাল। শৰটো নিব পৰা নাই।"

অলপ বিবেক থকা হলেও --

ৰামমোহনে অন্য ধৰণেৰে প্ৰশ্ন কৰে —

"ইয়াত ক'তো টেক্সী ষ্টেণ্ড নাই?"

ডাক্তৰে কয় —' "ভাড়া ত্ৰিশ টকা বিচাৰিছে। কিন্তু এওঁৰ ওচৰত টকাই নাই। কি কৰা যায়!"

ৰামমোহনে মনে মনে ভাবিলে -- নিনিয়াই ভাল। হস্পিটেলত বিদ্যুৎ-

শ্মশানৰ আৱশ্যক। শ'টো তাত তুলি দি, চুইচ অন কৰি দিলেই শ পুৰি যায়, ছাই হৈ যায়। মাক, জীয়েক, সৰু ভনীয়েক সকলোবোৰ পিত্তৰোগী তথা হৃদৰোগী! দেশৰ অভিশাপ। মাডাৰে সকলোলৈকে চাই আৰু মাল্‌কুট্টিৰ ওচৰলৈ গৈ কয় -- "এইফালে আহা।" ৰামমোহনে মাডাৰৰ মাতটো বৰ কঠোৰ যেন অনুভৱ কৰিলে।

ডাক্তৰ যেতিয়া দেৱতা হয়, তেতিয়া এই সকল দেৱতাৰ দূত হব লাগে।

তেওঁ লাহে লাহে আগবাঢ়ি যাওঁতে ডাক্তৰে সুধিলে ---- ৰামমোহনৰ গাড়ী ক'ত ?"

"ৰামমোহন নীৰৱ। তেওঁ ঘূৰি ফুৰাৰ বাবে ভাল গাড়ী এখন আজি নাপালে। পুৱণি ......

"মোৰ সৰু গাড়ী এখ াহে আছে। শ টো তুলি দিলে মই বহিবলৈ ঠাই নহব মই তোমাৰ গাড়ীখনকে লৈ যাম বুলি ভাবিছো।"

ৰামমোহনে কথাষাৰ শুনি ভাল নাপালে।

খং আৰু ঘৃণা দমাই ৰাখি ৰামমোহনে কয় ---

"আদৰণি সভাৰ বাবে মাত্ৰ দহমিনিট বাকী আছে। মই পাংচুৱেল হবই লাগিব।"

তেওঁৰ ৰঙা মুখমণ্ডলত এটাৰ পিছত এটাকৈ ভাব আহি বেলেগ প্ৰতিক্ৰিয়া কৰি যায়হি। কিন্তু হাঁহিটো স্পষ্ট কৰি দেখুৱাবৰ বাবে বগা দাঁতকেইটা উলিয়াই ৰাখে।

ডাক্তৰে আৰু একো নকয়। দবাললৈকে চিবিৰে নামি আহি মটৰত বহেহি। মহিলা ৱাৰ্ডৰ ওচৰ পোৱাৰ লগে লগেই কমলাৰ শটো লৈ আহে। ডাক্তৰে পিছফালৰ দুৱাৰখন খুলি দিয়ে। তেওঁৰ দৃষ্টিত আৰু একো নপৰে। মনটো তেওঁৰ ভাল লাগে।

চিবিৰ ওপৰত ঘৃণিত ভাৱত ৰামমোহন -- আদৰণি সভাৰ ভাষণ আওৰাই আছে।

প্ৰিয় বন্ধুসকল ...

# পূজাতো নলগা ফুল

চিৰিয়েদি ওপৰলৈ উঠি তাই আগবাঢ়ে, এবাৰো উভতি নেচায়। খণ্ডত প্ৰতিটো খোজেই তাইৰ কঁপি উঠে। উঁহু সি আৰু কেতিয়াও উভতি নাহে, অসহ্য বেদনাত তাই কান্দি দিয়ে।

"মোৰ মৰমৰ ভাই।"

ওপৰ মহলাৰ ৰেলিঙৰ কাষত থিয় হৈ বাহিৰৰ ফালে তাই চকু দিয়ে। পদূলিত গোজৰণি এটা মাৰি নিৰ্জন পথটোৰেদি গাড়ীখন নিমিষতে আঁতৰি যায়। চলচলীয়া চকুৰে তাই দূৰলৈকে চাই থাকে।

শেষ সম্পৰ্কণো নাইকীয়া হ'ল। এই বিশাল বিশ্বত তাই এতিয়া একেবাৰে অকলশৰীয়া। তাই গাড়ীখন যোৱাৰ ফালে অপলক দৃষ্টিৰে চাই থাকে, কাৰণ তাই তাক আৰু নেদেখিবও পাৰে। গাড়ীখনে এটা কেৰ্কুৰি ঘূৰি দূৰত অদৃশ্য হৈ যায়। তথাপি তাই থৰ হৈ চাইয়েই থাকে।

"সাৰদা বাইদেউ"

পিছফালৰ পৰা তাইক কোনোবাই মতা যেন তাইৰ অনুমান হ'ল। বোধহয় কাত্যায়িনীয়েই হব। লগে লগে তাই ঘড়ীলৈ চায়। এৰা, অফিচলৈ যোৱাৰ সময়েইচোন হ'লহি। তথাপিও তাই একেথৰেই ৰৈ থাকে। তাই অকণো লৰচৰো কৰিব নোৱাৰে, একো কবও নোৱাৰে। তাইৰ সমুখত কেৱল এটা সত্যই স্পষ্ট হৈ পৰে—তাই অকলশৰীয়া।

কাত্যায়িনী ওপৰলৈকে উঠি আহে। নিচেই কাষৰ পৰা তাইৰ বাহুত ধৰি জোকাৰি দিয়ে।

"কি হ'ল সাৰদা বাইদেউ?"

কিন্তু তাইৰ বেদনাসিক্ত মুখখন দেখি কাত্যায়িনী নীৰৱ হৈ ৰয়। কাত্যায়িনীয়ে বোধহয় একোকে জনা নাই। কেনেকৈনো জানিব? তাইতো এতিয়াও কেচুৱা হৈয়ে আছে। জীৱনৰ দুৱাৰ দলিত মাথো ভৰি দিছেহে। তাই মাথোন এতিয়া চ'তমাহৰ মেঘহীন মুকলি আকাশখনহে দেখিছে। অৱশ্যে মানুহৰ দুখ বুজিব পৰা শক্তি তাইৰো হৈছে। সেয়েহে

বোধহয় বেজাৰত তাইৰো বাকশক্তি ৰুদ্ধ হৈ পৰিছে।

সাৰদাই যেন টোপনিৰ পৰাহে সাৰ পালে। ক্লান্ত স্বৰেৰে তাই কলে, "কাত্তী, আজি মই অফিচলৈ নেযাওঁ, গা বৰ ভাল নহয়। মোৰ ছুটীৰ এপ্লিকেশ্যান এখন অফিচত দি থৈ আহিবি।"

এপ্লিকেশ্যান লিখা সময়তো কাত্যায়িনীয়ে সাৰদাক একো নুসুধিলে। বেদনাত শুকাই যোৱা মুখ আৰু বেথাভৰা চকুজোৰ দেখি তাই নীৰৱে ৰয়। তাই মাথো তাত এক কঠোৰ আঘাত দেখিবলৈ পায়। কিন্তু সেইটো এনে কি আঘাত হব পাৰে! একোকেই তাই বুজিব পৰা নাই। মাত্ৰ এইখিনিকে তাই জানে যে ৰাতিপুৱা সাৰদাক দেখা কৰিবলৈ তাইৰ সৰু ভায়েক আহিছিল। আগেয়েও মাজে মাজে আহে।

প্ৰৱেশ্যানৰ আই পি এস সেই সৰু ভায়েকজনৰ বাহিৰে আপোন বুলিবলৈ সাৰদা বাইদেউৰ আৰু কোনো নাছিল। সি বাৰু কি এনে দুখৰ বতৰা আনিলে। সুধিবলৈও অৱসৰ নাছিল। এপ্লিকেশ্যানখন হাতত লৈ কাত্যায়িনী তললৈ নামি নীৰৱে গুচি যায়।

খট্খটিৰে নামি যোৱা কাত্তীৰ ফালে সাৰদাই খন্তেক চাই থাকে। খোজত অতি জোৰেৰে শব্দ তুলি যোৱা কাত্তীৰ পিছে পিছে যেন অতীতৰ স্মৃতিবোৰেও লৰ ধৰিছে। সকলোৱে তাইক অকলে এৰি গুচি যায়। এক নিৰ্জন নিশাত তাই মাথো অকলে। এতিয়া শেষ ব্যক্তিজনো গুচি গ'ল।

নগৰৰ হৈ-হাল্লাৰ মাজত সেই এন, জি বালিকা হোষ্টেল। সেই পুৰণি স্নেহ, যি সকলোৱে অলক্ষিতে থিয় হৈ আছে। সেই হোষ্টেলৰে এন্ধাৰ কোঠালী এটাত বহি তাই কান্দে। চকুৰ পানী নোলোৱাকৈয়ে তাই কান্দে। তাই আছিল এটি ওঁঠৰ বছৰীয়া ইনক্ৰিমেণ্ট আৰু আঠত্ৰিশ বছৰীয়া পুৰণি এক যন্ত্ৰ মাথোন। গতিকে তাত চকুলো ক'ৰ পৰা ওলাব?

ওপৰৰ চিলিঙৰ মকৰাজালবোৰ চাই চাই তাই শুই থাকে। সৰু কালৰ সেউজীসুন্দৰ কোনো এটা সময় তাইৰ মনত পৰে। ফুলেৰে ভৰা তৰাই অঞ্চলত সিদিনা পুৱা আইতাকৰ পূজাৰ বাবে তাই ফুল চিঙিবলৈ গৈছিল। ভৰি-হাতত আচোৰ খাই তাই যেতিয়া ফুলবোৰ ছিঙি আনি আইতাকক দিলেহি আইতাকে কলে - "এইবোৰ ফুল কোনো কামত নাহে মা। এইবোৰ ফুল পূজাত দিয়া নহয়।"

কাঁইটৰ আচোৰ খাই হাবিৰ পৰা বুটলি অনা সেই বঙ বিৰঙৰ পূজাত নলগা ফুলবোৰ চোতালৰ কোণ এটিত জাবৰ পেলোৱা খাল এটাত অনাদৃতভাৱে পৰি ৰ'ল, বাৰাণ্ডাৰ খুটা এটাত মৰ থৈ ডিঙিত ক'লা সূতাৰ তাবিজ লোৱা এজনী ছোৱালীয়ে মাথো সেই ফুলবোৰ চাই চাই চকুপানী টুকিলে।

আইতাক কেইবা বছৰৰো আগেয়ে চিৰদিনৰ বাবে গুচি যায়। তাতোকৈ বহুত আগতেই, হয়তো তাইৰ মনত পৰাৰো আগেয়েই কোনোবা অতীতৰ বুকুত তাইৰ মাকো হেৰাই যায়। আৰু তাৰ পৰিণাম স্বৰূপে উনৈশ বছৰীয়া ছোৱালী এজনীৰ ওপৰত ঘৰৰ সকলো দায়িত্ব নাহি পৰে। অপৰিণত বয়সৰ এটা ভাই আৰু জীৱন সুঁতিৰ বন্দৰলৈ ক্ৰমাগতে আগবাঢ়ি থকা এজনী সৰু ভনীয়েকৰে সৈতে তাই অবিবাহিতা মাক হয়। আইতাক হয়।

দেউতাক ভিতৰত শুই আছে। পক্ষাঘাত ৰোগত শৰীৰৰ এফাল নিষ্কৰ্মা হৈ পৰা দেউতাক। এই অনাগত ভাৰ বোজাছোন বাৰু এই সকলোবোৰ কষ্টৰ বাবে দায়ী কোন দেউতাই নহয় জানো? কিন্তু তেনেকৈ ভবাটো ভুল হ'ব। কাৰণ দেউতা আছিল ইতিহাসৰ পুতলা মাত্ৰ। তেওঁৰ ওপৰত দোষাৰোপ কৰিয়েই বা কি লাভ?

স্বতন্ত্ৰতা, সমতা আৰু সমাজবাদৰ অৰ্থ মই একো জনা নাছিলো। দেশ আৰু দেশবাসী কোন তাকো নেজানিছিলো। উহ দেউতা, মোৰ এই জীৱনটো কেনেকৈ এনে অসাৰ্থক হৈ পৰিল। এইবোৰ ভাবিলে মই দুখত আত বিহ্বল হৈ পৰো।

দেউতা আছিল স্বাধীনতা যুঁজৰ সেনা। সত্যাগ্ৰহ আন্দোলনত ভাগ লৈ জেললৈ যায়। আন্দোলনকাৰীৰ দেশপ্ৰেমৰ আহ্বান আৰু চিত্তাকৰ্ষক শ্লোগানৰ সোঁতে তেওঁৰ জীৱনৰ সকলোটি উটুৱাই লৈ যায়। আনকি তেওঁৰ সুস্থ শৰীৰটোকো ৰুগীয়া কৰে। অৱশেষত ক্লান্তিত তেওঁ শুই পৰিল। কিন্তু তেনে অৱস্থাতো দেউতাৰ চিন্তা আছিল তাতেই।' এইবোৰ কথা তাই একো বুজিব পৰা নাছিল। তাই বুজিব নোৱাৰা কথাবোৰৰ ভিতৰত মানুহক, দেশ আৰু দেশবাসীক লৈ ঘটা কোনো ঘটনা তথা সমস্যাবোৰেই আছিল। আৰু এইবোৰেই আছিল দেউতাৰ মনত আঘাত দিয়া চিকিৎসাহীন কেন্সাৰ ৰোগ। ৰোগত পৰাৰ কিছুদিনৰ পাছলৈকে দেউতাকৰ খবৰ লবলৈ কিছুমান মানুহ আহিছিল। কিন্তু লাহে লাহে খবৰ লবলৈ অহা মানুহৰ সংখ্যাও

কমি আহিল। অৱশেষত বিস্মৃতিৰ অটল গহ্বৰত দলিয়াই পেলোৱা এডোখৰ শিলৰ দৰে তাইৰ দেউতাক খাট এখনত পৰি থাকিল। সেই ত্যাগোজ্জ্বল জীৱনৰ মুহূর্তবোৰ এনেদৰেই শেষ হৈ গৈছিল। কিন্তু আনহাতে দেউতাৰ জীৱন ধন্য আছিল। জীৱনৰ অন্তিম সময়লৈকে বিস্মৃতি তথা অজ্ঞাতৰ মাজত তেওঁৰেই একমাত্র সত্য স্বৰূপ আছিল। তাক তেওঁ বুজি নেপালে। তেওঁ নিজৰ জীৱনটো ধ্বংস কৰিলেই, নিজৰ তিনিটি সন্তানৰ বাবেও একো কৰিব নোৱাৰিলে। মায়ে অশেষ কামনা কৰিছিল এটি পুত্র সন্তানৰ জন্ম দিন। আৰু তাৰ পাছত কোনোবা দুর্দিনৰ দিনত বেচেৰী সেই পত্নীৰো অকালমৃত্যু হ'ল। কিন্তু তেওঁ এইবোৰৰ প্ৰতি কেতিয়াও লক্ষ্য কৰা নাছিল।

"যি স্বাধীনতাক তোমালোকে বহি বহি ভোগ কৰিছা তাৰ বাবে কষ্ট কৰিছো মই"

"এইখন গণতান্ত্রিক দেশ আৰু স্বাধীনতা পাবলৈকে নিজৰ জীৱন উছগা কৰিছো।"

অহংকাৰত ওফন্দি থকা মুখ পৃথিবীতো দেউতাই নীৰবে জুপুকা মাৰি থাকে।

'মই কিবা পোৱাৰ আশাত আগবঢ়া নাই বা কাৰোবাক তোষামোদ কৰাবো চেষ্টা কৰা নাই। জীৱন যাপনৰ বাবে পেন্সন পাবলৈও যত্ন কৰা নাই, -- বুজিছা?'

কিন্তু ঘৰখনৰ বাহিৰে আৰু ক'তো একো নাছিল। চৌকাত জুই জ্বলোৱা-টোতো পিছ কথা, দিন অতিবাহিত কৰাৰ কোনো উপায়েই নাছিল।

দেউতাই পতঙ্গৰ দৰে আদর্শবাদৰ জ্বলা জুইত জাহ গৈছিল।

হতাশাৰ কবলত পৰি মাজভাগতেই তাই পঢ়া বাদ দিলে। সেই কম বয়সতেই তাই চাকৰীৰ বাবে ইফালে-সিফালে আবেদন কৰিবলৈ ধৰিলে। শেষত তাই নিম্ন খাপৰ কেৰাণী পদ এটাত মাহে ৪৫-৭৫ টকাৰ বেতনৰ সাধাৰণ অথচ নতুন জীৱন আৰম্ভ কৰিলে।

তাইৰ এনেকুৱা লাগিছে যেন এই সকলোবোৰ ঘটনা কালিহে ঘটি গৈছে। উচুপি উচুপি কান্দি তাই কলেজ এৰি গুচি আহে। বান্ধৱীবোৰৰ লগত তাই যিবোৰ আনন্দ কৰিছিল সেই সকলোবোৰ এতিয়া মধুৰ অতীতৰ একো একোটি মাত্র মুহূর্ত হৈ পৰিল। সেয়া এনে এক সুখৰ দিন আছিল কোনো কাৰণ নোহোৱাকৈ তাই হাঁহিব পাৰিছিল, মুকলিভাৱে আনন্দ

কৰিব পাৰিছিল। তাই কি কি অভিলাসেই যে কৰা নাছিল, স্বপ্ন----। কিন্তু সকলোবোৰ আশা আকাংক্ষাই আজি ফুলৰ পাপৰিৰ দৰেই মৰহি যায়। হাতত পিন্ধা জুনুকজানাক শব্দ তোলা খাৰু কেইপাতো ভাঙি চূৰ-মাৰ হয়। জীৱনটো মাত্র এক ঠেক গতিত সোমাই ৰল। কোনো প্ৰতিবাদ নকৰাকৈয়ে তাই সেই দুৰ্ভাগ্যক আকোৱালি লৈছিল। কোনো এক অজান ভেটিৰ শিলৰ মূতিৰ দৰেই পিছলৈ উলটি নোচোৱাকৈ পৰম ধৈৰ্য্যেৰে তাই আগবাঢ়ে।

হঁা, তিলমানো অস্হিৰ নোহোৱাকৈ ------। তেনেকৈ কব পাৰি জানো? স্মৃতিবোৰ কঁপি উঠে, ক্ষত বিক্ষত আশাবোৰে চিঞৰি উঠে, অতীতৰ দিনবোৰে পুনৰ জীৱন পায়। ত্যাগৰ মধুৰ নাম দিলেও সেয়া সত্যক হত্যা কৰাই হৈছিল। কেৱল নিজৰ জীৱনকেই নহয়। ইজনে সিজনৰ জীৱ-নকো, জীৱনৰ আশাবোৰৰ টেটুত চেপিয়েই মাৰিব লগা হৈছিল।

এইবোৰ কাৰ বাবে? একোৱেই পোৱা নগল। কোনো এটি গন্তব্য স্হানো পোৱা নগল, মাথো এক লক্ষ্যহীন যাত্রা হৈয়ে ৰ'ল।

হে ভগৱান। মোক ক্ষমা কৰিবা।

তাইৰ সেমেকা চকুৰ আগত বালচন্দ্ৰ আজিও থিয় হৈ আছে।

কিন্তু আজিৰ দৰে মূৰত পকাচুলি লৈ নহয়। মূৰৰ ওপৰভাগ তপাহোৱা ৰূপত নহয়। মুখত বাৰ্দ্ধক্যৰ ছাপ লৈ শোটোৰা শোটোৰ হোৱা শৰীৰৰ ছালেৰে আগফালে অলপ হালি পৰা আৰু পৰিশ্ৰমত ভাগৰি পৰা এচিষ্টেণ্ট ছেক্রেটাৰীৰ ৰূপত নহয়। ডাঠ ফ্রেমৰ চশমা পিন্ধা, মুখত মিচিকীয়া হাঁহিৰে বগা, সুন্দৰ আটিল চেহেৰাৰ যুৱকৰ ৰূপত ------ যি কোনো নাৰীকেই বশীভূত কৰিবপৰা কোমল স্বভাৱৰ পুৰুষ হিচাপেহে।

বালচন্দ্ৰ তেতিয়া চুপাৰিণ্টেণ্ডেণ্ট আছিল। তেওঁৰ বিভাগতেই সাৰ-দাই কাম কৰিবলৈ সুবিধা পাইছিল। তেৱেঁই তাইক পাৰ্চনেল ৰেজি-ষ্টাৰ, ড্ৰাফ্‌ট নোট চাবমিশন আদি সকলো কাম শিকায়। এজনী কৰ্মচাৰী হিছাপে তাইক তেওঁ সকলো কামতেই দক্ষ কৰি তোলে।

সেই দিনা কামৰ পৰা উভতি অহাৰ সময়ত অফিচৰ পিছফালে থকা কলনিখনৰ মাজত থিয় হৈ বালচন্দ্ৰই তাইক সুধিছিল -----

'মোৰ দেহত সাৰদাক পোৱাৰ যোগ্যতা আছেনে?' তাই অবাক হয়। গছৰ ফুল মৰহি যায়, পাতবোৰ সৰি পৰে।

তাই তেনে প্ৰশ্নৰ প্ৰতি কোনো দিনে প্ৰস্তুত নাছিল। মন দৃঢ় আছিল বাবেই তাই অটল হৈ ৰৈছিল। মনৰ সেইটো দিশৰ সকলো সুৰুঙা বন্ধ ৰাখি নিজকে তাই ৰক্ষা কৰি আছিল। কিন্তু এতিয়া

তুমি যাৰ পৰা ৰক্ষা পাবলৈ বিচাৰিছিলা - সিয়েই এতিয়া

সেইটো প্ৰশ্নৰ উত্তৰৰ বাবে তাই সাজু নাছিল। সেই বিষয়ে ভাবিবও পৰা নাছিল। তাই আছিল — পক্ষাঘাত ৰোগগ্ৰস্ত পিতৃৰ এজনী মাতৃহীনা ছোৱালী, তাই আছিল এজনী চতুৰ ভনী আৰু এটা বালক ভাইৰ বাইদেউ। এনে এটা প্ৰশ্নৰ বাবে তাইৰ জীৱনত স্হানেই নাছিল। সেয়েহে সেইটো প্ৰশ্নৰ উত্তৰৰ বাবে তাই কেতিয়াও ভাবিবলৈকে সময় পোৱা নাছিল।

পথাৰৰ পৰা অহা মুকলি বতাহে কল গছৰ পাতবোৰ ফালিচিৰি পেলাইছিল। গুলমোহৰ ফুলবোৰ বতাহত উৰিছিল। যৌৱনৰ ৰক্তিম হাঁহিৰে খোপাত ৰঙা ফুল গুজি যেন সূৰুযমুখী অস্তাচলত প্ৰবেশ কৰিছিল। সাক্ষীৰূপে আকাশত আছিল সন্ধিয়াৰ মেঘ ।

তাই কোনো উত্তৰ নিদিয়ে। লাহে লাহে খোজ দি তাই আগবাঢ়ে। এবাৰ উভতিও নেচায়। উভতি চোৱাৰ সাহস তাইৰ নাছিল। যদি তাই এবাৰ উভতি চাওঁতে সেইখন মুখৰ সৌন্দৰ্য্যই তাইক মুগ্ধ কৰে! সেই-জুৰি চকুৰ চাৱনিত যদি

তাই সোমাই পৰে তেতিয়া ...

তেতিয়া কি হ'লহেঁতেন ... ?

একেবাৰে ঘাই শিপাই জানো উভালি নগলহেঁতেন ?

এখন গুপ্ত হৃদয়ৰ হেজাৰ ব্যথাৰে তেওঁৰ চৰণত নিজক উচৰ্গা নকৰাহেঁতেন ... ?

লাহে লাহে আগবাঢ়োঁতেই তাই হৃদয়ৰ কোনো এঠাইত কিহবাৰ আহবান শুনে। সেই আহবান যেন সাগৰত উঠা ঢৌৰ দৰে তাইৰ অন্তৰতো গুমৰি উঠে, তথাপি তাই নুশুনা ভাও জুৰি আগবাঢ়ে, তাই দৃঢ়তাৰে আগবাঢ়ে ।

'হে ভগৱান এই খোজ যেন নকঁপে, পিচলি নেযায়, নপৰে ...।'

কিন্তু গোটেই নিশাটো তাই শুব নোৱাৰে। কেইদিনমান অফিচলৈকো নোযোৱাকৈ থাকে ।

স্মৃতিৰ দুৱাৰখন যেন আধা খোলা, চকুত দিব্যজ্যোতি লৈ শান্ত কোমল স্বৰেৰে বালচন্দ্ৰই সোধে---

'মোৰ দেহত সাৰদাক পাব পৰা যোগ্যতা আছেনে?' লাজত তললৈ মূৰ কৰি কথমপি থিয় হৈ ৰ'ল তাই। মেলা চুলিৰে নিজৰ মুখখন লুকাই ৰাখিলে ---

সাৰদাই এনেকুৱা প্ৰশ্ন শুনিবলৈকে জানো প্ৰস্তুত হৈছিল। অন্তৰত কিহ-বাৰ হুংকাৰ। কিন্তু সেই স্মৃতিৰ পৰশত সকলোবোৰ পাহৰি তাই এক অলৌকিক আনন্দত লীন হৈ যায়।

মনত এজোপা ৰঙা কৃষ্ণচূড়া ------।

কৃষ্ণচূড়া ফুলবোৰ ফুলি উলমি আছে ---

তাৰ স্বাভাৱিক পৰিণাম কি হ'লহেঁতেন বাৰু?

নাৰীত্বৰ সেই কোমল সুৰ জীৱনৰ মধুৰ সঙ্গীতৰ ৰূপত বিকশিত হ'লহেঁতেন নে? সেই গানৰ মূৰ্চ্ছনা চাৰিওফালে বিয়পি পৰিলহেঁতেন নে?

কিন্তু দুখৰ বিষয় যে কোনো এটিয়েও তাৰ সহজ পৰিণামৰ ওচৰ নেপালে। ভাগ্যই সকলোবোৰ ওলট-পালট কৰি দিলে। সকলো চূৰমাৰ হৈ গ'ল। ভাগ্যক বা কি দোষ দিব পাৰি?

তেতিয়া হ'লে এই সকলোবোৰৰ ময়েই কাৰণ?

মদমত্ত হাতীৰ দৰে ক'লা মেঘেৰে আবৰা আকাশখন মাথোন বাকী আছে। যেতিয়াই ইচ্ছা হয় তেতিয়াই ধাৰাসাৰে বৰষুণ দিব পাৰে।

অকস্মাতে এদিন দেউতাকৰ মৃত্যু হ'ল। মৃত্যুয়ে যেতিয়া দেউতাকক আদৰিলেহি তাই নিৰ্বিকাৰ হৈ চাই থাকে। বুকু ভুকুৱাই তাই নেকান্দে তথা অজ্ঞান হৈও পৰি নেযায়। তাই কেৱল চাই থাকিল।

এতিয়া তাই পিতৃহীনা। নিজৰ ল'ৰা-ছোৱালীক মৰম কৰিব লগা কথা দেউতাকে জনাই নাছিল। সেয়েহে তেওঁ সন্তানক পিতৃসুলভ স্নেহ দেখুৱাবই পৰা নাছিল। দেউতাৰ মনত ছহাজাৰ ক্ৰোশ দূৰত বাস কৰা ইংৰাজৰ প্ৰতি ঘৃণাৰে ভৰি আছিল। সেই ভাব সলনি হয় যদিও তাৰ পৰিবতে অহা নতুন লোকৰ প্ৰতিও একেই ঘৃণা ভাব জাগি উঠে। দেউতা এনেকুৱা এজন মানুহেই আছিল। যি কেৱল জীয়াই থাকিবলৈ শিকা নাছিল।

কিন্তু আচৰিত কথা হ'ল এইটোহে যে মৃত্যুৰ আগতে দেউতাকে কিবা

অজ্ঞাত প্ৰেৰণাৰে তাইক ওচৰলৈ মাতে। সন্ধ্যাৰ আগে আগে ওপৰৰ চিলিঙৰ ফুটাযোৰেৰে কোঠালীৰ মজিয়াত ৰঙা সূৰুযটোৰ শেষ ৰশ্মিকণ-খিনি আহি পৰিছিলহি। ওখ তাল গছজোপাৰ ক'লা ছাঁটোও আগবাঢ়ি আহি ৰাৰাণ্ডা পাইছিলহি। ওচৰলৈ গৈ দেখে দেউতাকৰ চকুত পানীৰ টোপাল।

'দেউতাক কোনো দিনেই কন্দা দেখা নাছিলো। এতিয়া কান্দিব ধৰিছে যে ?'

শেঁতাপৰা দুৰ্বল হাতদুখনেৰে তাইক সাৱটি ধৰি ভগ্নস্বৰে দেউতাকে মাতে 'মোৰ দুৰ্ভগীয়া মা······?'

সেই মাতত জীৱনৰ সকলো স্নেহ যেন থুপ খাই আছিল। কিবা এষাৰ কবলৈ তেওঁৰ ওঁঠদুটা কঁপি উঠে। কিন্তু এটা শব্দও বাহিৰলৈ নোলায়। কিবা কোৱাৰ আগেয়েই সেই জীৱনৰ পৰিসমাপ্তি ঘটে।

বজ্ৰাহত লোকৰ দৰে তাই ৰহি থাকে। সৰু ভনীয়েক আৰু ভায়েকে যেতিয়া বুকু ভুকুৱাই কান্দিবলৈ ধৰে তেতিয়াহে তাইৰ জ্ঞান আহে।

সেই কঁপা কঁপা ওঁঠজুৰিত বাজি ৰোৱা শব্দ কেইটা কি আছিল?

অন্তিম মুহূৰ্তত দেউতাকে তাইক কি কব খুজিছিল·· ।

চকুৰ পচাৰতে হৈ-হাল্লাৰ মাজেৰে বছৰটো শেষ হ'ল। বৰ বৰ শোভা-যাত্ৰা, সভা, সত্যাগ্ৰহ, হৰতাল ইত্যাদি। সকলোৰে সমুখত মূৰত খাদীটুপী পিন্ধা আজানুলম্বিত মানুহ এজন থিয় হৈ থকা দেখা গৈছিল। বাতৰি কাকতত তেওঁৰ ফটো ওলাইছিল। তেওঁৰ বক্তৃতাও ছপা হৈছিল। সেয়া আছিল বাপু।

সেই সময়ত তাই তেনেই সৰু আছিল। জাঙিয়া-ফ্ৰক পিন্ধি কান্ধত কিতাপ ফলিৰ বেগ ওলোমাই স্কুললৈ গৈছিল। তেতিয়া তাইৰ প্ৰতি মৰম ওপজা মানুহবোৰে কৈছিল -সৰু ছোৱালী, একোৱেই নেজানে······।

সেই পিতৃৰ ছোৱালী আজি এইদৰে·········। সেই পিতৃৰ দশাই বা কিহৰ পৰা কি হ'ল ? সংসাৰৰ কোনো লোকৰ পৰাই কোনো স্বীকৃতি বা আদৰ নোপোৱাকৈয়ে মাত্ৰ ছফুট মাটিতেই লীন হৈ গ'ল।

যি শ্মশানত কেৱল বনৰ কাউৰী থাকে আৰু বনৰীয়া কেতেকী ফুলহে ফুলি আছিল সেই শ্মশানতেই এই মাত্ৰ ৰোৱা নাৰিকল গছৰ তলত এটি জীৱনৰ শেষ শয়ন। গভীৰ টোপনিত শীতল অন্ধকাৰত পৰি আছে সেই জীৱটি।

সেই চকুজুৰি এইমাত্ৰ মুদ খালেনেকি ?……সেই ওঠজুৰিয়ে উচুপিছে নেকি ?…..শেষ নিশ্বাসটি ইয়াতেই মিলি আছে নেকি বাৰু ……?

দেউতা এবাৰ কওঁকছোন, অন্তিমকালত কি কবলৈ থাকি গৈছিল-? নিঃসহায় অৱস্থাত এৰি থৈ যোৱা ল'ৰা-ছোৱালীৰ বিষয়েই কিবা কব খুজিছিল নেকি নে ভাইটিৰ ভবিষ্যতৰ বিষয়েই কিবা……? নে লক্ষ্যস্থান নোপোৱা নিঠকুৱা ভনীজনীৰ বিষয়েই……

'জীৱিত কালত দেউতাই অকণো শান্তি নেপালে। গতিকে মৃত্যুৰ পাছতেই অকণ শান্তি পাওক। শোৱক, শান্তিৰে শোৱক অন্তিম মুহূৰ্তত আপুনি চেষ্টা কৰিও যি কথা কব নোৱাৰিলে সেই কথা এতিয়া মঁয়েই কবলৈ বিচাৰিছো।

সকলোবোৰ দায়িত্ব মই মোৰ ওপৰত লৈছো। পিতৃৰ মান আৰু যশস্যা, ভাই আৰু ভনীৰ ভৱিষ্যতৰ সকলো দায়িত্ব মই মোৰ ওপৰত লৈছো।'

তেওঁৰ আশা বাস্তৱত ৰূপায়নৰ বাবে তাই সম্পূৰ্ণ ভৱিষ্যতকেই অপণ কৰিছিল। সেই চেষ্টাৰ পূৰণৰ বাবে বহুতো আশা দূৰতে ৰাখিব লগা হ'ল। বহুতো অমূল্য বস্তু দূৰলৈ দলিয়াই পেলাব লগা হ'ল। আনকি নাৰীজীৱনৰ আকাংক্ষাকো ত্যাগ কৰিব লগা হ'ল। সেই সিদ্ধান্তত উপনীত হবলৈ যাওঁতে কেনে মানসিক যন্ত্ৰণাত ভুগিব লগা হৈছিল সেইকথা আজিও স্মৃতি হৈ আছে।

দেউতাৰ মৃত্যুৰ বাতৰি পাই বালচন্দ্ৰ লগে লগেই আহে। এজন সম্পৰ্কীয় বা দায়িত্বশীল মানুহ হিচাপে সংস্কাৰ আদি সকলো কাম সমাধা কৰাত সহায় কৰে। তাৰ পাছতো তেওঁ কেনেবাকৈ আহে— তেওঁ আমাক মৰম দিয়ে। ক'লা ডাৱৰে আৱৰা দুখময় নিশাত তেওঁ বসন্ত ঋতুৰ পূৰ্ণিমাৰ জোনৰ দৰে পোহৰ দিয়ে। মিলা-প্ৰীতি যিমানেই বাঢ়িবলৈ ধৰিলে সিমানেই ভয় হ'ল সমস্যাপূৰ্ণ জীৱনটো আৰু জটিল হৈ পৰিল। যাৰ পৰা প্ৰতিদিনে মৰম সহানুভূতি পাই আহিছে সেইজনা সৎ মানুহকেই তাই নিষ্ঠুৰভাৱে কৈ দিব লগা হ'ল - 'মোৰ বাবে বিয়া কৰোৱাটো অসম্ভৱ।'

এই খিনি কথা কওঁতে তাই কান্দিছিল। তেওঁ মৰমেৰে কৈছিল- "যিমান দিনেই নহওক কিয়, মই তোমাৰ বাবেই অপেক্ষা কৰিম।"

নাৰীৰ সহজ কামনা আৰু যৌৱনৰ উন্মাদ মোহৰ জালৰ পৰা মুক্ত হৈ থাকিবৰ বাবে দৃঢ়স্বৰে তাই কৈ উঠে—

"নাই-নাই-মই বিয়া নকৰাওঁ। মোৰ বাবে অপেক্ষাও কৰিব নালাগে।"

এখন নিষ্কলুষ মৰম ভৰা বুকুত সেই শব্দকেইটাই কোব মাৰি দিয়ে। তাৰ পাছত তাই তাৰ পৰা গুচি যায়। আৰু সেই বাটত তাইৰ ছাঁটোও নপৰে।

তাইৰ জীৱনটো তপস্বিনীৰ দৰে কঠোৰ হৈ পৰে। এটা পুৰণা ফাইলৰ দৰেই তাই মনৰ সকলো দুৰ্বলতা এডাল ৰঙা ফিটাৰে বান্ধি থয় আৰু সমাজৰ নীতি নিয়মবোৰ মানি সাৱধানেৰে ভবিষ্যতৰ পথত আগবাঢ়ে।

চাকৰিৰ দৰমহাও ৪৫-৭৫ৰ পৰা ৫০-১৫০ লৈ তাৰ পাছত ৯০-২০০ লৈ ক্ৰমে বৃদ্ধি পায়। আৰু বছৰৰ একোটি চিৰি তাই ভৰিৰে গছকি এৰি আহে। কেৱল নিৰস ভাবে দিনবোৰ গৈ থাকে। তাই নিজৰ দায়িত্ববোৰ পালন কৰি গৈ থাকে। সেইটোৱেই একমাত্ৰ তাইৰ আত্মসন্তুষ্টি আছিল। ভনীয়েকক বিয়া দিয়ে। তাই গিৰিয়েক আৰু ল'ৰা-ছোৱালীৰে সৈতে সুদূৰৰ নগৰ এখনত সুখেৰে আছে। ভায়েকেও এটা ভাল চাকৰি পাইছে। অৱশ্যে তাৰ মাজতে ঘৰ আৰু মাটিখিনিও বিক্ৰি কৰিব লগা হয়। তথাপি, দায়িত্বৰ বোজা এটা এটাকৈ শেষ হৈ আহিছে। এতিয়া আৰু কৰিবলৈ বাকী একো নাই। কিন্তু বয়সে এতিয়া তাইৰ মূৰত শুকুলা ফুলৰ পাপৰি খেলিছে, সুকোমল গালৰ কমনীয়তাও নাইকীয়া হয়। যৌৱনৰ মাদকতাও লাহে লাহে শেষ হৈ আহিছে। বেলি আহি মূৰৰ ওপৰ পাইছিলহি। জীৱনৰ এই মধ্যাহ্নলৈকে বহুতো লোক লগ পালে আৰু বহুতকে এৰি আহে। দিনেনিশাই বছৰটোত এই পুৰণি হোষ্টেলৰ অন্ধকাৰপূৰ্ণ কোঠাৰ পৰা চেক্ৰেটৰীয়েটলৈকে কিমান বাৰ যে অহা যোৱা কৰিছিল। এজনীৰ পাছত এজনীকৈ কিমানবোৰ বান্ধৱী আহিল আৰু গ'ল......।

সুমতি, আনি, ৰাধা, মেৰী, ইন্দিৰা, স্ত্ৰীদেৱী······

এজনী এজনীকৈ সকলোৱে হোষ্টেল এৰি গুচি যায়। প্ৰত্যেকেই এতিয়া একোটি সৰু পৰিয়ালৰ গৃহস্থী। সৰুৰে পৰাই নিশকতীয়া মৈত্ৰেয়ীজনীয়েও প্ৰেম আৰু বিয়াৰ বাবে কঁকালত টঙালী বান্ধি হোষ্টেল

এৰি গুচি যায়। সিহঁত প্ৰত্যেকেই মাক হয়। কিছুমানটো আইতাকো হয়। নিজ নিজ পৰিয়ালৰ সুখ-দুখত আনন্দেৰে অংশ লোৱা সেই বান্ধৱীবোৰক তাই কেৱল চাই থাকে এক অতৃপ্ত তৃষ্ণা ভৰা দৃষ্টিৰে।

কেৱল মইহে এইদৰে ঠেকা খুন্দা খাই থাকিব লগা হ'ল। তাইৰ জীৱনটো যেন সৌন্দৰ্য্য উপভোগ কৰিবলৈ অহা যাত্ৰীবিলাকৰ এটি বিয়লিৰ দৰেই আছিল। একেটি পথেৰে অফিচ আৰু হোষ্টেললৈ অহা যোৱা কৰা হৈছিল। নিজে সজা জালৰ চকৰিত ঘূৰি ফুৰা মকৰাৰ দৰেই তাইৰ জীৱনটো। মকৰাৰ জালৰ শূন্যতেই সকলোৰে এদিন শেষ হয়।

স্মৃতিৰ বুকুত মাত্ৰ ফুলি থকা কৃষ্ণচূড়া জোপাৰ পৰা চকুলো ওলায়। চকুলোৰে নিজৰা বোৱায়। কেতিয়াও নুফুলা কৃষ্ণচূড়াৰ তলত কালৈকো আশা নকৰাকৈয়ে নিজেই অপেক্ষা কৰিব লগা হ'ল।

'মোৰ বিয়া কেতিয়াও নহব। কোনেও মোৰ কাৰণে অপেক্ষা কৰিব নালাগে।'

অতীতৰ সেই পথটোও নিজেই পুতিলোৱা কাঁইটে স্মৃতিৰ ভৰিত বিন্ধি তেজৰ সোঁত বোৱাব ধৰিছে—

'বালচন্দ্ৰ, আহাৰ মাহত ফুলা ফুলৰ দৰে তুমি তোমাৰ হৃদয়ৰ মাদকতাৰে মোক কিয় জগালা? সময়েতো তোমাৰ চকুলো মচি দিলে। কিন্তু মোৰ······।

বালচন্দ্ৰৰ সৈতে মোৰ কেতিয়াবা কেতিয়াবা দেখা হৈছিল। তেওঁ জানি বুজিয়েই নিজৰ বিভাগটোও সলনি কৰি লৈছিল। তাৰ পাছতো মাজে মাজে লগ পাইছিলো। তথাপি তেওঁ কেতিয়াও সেয়া সোঁৱৰাই দিয়া নাছিল। কেৱল সহৃদয়তাৰে মিচিকীয়া হাঁহি এটি মাৰিয়েই গুচি যায়। কিন্তু চাওঁতে চাওঁতে বিগত সৌভাগ্যৰ স্মৃতি জাগি উঠে। তীব্ৰ বেদনাৰ জুই দপ্ দপ্‌কৈ জ্বলি উঠে।

তেওঁৰ বিয়া হৈ যায়। পিতৃও হয়। জীৱন যাত্ৰাৰ পথত তেওঁ বহুদূৰ আগবাঢ়ে। তথাপি কিবা এক অদৃশ্য শক্তিয়ে তাইক সদায় তেওঁৰ প্ৰতিয়েই আকৃষ্ট কৰি ৰাখে। তেওঁৰ জীৱন আৰু সুখ শান্তিৰ কথা জানিবৰ বাবে তাই সদায় আকুলতাৰে অপেক্ষা কৰে। তাইৰ উৎসুকপূৰ্ণ মনটো তেওঁৰ পাছে পাছে লৰি ফুৰে।

নীৰৱে সদায় প্ৰাৰ্থনা কৰে- "ঈশ্বৰে আপোনাৰ মঙ্গল কৰক।"

তেওঁৰ পৰিয়ালটোৰ সৈতে তাইৰ পৰিচয় হয়। লাহে লাহে পৰিয়ালটো আত্মীয় হৈ পৰে। ল'ৰা-ছোৱালীকেইটাৰ লগৰী হৈ পৰে। সেই শিশু-কেইটাৰ ডিঙিত সাৱটি চুমা খোৱাৰ সময়ত তাইৰ নাৰী হৃদয় পুলকিত হৈ উঠে।

কিন্তু তাইৰ সেই সম্পৰ্কত মানুহে যিবোৰ প্ৰচাৰ কৰিছে সেইবোৰ তেওঁৰ কাণত পৰা নাছিল। মূৰৰ চুলি বগা হবলৈ ধৰিছে অথচ তেওঁৰ নতুন সম্পৰ্কৰ বিষয়ে বিভিন্ন ধৰণৰ কাহিনী প্ৰচাৰ হবলৈ ধৰিছে। সকলোতে সেইটোৱেই যে এটা চৰ্চাৰ বিষয় হৈ পৰিছে তাক তাই জনা নাছিল। নতুন ডেকা কৰ্মচাৰীৰ বাবে এই প্ৰৌঢ়া প্ৰায় মহিলা এগৰাকীৰ কাহিনী অতি ৰসৰ বিষয় হৈ পৰিছিল। পনিটেইল বান্ধি, লিপষ্টিক লগাই মিহি পাতল নায়লনৰ শাৰীৰে শৰীৰ প্ৰদৰ্শন কৰা যুৱতীবোৰেও কমন ৰুমত তাইৰ বিষয়ে ফুচফুচায়—

'বুঢ়া আৰু বুঢ়ীৰ প্ৰেম-'

যিবোৰ যুৱতীয়ে নিজৰ শক্তি আৰু বয়সৰ তুলনাত অধিক কাহিনীৰ সৃষ্টি কৰিছে সিহঁতে আনৰ সামান্য কথাকো তিলকে তাল কৰি বঢ়াই তুলিছে-

"আজিকালি তাতেই থাকে।"

'আজি কোচিনে কৈছে, কেইদিনমানৰ আগতে দুয়োকো হেনো সি কন্যা কুমাৰীত দেখিছিল।'

'ইমান বুঢ়ী হোৱা সত্বেও লাজ নাই—এইটোহে বৰ আচৰিত কথা।'

তাই নিজে এনে ধৰণৰ মিছাকথাৰ কাহিনী কল্পনা কৰিব নেজানিছিল। কালি তাই এইবোৰ শুনি চক্ খাই উঠে। বালচন্দ্ৰৰ পৰাও কটু কথা শুনিব লগা হয়।

পুৰণি ঠাইতেই সকলোবোৰ ঘটনা ঘটে। অফিচৰ পিছফালে আবেলিৰ শেঁতা ৰ'দ। মুকলি পথাৰৰ এচাটি জুৰ বতাহ বলিছিল। ঘটনাবশতঃ বালচন্দ্ৰক তাত লগ পায়। দৃশ্য আৰু অভিনেতাজন যেন সেই একেই পুৰণি, কেৱল অভিনয়ৰ ঢালটোৰহে সলনি হয়।

'সাৰদা, মোৰ পাৰিবাৰিক জীৱনত খেলিমেলিৰ সৃষ্টি নকৰিবা। তোমাৰ অনুৰোধ ক্ৰমেই মই তোমাৰ পৰা আঁতৰত আছো—এতিয়া ইয়াতো তুমি মোক শান্তিৰে জীয়াই থাকিবলৈ নিদিবা নেকি ?'

তাই স্তব্ধহৈ শুনি থাকে। মুখেৰে এটা শব্দও উচ্চাৰণ নকৰে। কেৱল মনৰ ভিতৰতে তাইৰ বা-মাৰলী উঠে। নিজৰ ছাঁটোৰ সৈতে ক্লান্ত মানুহ-জনক গৈ থকা দেখি - - - - তাই থৰহৈ চাই থাকে।

কেউফালে যেন শূন্য। ক'তো কোনো নাছিল। ওলমি থকা পাতেৰে বনৰীয়া কলগছো নাই, আৰু ফুলেৰে সুশোভিত কৃষ্ণচূড়াৰ গছো নাই, যৌৱনৰ কালিমা সনা-বিষাক্ত বেলগছো নাই। কেৱল শূন্য আকাশখনহে ভেবা-লাগি ৰৈ আছে। কালেও নমনাকৈয়ে যেন চাই থাকে। পাতেৰে আবৃত বনৰীয়া মনোহৰ কলগছৰ ঠাইত, ফুলেৰে জকমকাই থকা কৃষ্ণচূড়াৰ ঠাইত এতিয়া ন ন অট্টালিকা সাজিবৰ বাবে অনা শিলগুটিৰ দ'মহে আছিল। ক'লা শিলৰ টুকুৰা। নিজ নিজ সপোনৰ কল্পনাত জুপুকা মাৰি থকা সেই ফুলবোৰ এই ক'লা শিলবোৰৰ তলত চেপেটা লাগি পৰি থাকে।

আহত মন এটি লৈ তাই গোটেই নিশা চকুপানী টোকে। এটা উজা-গৰী নিশা, তাই উচুপি উচুপি থাকে। সকলো আশাৰ ওপৰতে চেঁচা পানী পৰে। সকলোবোৰ চূৰমাৰ হয়। উজাগৰী অন্ধকাৰ নিশাটোতেই তাই এক দৃঢ় সিদ্ধান্ত লয়। ৰাতিপুৱা অফিচলৈ গৈ পোৱাৰ লগে লগেই ভায়েকলৈ তাই ফোন কৰিব। কব---

'গধূলি হোষ্টেললৈ আহিবি, জৰুৰ আহিবি। জৰুৰ' তাৰ পাছত তাক কব---

"মই আৰু সহিব নোৱাৰো। মোৰ বাবে যিমানখিনি সম্ভৱ আছিল, তাতকৈ বেছিহে হ'ল। মই এতিয়া একেবাৰে ভাগৰি পৰিছো। মই এতিয়া চাকৰি কৰিব নোৱাৰো। তই কৈছিলি নহয়। গতিকে মই চাকৰি ইস্তফা দিছো। য'লৈকে নহওক মই যাবলৈ সাজু আছো।"

প্ৰশিক্ষণৰ পাছতো সি তেনেকৈ বহুবাৰ কৈছে---

"এতিয়া এই সাধাৰণ চাকৰিটো কেলেই ? এৰি দিয়া বাইদেউ---তোমাৰ জীৱন নিৰ্বাহৰ বাবে অতাকৈ মই যথেষ্ট দৰমহা পাওঁ।"

তাই ভাবিলে---সংসাৰে কেৱল মোকহে অন্যায় কৰে। আই, পি, এছ ভায়েকৰ বাবে অপমানৰ কথা যে তাৰ বায়েক এজনী সাধাৰণ কেৰেণী, তাৰ বিয়াৰ প্ৰস্তাৱৰ ক্ষেত্ৰতো উচ্চ বংশীয় পৰিয়ালৰ সন্মুখত বাইদেৱেকৰ চাকৰিটো একেবাৰে নগণ্য যেন পায়। বেয়া পায়। তাৰ সন্মানত আঘাত পৰা যেন পায়। বোধহয় বিয়াৰ প্ৰস্তাৱ লৈ অহা লোকৰ কোনোবাই

সেইটো কথাৰ ইঙ্গিত দিবও পাৰে---'তই নেজান যে তোৰ বাইদেৱে এই সাধাৰণ চাকৰিৰ সামান্য টকাৰেই তোৰ আই.পি. এছ উপাধি দিয়ায়। মই ভাবো তোৰ এই আক্ৰোশ ভৰা আদেশত নিজৰ মিছা অভি-মানৰ কালিমাহে লুকাই আছে।"

আৰু এটা ভয়ো আছিল। সেয়া হৈছে ভায়েকৰ বিয়াৰ পাছত তাৰ ঘৰ-সংসাৰ আৰম্ভ হলে বাইদেৱেক আকৌ তাৰ ঘৰতেই বন্ধক হৈ থাকিব লগা হয় নেকি? কিন্তু তাই অকণমান মৰম আৰু সহানুভূতিৰ বাহিৰে একো আশা কৰা নাছিল।

'বেচেৰী বাইদেৱেৰ ভৰণ পোষণৰ কোনো খৰচ নাই--- শেষ জীৱ-নৰ বাবে কোনো লক্ষ্যও নাছিল। কিবা এটা যদিবা কলেই তই সেইবোৰ পাহৰি ক্ষমা নকৰ কিয়?'

ভবিষ্যতে কি হব সেইকথা আওকাণ কৰি, নিজৰ দুখ লুকাই ৰাখি তাই কয়---'যিয়েই নহওক এই চাকৰিৰে ইমান বছৰ অতিবাহিত হ'ল, তাৰোপৰি একো কষ্টও হোৱা নাই। কিবা অসুবিধা হোৱা হলে অৱশ্যে বাদ দিলোহেঁতেন।'

সম্মুখৰ পথ বন্ধ। তাই স্তব্ধ হৈ যায়। এতিয়া ইমানেই কব লগা হৈছে---

'নহয় মই আৰু সহিব নোৱাৰো, মই বৰ ভাগৰি পৰিছো।'

অপ্ৰত্যাশিত এই অৱহেলা আৰু অপমানতকৈও আন কিবা গুৰুতৰ কথা থাকিব পাৰে নে কিন্তু ৰাতিপুৱা অফিচলৈও যাব লগা নহল। আৰু ফোনো কৰিব লগা নহয়। তাৰ আগতেই সি আহি ওলায়হি। ভায়েক আহিছে বুলি জানি তাই খটখটিৰে নামি আহোঁতে ভাবে—

"ঈশ্বৰে আগতেই সকলো কথা জানে। সেয়েহে তেওঁ নিজেই পঠিয়াই দিছে।"

কিন্তু দেখা হোৱাৰ লগে লগেই তাই চমকি উঠে। আগেয়ে অহা ৰূপত নহয়। একেবাৰে ইউনিফৰ্ম পিন্ধি কামৰ পৰাই দৌৰি আহিছে! অগ্নি-শিখাৰ দৰে তাৰ মুখমণ্ডল ৰঙা হৈ উঠে। তাইৰ মনৰ শংকা দূৰ হোৱাৰ আগতেই সি চিঞৰি উঠে---

"তুমি যে মোৰ বাইদেউ কবলৈ লাজ লাগে। —— মূৰ তুলি কোনো ফালেই যাব নোৱাৰো। তোমাৰ কাৰণে আজি লাজ আৰু অপমান

পাব লগা হৈছে--- শুনা আজিৰ পৰা মই তোমাৰ ভাই নহয়। তোমাৰ-সৈতে মোৰ কোনো সম্বন্ধ নাই। সেই বৃদ্ধ চেক্ৰেটাৰীৰেই উপপত্নী হৈ জীয়াই থাকা---"

স্তব্ধ হৈ তাই শুনি থাকে। কান্দিবলৈও তাইৰ চকুত এটোপাল পানী নাছিল। সেইকাৰণে তলমূৰো কৰা নাছিল। নিৰ্বিকাৰভাৱে তাই শুনি থাকে। কথাখিনি কৈ সি বতাহৰ গতিৰে গুচি যায়।

সকলোৰে পৰাই সি বৰ খঙাল আছিল। অসহিষ্ণু আৰু দুৰ্বলো আছিল---

"এচিষ্টেণ্ট চেক্ৰেটাৰীৰ উপপত্নী।"

'ভাল, তই এই কেইটা শব্দ মোৰ সন্মুখতেই উচ্চাৰণ কৰিবলৈ তোৰ সাহস হ'ল ক'ৰ পৰা?"

তাইৰ হাতেৰে লালিত-পালিত হৈ সি ডাঙৰ হ'ল। তাইৰ হাতেৰেই সি আহাৰ খায়। তাইৰ মুখে সাধু শুনিয়েই সি শুই পৰে। তাই তাৰ বাবে মাক বাইদেউৰেক সকলোৰেই আছিল। মৰমৰ একমাত্ৰ পুতলাৰ দৰে। অত্যধিক মৰম চেনেহেৰে নিস্বাৰ্থভাৱে তাই তাক ডাঙৰ কৰে। জীৱনত স্বাৰ্থসিদ্ধিৰ বাবে আশা নকৰাৰ প্ৰতিদান পালে এয়া---নিষ্ঠুৰ সত্য---পূৰ্বতেই পাইছিল। কিন্তু এয়া এয়া·····

এই কঠোৰ আঘাত। তাই এই আঘাত পাবলৈ কেতিয়াও আশা কৰা নাছিল।

"ভৱিষ্যতলৈও তোমাৰ সৈতে মোৰ কোনো সম্বন্ধ নাই, সাগৰৰ পানীত ঢৌ উঠাৰ দৰে ঘটনাটো কিমান সোনকালে ঘটিল।" অতীতৰ দুৱাৰ বন্ধ কৰি তলা লগোৱাটো জানো ইমান সহজ কাম?

মনটোৱে মূৰত ৰঙা ফিটা মাৰি আৰু গাত মিহি শাৰী পিন্ধি দৌৰ মাৰে সৰু কালৰ 'তওাইৰ' দিনবোৰলৈ, তাত চাৰিওফালে ফুলেৰেই ভৰি আছিল। সেই ফুল চিঙিবলৈ তাই ব্যাকুল হৈ উঠে। চাৰিওফালে মুখেৰে গুণ গুণাই তাই দৌৰি ফুৰে---'ফুল, ফুল, সমৃদ্ধিৰেই প্ৰতীক ফুল।' ভৰিত কাঁইটে বিন্ধিলে কি হ'ল? হাতত আচোৰ খালে কি হ'ল? উনাটি অহাৰ সময়ত থাল ভৰাই ফুল আনিছিল। সেই ফুলবোৰৰ দৰেই তায়ো তেতিয়া হাঁহিছিল, ইমান যে স্ফূৰ্তি লাগিছিল।

কিন্তু সেই সকলোবোৰ হঠাৎ মৰহি গ'ল। পূজা মণ্ডপৰ দুৱাৰৰ কাষত ফুলবোৰ থব খোজোঁতে আইতাকে কলে---

'এইবোৰ ফুল পূজাত দিয়া নহয় মা—' থাল ভৰাই অনা ফুলৰ এটি ফুলো পূজাত নেলাগে। চোতালৰ কাষত থকা আবর্জনা পেলোৱা খালত পৰি সেই ফুলবোৰ মৰহি যায়।

'পূজাতো নলগা ফুল।'

বহুবছৰ ধৰি থূপ খাই থকা দুখৰ অন্তৰেৰে হলেও মই শান্ত ভাবতেই সুধিব খোজা, "আইতা সিদিনা তোমাৰ মুখেৰে ওলোৱা সেই শব্দকেইটা স্নেহসিক্ত জিভাৰেই ওলাইছিল, নে মোৰ এই আন্ধাৰ জীৱনৰ ভবিষ্যত-বাণী হৈ?" কাল জিভাৰে আকাশৰ কালিমা সনা ডাৱৰবোৰৰ দৰে সেই শব্দকেইটাই জীৱনৰ ওপৰত আহি জপিয়াই পৰিলহি।

পূজাত নলগা ফুল মযেই আইতা— মযেই—

অনুপযুক্ত বা পূজাত নলগা ফুলৰ দৰেই মোক দলিয়ায় পেলায়।

পূজাতো নেলাগে—।

—পূজাৰীকো নেলাগে।

জীৱনৰ আবর্জনাৰ খালত পৰি কান্দি থাকো। জ্বলি জ্বলি ছাই হৈ যাওঁ।

ঃ—ঃ

# সাপ

খিৰিকীৰ গলিত বাণিচত প্ৰতিফলিত হৈ তিৰুবাতিৰা উৎসৱৰ কোমল জোনাকখিনিয়ে বাতিটো এক অপূৰ্বময় কৰি তুলিছিল। বাণিচৰ মাজেৰে অহা সেই কোমল জোনাকখিনিয়ে সূৰ্য্যমুখী ফুললৈ মনত পেলায় দিছিল।

এয়া কাঁৰ পদশব্দ? এজন চুটি চাপৰ মানুহ। তেওঁৰ চুলিবোৰ চুটি, ঘন, মুখ মণ্ডল দাড়িৰে আবৃত আৰু যিজন মানুহে নিজৰ কাণ কাটি প্ৰেমিকাক উপহাৰ দিছিল। সেইজনেই হ'ল---পাগল ভ্যানগোগ। তেওঁ তেওঁৰ আধাকটা কাণখন ফেল্ট হেটেৰে ঢাকি লৈ মুখেৰে কিবাকিবি বলকি গৈ আছে।

তেওঁৰ সেই উপহাৰ শুভেচ্ছাৰ নে সংবেদনাৰ? জোনৰ শুভ্ৰ পোহৰত জিলিকা সূৰ্য্যমুখী ফুল। 'কি তুমি বাৰু সেই ফুলবিলাকলৈ লক্ষ্য কৰিছানে?'

তেওঁ নিজে নিজকে প্ৰশ্ন কৰে।

এই সকলোবোৰ মনৰ মায়া মোহ।

নিজৰ মানসিক যন্ত্ৰণাৰে বিধৌত আত্ম সংবাদকে ভ্যানগোগে কবলৈ বিচাৰিছে। নিজে নিজেই গুণ গুণাই মই নিজেই নিজৰ গান গাওঁ। বিবিধ ৰঙৰ সংমিশ্ৰণৰ পৰা এটি এটি ৰং সেই গীতৰ সুৰে সুৰে নাচি বাগি আহি মোৰ মনৰ ছবিবোৰ আঁকি দিয়ে। অৱশ্যে এই কথাও সম্পূৰ্ণ শুদ্ধ নহয় কিয়নো কলা হ'ল আত্মাৰ অভিব্যক্তিহে। প্ৰত্যেক কলাই হ'ল এবিধ আত্ম সংবাদ। তেওঁ আত্ম সংবাদতেই ডুব গৈ আছে। কিন্তু শিল্পী হোৱাৰ লালসাৰে নহয়। সেয়া তেওঁৰ এনে এক নৈসৰ্গিক প্ৰবৃত্তি ঠিক যেন গাখীৰ খীৰাবলৈ বুলি ওহাৰত হাত দিওঁতেই গাখীৰখিনি টানি ভিতৰলৈ লৈ যোৱা এজনী গাইহে। ফুলশয্যাৰ নিশাও তেওঁ তেওঁৰ এই নৈসৰ্গিক আদৰ্শৰপৰা নিজকে মুক্ত কৰিব নোৱাৰিলে। নৱবিবাহিতা পত্নী পালেওত শুই আছে--- আনফালে দৰাই চাৰিটা ঘোঁৰাই টনা কল্পনা ৰথত ভ্ৰমি

ফুৰিছে। সেই ভ্ৰমণৰ মাজেৰেই চকুৰে দেখা সমস্ত দৃশ্যই তেওঁৰ মনত আনন্দ দিছে। মানুহৰ মনৰ তিনিটা ভাব—বিশ্বাস, কল্পনা, বিহ্বলতা। প্ৰতিজন মানুহৰ ব্যক্তিত্বৰ উত্থান-পতন হয় এই ভাববোধৰ মাজেদি। তাত কল্পনা আৰু বিহ্বলতাৰ মাত্ৰাই বেছি আৰু বিশ্বাসৰ মাত্ৰা কিছু কম। এই কাৰণে সেই ধৰণৰ লোক অলপ চিন্তাক্লিষ্ট আৰু চঞ্চল স্বভাৱৰ হৈ পৰে।

তেওঁ মনোবৈজ্ঞানিক সকলৰ সিদ্ধান্তও নামানে। সেই পুণ্যাত্মাসকলে কল্পিত দুৰ্গ সজাৰ পৰিবৰ্তে পাতালপুৰীত কুঁৰা খান্দিবলৈহে ধৰে। যিদৰে স্বৰ্গত দেৱদূত থাকে সেইদৰেই মনৰ গভীৰ প্ৰদেশত পিশাচে বাস কৰিব পাৰে। এয়ে তেওঁৰ ধাৰণা। নিজৰ জন্মভূমিৰ বাবে বিক্ষোভ কৰি, প্ৰায় শেষ হৈ যোৱা সংস্কৃতিৰ টোপোলাটো ভিয়ানা নগৰৰ ঠেক গলি-বোৰত, হস্পিটেলৰ প্ৰকাণ্ড অট্টালিকাবোৰত ঘূৰি ফুৰা চিগমণ্ড ফ্ৰয়ডৰ অন্য চিন্তা ধাৰাৰ বিষয়ে এওঁ ভাবিবই নোৱাৰে। য়াহোবাৰ দ্বাৰা উপে-ক্ষিত মনৰ আদিম প্ৰবৃত্তিৰ বিশ্লেষক সেই ইহুদীজনৰ আত্মাত যি গুহা নিৰ্মাণ কৰা হৈছিল সেই গুহাৰ বাবে তেওঁৰ চিন্তাধাৰাই একোখন চাকোন হৈ পৰে।

য়ুংগ মহোদয় ?

অন্য এটি সৰু কাহিনী—

তেওঁৰ—তেওঁৰ মনোবৈজ্ঞানিক বিশ্লেষণত অকণমান প্ৰাচ্য বিচাৰ নীতি মিলাই বিচাৰৰ পৰিবৰ্তন ঘটায়। শিল্পীয়ে কিছুমান কাঁচৰ অচল মুদ্ৰা জেপত সুমুৱাই লৈ জনজননি তুলি ব্যৱসায় কৰে। সমালোচকে ইয়াকে আদি ৰূপৰ ব্যাখ্যা দি সমালোচনাৰ বিষয় কৰি তোলে। এইটো সৰ্ব-বিদিত যে আদি পাপৰ পৰা আদি ৰূপলৈ বেছি দূৰ নহয়।

কোৱা হয় যে কন্না এনেকুৱা এবিধ বস্তু যি পানীত মাছে পোৱালি দি বংশ বিস্তাৰ কৰাৰ দৰে মানৱ হৃদয়ৰ অটল জলৰাশিতো প্ৰসাৰতা লাভ কৰি যায়।

পাৰ নোচোৱাকৈয়ে উভতি যোৱা পানীৰ ঢৌৰ বিষয়ে তুমি কিবা জানানে ? আন্ধাৰত জিলিকি থকা তৰাবোৰৰ কৰুণ গীত কেতিয়াবা শুনিছা ? মুখেৰে হুইচেল বজোৱাৰ সময়ত, মুখৰ পৰা ওলোৱা গৰম বতাহে যে চাৰিওফালৰ তৃণ-পুষ্প মৰহাই পেলাব পাৰে সেই কথাৰ প্ৰতি কেতিয়াবা লক্ষ্য কৰিছানে ?

বিবাহৰ পিছত নব পৰিণীতা পত্নীৰ কোঠালৈ সোমাই সূৰ্য্যমুখী ফুলৰ দিবাস্বপ্নত মতলীয়া হোৱাৰ তোমাৰ কি কাৰণ থাকিব পাৰে? ভ্ৰান্তি নে বিহ্বলতা? কি তেওঁ সূৰ্য্যমুখী ফুল আৰু নব পৰিণীতা পত্নী সূৰ্য্য? নে ফুলৰ পাহিয়ে পাহিয়ে পৰি মৌ শুহা মৌ মাখি?

ছাঁ আৰু ৰঙেৰে বোলাই যোৱা কিছুমান পুতলাৰ সঞ্চালন। অদূৰত লহপহীয়া আম পাতবোৰে বতাহত কঁপি কঁপি সূৰ্য্যমুখীৰ চিকুণ গালত পৰশ বোলায়। সেই দৃশ্য দেখিলে এনে লাগে---যেন সাপ এটাই ফণা মেলি ৰ'দলৈ মাজে মাজে লৰচৰ কৰি আছে। সেই গছৰ পাতবোৰৰ আগটো কাপোৰ ইস্ত্ৰি কৰা ইস্ত্ৰি এটাৰ জোঙা আগটো যেন লাগে। ইস্ত্ৰিৰ জোঙা আগ! তুলনাটো বঢ়িয়া হৈছে নহয়?

মুখত শালমন থকা বাইদেৱে ঘামৰ টোপাল তৰ্জনীৰে মুচি ৰঙা ফুল থকা ব্লাউজ ইস্ত্ৰি কৰি থাকে। মুখত হাঁহি।

'চেঞ্চী---চেঞ্চী কাৰকঞ্চী---

চেৰিটে চোর্ ট্ৰিলে মাঞ্চী"

(বাইদেউ, বাইদেউ কাউৰী---

'চেৰ' গছৰ ভেকুলী)

বাইদেৱে এদিনাখন সেই ল'ৰাজনক লগত লৈ লগৰীয়াবোৰৰ সৈতে ৰন্ধা-বঢ়াৰ খেল খেলিছিল। সেই সময়তে, এই কেইষাৰ কথা ওলাইছিল। তেওঁ এটি সাধুও শুনায়। ---'চেৰ' গছৰ ডালত এহাল কাউৰী আৰু তলত এটি ভেকুলীয়ে বাস কৰিছিল। ল'ৰাটি লৈ তেওঁ সেই ফালেদি যাওঁতে সেই ফাঁকি ফকৰা গাই গৈছিল। তেওঁৰ সেই প্ৰথম কবিতাৰ বিষয়ে জানিবৰ বাবে ৰিপ'ৰ্টাৰে কাগজ পেঞ্চিল লৈ অহাৰ শুভ দিন ক'ত হব?

বাইদেউ যেতিয়া ডাঙৰ হ'ল, এদিন ঘৰৰ কাষত বৈ থকা কুকুৰাটোৱে কুক্কুক-কু-কৈ মাত দিয়া শুনিলে। সেই ডেকা জনে মৰম লগা কথা পাতে। বৈদ্যাই পৰামৰ্শ দিয়ে। চুলি বান্ধি তাবিজ আৰি থলে গালৰ শালমনবোৰ নাইকীয়া হব। মায়ে কয়, "বৈদ্য ডাঙৰীয়া, সেই শালমন মুখৰ শোভাহে। সেই শোভা নাইকীয়া কৰিব নালাগে। শালমনতো থকাৰ বাবে তাই যদি বেয়া পাইছে সেই কথা মনতে ৰাখক।" চুবুৰীয়াই কয়--- যেতিয়া তাইৰ শাল-মনতো জিলিকিব তেতিয়াহে তাইৰ ওচৰলৈ দৰা আহিব। লাহী, পাতল মোছ থকা নায়াৰ কুলৰ যুৱক। কিছু দূৰৰ পৰা বাইদেউৰ সেই শালমনটো

নাকত পিন্ধা নাকফুলি যেন দেখা যায়। কলেজৰ বন্ধত যেতিয়া সেই ডেকাজন আহে তেতিয়া এদিন চাৰি চকুৰ মিলন হয়। ফাগুন মাহৰ পচোৱা বতাহৰ বতৰ।

পচোৱা বতাহে পুখুৰী পাৰৰ নাৰিকল গছৰ পাতবোৰ কঁপাই শব্দ তোলে। এই সময়তেই বিয়াৰ প্ৰস্তাৱ তথা সিদ্ধান্ত আদি গ্ৰহণ কৰি বিয়াৰ সকলো সম্পন্ন হয়। চ'ত মাহৰ প্ৰবল বৰষুণ ধাৰী মেঘ আঁতৰি যোৱাৰ পিছত বৰ্ষা ঋতুৰ ডাঠ মেঘ, বিজুলী, দেৱেকনীৰে বৰষুণ নামি অহাৰ সময়তেই সেই ল'ৰাজনে ঘৰকৰ খুলশালিয়েক হৈ পৰে

কিন্তু এই সম্বন্ধটো হৈ যোৱাৰ পিছত তাৰ খং উঠে আৰু ভিনিহীয়েকক মাথোন 'তেওঁ' বুলিহে সম্বোধন কৰিবলৈ ললে।

মাকে কলে, —'তেওঁ বুলি সম্বোধন নকৰিবা, তেওঁ তোমাৰ ভিনিহীয়েৰহে'।

সি কয়, "নহয় নহয়, ভিনিহী নহয়, বাইদেউৰ গিৰিয়েকহে।"

বিয়াৰ পিছত গিৰিয়েকে বুজি পালে যে বায়েকৰ নাকত সেয়া নাকফুল নহয়, এটি জীয়া শালমনহে। শালমনটো উঠাবলৈ ইচ্ছা নকৰিলে। এইটো দুয়োৰে সৌভাগ্যৰ প্ৰতীক স্বৰূপ। লাহী, পাতল মোছ। ডেকা এজনে পালে এগৰাকী শালমন থকা পত্নী। ফেইথ, ফেণ্টাচি আৰু ফ্ৰেগমেণ্টেডনেচ।

অতি ধুমধামেৰে বাইদেউৰ বিয়া সম্পন্ন হৈছিল। বিয়াৰ পিছত এদিন ৰাতি পুৱা সেই সৰু ভায়েকজনক লগত লৈ তাই মন্দিৰৰ ওচৰত থকা পুখুৰীলৈ গা ধুবলৈ যায়। পুখুৰীৰ পাৰত 'তেওঁ' (ভিনিহীয়েক) আৰু বাইদেউ। ওচৰৰ 'মজুপাবুৱা' গছৰ ডালত সেই সময়তে আছিল এহাল বগলী—ঠুটীয়া ঠুটীকৈ।

বাইদেৱে প্ৰথমে 'তেওঁক' গা ধুবলৈ দিয়ে, সি নিজে খটখটিৰ ওপৰত বৈ থাকে। 'তেওঁৰ' তিতা কাপোৰৰ পৰা পানীৰ টোপালবোৰ ঘাঁহনিত পৰে।

"মই গুচি গলে তোমাৰ বৰ কষ্ট হব নহয়?" বুকুত চাবোনৰ ফেনবোৰ সানি সানি সি কোনো তাইৰ প্ৰশ্নৰ উত্তৰ নিদিলে। তাৰ দৃষ্টি মাথোন ঘাঁহনিৰ ওপৰত।

"তুমি চিঠি দিলেই মই তোমাৰ ওচৰলৈ তৎক্ষণাত আহি যাম আৰু আহোঁতে তোমালৈ কিবাকিবি বহুত লৈ আহিম।"

কেৱল হঁাহে।

কিন্তু তেওঁ বাইদেউলৈ চিঠি নেলেখিলে। আগতে দিয়া চিঠিবোৰো ফালি

পেলায়। ফালি পেলোৱা চিঠিৰ দুই এষাৰ কথালৈ মনত পেলাই হাঁহে।

তাৰ বায়েকৰ কেৰল শালমনযুক্ত ধুনীয়া নাকটোৱেই নহয়, হাতৰ আঙুলি-বোৰো লাহী আৰু জোঙা আছিল। বিয়াৰ পিছ দিনাই গিৰিয়েকে তাইৰ আঙুলিৰ আগবোৰত আৰু হাতৰ আঙঠিটোত হাত ফুৰাইছিল। সেই আঙঠিটোত এটি আখৰ অংকিত আছিল--- ইংৰাজী 'বি'। তেওঁ সুধিলে এই 'বি' ৰ অৰ্থ কি ?

যদিও তেওঁ ইয়াৰ অৰ্থ জানিছিল, তথাপি তেওঁ তাকেই সোধে।

' বৰুণ '

বাইদেৱে হাঁহে. তেওঁ হাঁহে।

'ওহো, বুলডগ'---তেওঁ শুধৰাই দি কয়। তেওঁ কুকুৰৰ দৰে ভুক ভুক কৰা যেন লাগে। কথাখিনি কওঁতে ভুটীয়া কুকুৰৰ দৰে তেওঁৰ দাঁত ওলায়। বাইদেৱে তেওঁক বুকুত সাৱটি ধৰে। তেওঁ কান্দিছিল নেকি ? কান্দিছিল যদি কিয় কান্দিছিল।

নিজৰ আঙুলিতো এটি আঙঠি আছে। যি গৰাকী নাৰীয়ে সেই আঙঠি পিন্ধাইছিল, সেই গৰাকী বেৰখনৰ ফালে মুখকৰি খাটখনত শুই আছে। তাৰ আঙঠিত 'এছ' ( S ) আখৰটো লেখা আছে। যিখিনিত আখৰটো লেখা আছে, সেইখিনিৰ ৰং নীলা নহয়, মাটিয়া বৰণৰ।

কাইলৈ পুৱা বাইদেউ আহি যদি মোৰ আঙুলিত ধৰি আঙঠিত থকা আখৰটোৰ মানে সোধে, মই কি বুলি কম।

সূৰুযমুখী ?

সুৰ সুন্দৰী ?

সুপ্ৰিয়া ?

সুন্নামুক্ক ? (এবিধ তিতা ঔষধি গছ)

মাত্ৰ এটা নাম নকওঁ—'সৰলা', যিটো নামত লালিত্য আৰু মাধুৰতা আছে। এই নাম উচ্চাৰণ কৰোঁতে সমগ্ৰ শৰীৰত কিবা এক আবেগ আৰু শীতলতা অনুভৱ কৰো। মনিকাঞ্চি, কলকাঞ্চি আৰু উপসৰ্পিনী (মালয়ালম কাব্যত থকা এবিধ ছন্দ) ছন্দতো এই শব্দটি বিচাৰ কৰিব পাৰি।

উপসৰ্পিনী।

মাটিয়া ৰংটো তেওঁৰ প্ৰিয়। মনিকাঞ্চি ছন্দৰ কবিতাও তেওঁৰ প্ৰিয়। তেওঁৰ ভাল পোৱা, বেয়া পোৱা গভীৰ ৰঙত ৰঞ্জিত। উৰণীয়া লোকৰ বাবে তাত স্থান নাই। তেওঁৰ ভালপোৱা আৰু বেয়াপোৱাৰ লগত জীৱন মৰণৰ সম্পৰ্ক, তথাপি বৈপৰীত ভাবৰোৰেই তেওঁৰ জীৱনত দেখা যায়।

বিচ্‌মিল্লা খাঁৰ চাহনাই তেওঁৰ বাবে বৰ আনন্দদায়ক। আত্মাৰ কাৰুণ্য আৰু সুৰছন্দৰ নিৰ্মল সেই ৰাগমল্লিকা। তেওঁৰ ভালপোৱা সুৰ-ছন্দ বৰ বিৰল।

ভ্যানগোগৰ প্ৰতি তেওঁৰ মৰম আছে। ভ্যানগোগৰ অংকিত ছবিত ৰঙৰ মহিমা নাথাকিলেও ভাবৰ গাম্ভীৰ্য্য আছে। ৰংৰূপী গাভৰু কেইজনীয়ে দোলনাত দুলি থাকোঁতে, 'মঞ্জতা' নামৰ সুন্দৰী গৰাকীয়ে আঁতৰৰপৰা কয়, 'মই ৰঙৰ ৰাজকুমাৰী, তোমাৰ লগত খেলি থাকিবলৈ মই ভাল নাপাওঁ।' নৃত্যকলাৰ প্ৰতি তেওঁৰ সামান্যতমো আকৰ্ষণ নাই। তেওঁ কয় যে অংগ সঞ্চালনেৰে মন যোগোৱাৰ চেষ্টা কৰোঁতে আত্মাৰ সৌন্দৰ্য্য হ্ৰাস পায়। অংগ সঞ্চালনৰ দ্বাৰা ভোগলালসা আৰু কামবাসনাৰ উদ্ৰেক হয়—আৰু দেহৰ এই অঙ্গি-ভঙ্গিত কুৎসিত ভাব প্ৰকাশ পায়।

তেওঁৰ ভালপোৱা কিতাপখন হ'ল—'এক জমানা মে এক বেৱকুফ থা' (এসময়ত এজন মূৰ্খ আছিল)

এইখন এখন এহেজাৰ তিনিশ পৃষ্ঠাতকৈও অধিক পৃষ্ঠাৰ উপন্যাস। এইখনৰ ৰচয়িতা হল মিঃ এছ, ব্ৰিগ্‌ছ। তেওঁ এজন বিশ্ববিখ্যাত অমৰ সাহিত্যিক। তথাপি তেওঁৰ সৈতে তোমাৰ পৰিচয় নহবও পাৰে। মিঃ এছ, ব্ৰিগ্‌ছৰ উল্লেখযোগ্য ৰচনাখন এতিয়াও প্ৰকাশ হোৱা নাই। লেখা কাম সম্পূৰ্ণ হোৱাগৈ নাই।

সমগ্ৰ পৃথিবীত ব্ৰিগ্‌ছেই একমাত্ৰ ঔপন্যাসিক যাৰ উপন্যাস পৃথিবীৰ অপ্ৰকাশিত হৈ থকা উপন্যাসসমূহৰ ভিতৰত শ্ৰেষ্ঠতম।

টোপনিৰ অভিনয়েৰে নিজকে লুকুৱাই থব খোজা সুন্দৰী, এই পৃথিবীৰ বিষয়ে মই কিয়েই বা জানো?

এসময়ত এজন মূৰ্খ আছিল। মূৰ্খৰ খেতি পথাৰ শস্যৰে বিকশিত হয়। মই তেওঁৰ বাবে 'আচৰ্য্য' সংৰক্ষিত মোৰ যাদুৰ বলত তেওঁ প্ৰফুল্লিত হব, উদ্ভাসিত হৈ পৰিব— প্ৰবাল মণিৰ জ্যোতিৰে। তেওঁ সেই ৰঙেৰে বোলাব নিজৰ ওঁঠ। কিন্তু কীচক বেশধাৰী কাৰুংগল

শংকৰ পাণিকৰৰ প্ৰেমে সকলোকে চমক লগায়। তেওঁৰ সেই বেশ ভূষা পৰিস্কাৰ নকৰাকৈয়ে এগৰাকী যুৱতীয়ে পাণিকৰৰ পিচ ললে। সেই যুৱতীয়ে কাক পাবলৈ বিচাৰিলে? কীচকক নে কীচক বেশধাৰী পাণিকৰক? পাণিকৰৰ বেশ-ভূষাৰ প্ৰতিহে তাইৰ আকৰ্ষণ হয়। অন্যথা ৰং, সাজ-সজ্জা হীন পাণিকৰৰ বাবে তাই আগ্ৰহী নহলহেঁতেন। বেশ-ভূষণে নহয়, কলাইহে তেওঁৰ প্ৰেম জাগ্ৰত কৰে। কিন্তু মই কীচক নহয়, মোৰ কাষত পৰি থকা এই তৰুণীও 'সৌৰিন্ধ্ৰী' নহয়। ইয়াত দুখেও দুখ দিব নোৱাৰে।

কোঠাটো নিতৌ সুগন্ধেৰে আমোলমোলাই আছিল। সেই কোঠালি কামোদ্দীপক বিভিন্ন প্ৰসাধন সামগ্ৰী--যেনে গোলাপজল, প্ৰজ্বলিত ধূপ, কৰ্পূৰ মিশ্ৰিত কপালত তিলক লগোৱা 'চাঁদ' পাউদাৰ, বালৰাম পুৰৰ শাড়ী, ৰ্বাৰিকদাদৰ, জলীয় বাণিচ, সূৰুযমুখী আৰু তাৰ সৌৰভৰ মাজেদি গুঞ্জৰিত সুমধুৰ সংগীতৰ সুৰ আৰু সেই সকলোবোৰৰ মাজৰ পৰাই ভাঁহি আহিছিল বিচমিল্লা খাঁৰ চেহনাইৰ সুৰ আৰু সেই সুৰ উটুৱাই লৈ গৈছিল-মনোমুগধ এখন কল্পনা ৰাজ্যলৈ। চেহনাইৰ শুৱলা সুৰ! সেই সুৰ কাণত পৰাৰ লগে লগেই তেওঁৰ সন্মুখত কামোদ্দীপ্ত এগৰাকী তৰুণীয়ে মুৰত ওৰণি লৈ দেখা দিয়েহি। সেই তৰুণীৰ কপালত চন্দনৰ ফোঁট, পাতল ওৰণিৰ মাজেৰেই জিলিকি উঠে কাজল সনা চকু। পুৰঠ দুখন গাল। ঘনে ঘনে ওৰণিখন খহায় মাজে মাজে তাই বাওঁ চকুৰে কেৰাহিকৈ চায়। বান্ধবীৰ কাণত হিন্দী অথবা গুজৰাটী ভাষাৰে দুই এটি শব্দ কয়। লাজতে কোঁচ-মোচ খোৱা এজনী ছোৱালী। মন বিভ্ৰান্ত কৰা সুগন্ধি।

"সুগন্ধি আৰু যৌৱনৰ মাজত এক নিবিড় সম্বন্ধ আছে।" তিৰুমনংগৰ অৰ্থ বিবাহ। দৰাৰ বাবে কইনা। ফুল আৰু গন্ধৰ মাজত যেনেদৰে এক অভিন্ন সম্বন্ধ আছে সেইদৰেই যৌৱন আৰু সুগন্ধিৰ মাজতো এক অভিন্ন সম্বন্ধ আছে। ভৱিষ্যত জীৱনৰ আধাৰ স্ত্ৰী আৰু পুৰুষ। তেওঁ-লোকৰ মাজৰ সুগন্ধিৰ অনুসন্ধানেই প্ৰণয়। প্ৰণয়ৰ পূৰ্ণতাৰ প্ৰয়াসতেই অংকুৰিত হয় জীৱনৰ নতুন ফুল। বিবাহৰ বাবে জন্ম পত্ৰিকাৰে জোৰা চোৱাই লোৱাতকৈ প্ৰণয়ৰ আগ্ৰহ হে প্ৰধান। নক্ষত্ৰত উজ্জল ৰংহে থাকে। সুগন্ধি নাথাকে। বিয়াৰ প্ৰস্তাৱ আৰু সমৰ্থনৰ সময়ত এইবোৰ কথা

সৰ্পলে আওকাণ কৰা হয়। সেইসময়ত নাকত কেৱল এটি গন্ধহে লাগেহি। সেই গন্ধ তৰুণীৰ নে আন কাৰোবাৰ?"

আন কাৰোবাৰ -

কণ্ঠস্বৰ আৰু প্ৰতিধ্বনি।

এই পংক্তিটো বিশ্ববিখ্যাত অপ্ৰকাশিত উপন্যাস এখনৰ। এনেকুৱা আৰু কিমান সাৰলীল বৰ্ণনা প্ৰকাশৰ প্ৰতীক্ষাত আছে।

মিস্টাৰ ব্ৰিগ্‌চ্

জিনিয়াছ অব দা এজেচ

যুগৰ প্ৰতিভা নে প্ৰতিভাৰ যুগ?

যুগে প্ৰতিভা সৃজন কৰে নে?

প্ৰতিভাৰ সৃষ্টিশীল কাৰ্য্যত যুগৰ প্ৰভাৱ বুলি কব নোৱাৰি জানো?

"হেল্ল গুডমৰ্ণিং"

"মৰ্ণিং"

"মই মিস্টাৰ ব্ৰিগ্‌চক দেখা কৰিব পাৰোনে?"

"কিয় দেখা কৰিব খুজিছা?"

"এটা বৰ জৰুৰী কাম আছে।"

"দেখা কৰাটো সম্ভৱ নহব।"

"আমাৰ বিশেষ সংখ্যাটিৰ বাবে তেওঁৰ পৰা কিবা লেখা- কবিতা, গল্প, একাংকিকা কিবা এটা লব লাগে।"

"মিস্টাৰ ব্ৰিগ্‌ছে বিশেষ সংখ্যাৰ বাবে নিলিখে। নৃত্যানুষ্ঠানৰো উদ্বোধন নকৰে।"

"অন্ততঃ এটা বাণী অথবা চাৰিফাকি কবিতাকে দিয়ক।"

"ওহো, সেইটো সম্ভৱ নহব।"

"নগদ এহাজাৰ টকা দিয়া হব।"

"অসভ্য মানুহৰ দৰে বলকি আছা কিয়?"

"তুমি ব্ৰিগ্‌চৰ আচল মূল্যাংকন কৰিব পৰা নাই।"

"মিছা, অকণমান দেখা কৰাবলৈ চেষ্টা কৰক।"

"ইউ গেট আউট—"

'বাৰু তুমি বৰ টেঙৰ নহয় নে? এনে তিৰোতাইহে মানুহৰ লগত এনে নিৰ্লজ্জ ব্যৱহাৰ কৰে। চেক্ৰেটৰী বৰ টেঙৰ। তাইৰ ওঁঠৰ ৰং

মাটিয়া। ব্ৰিফকেছ লৈ লিফট্‌ৰ ওচৰলৈ অহা ব্ৰিগচে মিচিকিয়াই হাঁহে। চেক্ৰেটাৰীয়ে স্পেনিচ প্ৰকাশকৰ বাবে চিঠি টাইপ কৰে।

মিল্টনৰ ব্ৰিগ্‌চ ইজ ওভৰ পিজড টি-ট-টি-টাইপ কৰা সুন্দৰীৰ আঙুলি পৈ এল. অ. ভি. ই—এই চাৰিটা আখৰত পৰাত তেওঁৰ অন্তৰ অংকুৰিত, পল্লবিত আৰু প্ৰস্ফুটিত হৈ পৰে আৰু তেনে পৰিস্থিতিত ভাৱ ভংগিমা কেনে হয় সেই কথা ভবাৰ আগে আগে কোনোবাই খিলখিলাই হাঁহি উঠা যেন কাণত পৰে।

সেয়া, কিনাৰ, বাঙ্কস।

ব্ৰিফকেছ হাতত লৈ লিফট্‌ৰ ফালে আগবাঢ়ি যোৱা মুগৰ জিনিয়াছ মিল্টনৰ নিচিনা আজি শুধু মধু মামিনাৰ কোমল পৰশত। তাইৰ সংগ-লিপ্সাৰ আস্বাদন কৰিবলৈ পাইছে। তেতিয়া ঘড়ীৰ সময় মতে দহ বাজি ছয়ত্ৰিশ মিনিট হৈছিল।

বিবাহ সমাৰোহৰ শেষ কোলাহল তেতিয়াও সম্পূৰ্ণ শান্ত হোৱা নাছিল। পেট্ৰোমেক্সৰ পোহৰ আৰু বহু আত্মীয়সকলৰ চকু মুদ খোৱা নাছিল। অনন্য সুখৰ বাহন হোৱা গ্ৰামোফোন ৰেকৰ্ড বাজি থকা নাছিল। বহু বছৰৰ পৰা 'পুণ্য জীৱনোদ' গানৰ পৰা আৰম্ভ কৰি 'পুনি লাবণ্যে নৃত্যাভো' লোলচন্দ্ৰৰ গানলৈকে বাজি থকা ৰেকৰ্ডবোৰ সেই সময়ত বন্ধ হৈছিল। তথাপি মানুহৰ মেলা ভাঙিবলৈ বহুতো পৰ হয়।

তেওঁ নামি আহি পালেঙৰ পৰা উঠি বহে আৰু খিৰিকীৰ ওচৰত বহিলগৈ।

যাৰবে কেইজনমান ডাঙৰ মানুহে পাণ দোকানৰ সন্মুখত বাহ বহাই আলোচনাত ব্যস্ত হৈ থাকে। সেই সকলৰ মাজত আছিল পেটুৱাঃ ছপা, কোনো কোনো ৰঙীন খুব ন পিন্ধা, শৰত টিকনি বন্ধা, কপালত চন্দনৰ দীঘল ফোঁট লোৱা, কাণত তুলসীৰ পাত থকা, ডিঙিত মালা লোৱা আদি পৰম্পৰাগত ধৰণৰ লোক। তেওঁলোকৰ বাকচাতুৰ্যই তেওঁক অবাক কৰি দিয়ে। এই সকলোবোৰেই এদিন মোৰ দৰে কোমল বিচনাত অথবা কোমল চকীত কিম্বা মিহি কোমল সেউজীয়া ঘাঁহনিৰ সেউজী দলিচাত মধুৰাত্ৰি কটাইছে!

সম্প্ৰতি তেওঁলোকৰ ল'ৰা-ছোৱালী, জোঁৱাই-বোৱাৰী হৈছে। সময়ৰ এই ৰং তথাপিও দৃঢ় অথচ কোমল।

বিয়াত যি সকলে কাম কৰিছিলাহঁক, সেই সকলৰ ভিতৰত প্ৰধান

শঙ্কু নামাৰে তেওঁৰ ফুলশয্যাৰ ৰাতিৰ অনুভূতি বিৰৃৰি কৈছে। তেওঁৰ এই ৰসাল কথাবিলাক বেলপপ মেনন আৰু তেওঁৰ বন্ধুবিলাকেও শুনি আছিল। বেলপপ মেননক দেখি তেওঁৰ হাঁহি উঠে। এজন সু-স্বাস্থ্যবান, বগা ধুনীয়া যুবক। ৰং-ৰূপত অকণো কম নহয়। তথাপি সি যিমানেই মধুৰ কথা নকওক কিয়, মানুহে উপলুঙাহে কৰি উৰাই দিয়ে। ঈশ্বৰৰ কি যে লীলা! ভগৱানে তিৰোতাৰ বাবে যিখিনি দিছে পুৰুষে তাতেই পুৰুষক বিলীন কৰা দিছে আৰু সেই বাবেই পুৰুষ ৰূপত নাৰীৰ আৰু নাৰীৰ ৰূপত পুৰুষৰ একীভূত হৈছে।

ডাঙৰৰ নৈশ আলোচনাত তেওঁ ৰস পায়। হাঁহি, ঠাট্টা মস্কৰা কৰি থাকিলেও সেই বুঢ়াজন বৰ সৰল। বিয়াতেই হওক বা ৰুক্মিণী সংক্ৰান্তিতেই হওক কিম্বা দাহ-সংস্কাৰতেই হওক; কোনো কালেই তেওঁৰ মুখৰ হাঁহি কেতিয়াও নাইকিয়া নহয়। ৰং-ধেমালি তেওঁৰ জীৱনৰ মল। চুলি পকি গলেও তেওঁ ডেকা হৈয়েই থাকে।

মই আৰু মোৰ বংশ পৰম্পৰা!

মোৰ পূৰ্ব পুৰুষৰ স্বাস্থ্যৰ লগত যদি বৰ্তমানৰ জেনেৰেচন কেৱল ঠুনুকাই নহয়, সামান্য স্পৰ্শতেই যেন তেওঁলোক ভাগি পৰিব। হৈ-হাল্লা, বাজনা, উৰুলিৰ কোলাহলত সৈতে পৰিবাহিত হৈ আহি তেওঁৰ জীৱনত কামভাৱৰ উদ্ৰেক নাই বৰং আছে এক সমাহিত ঐক্য মাগুত সুৰৰ গুঞ্জন। ৰতিশুদ্ধ চেতনাত সঞ্চাৰিত হয় এটি মাদকতা।

কিন্তু কথা এটা মনত ৰাখিবা।

মোৰ বিচাৰত কোনে বাধা দিয়ে?

তেওঁ উন্নতি চায়—

কোনো নাই। তেওঁলোক তাত নাই

মিষ্টাৰ ব্ৰিগচ -

পুৰাণ কামভাৱে নতুনক সৰলিকৰণ কৰিব পৰা নাই।

তেওঁ তেওঁৰ লগত মিলব নোৱাৰিব।

মিষ্টাৰ ব্ৰিগচৰ এই কথায়ো তেওঁৰ হৃদয় গভীৰ স্পৰ্শ কৰিব নোৱাৰে। ব্ৰিগচে নিজকে প্ৰশ্ন কৰে -কোনাৰ্ক আৰু খজুৰাহলৈ গৈ শিলাঙ্কিত কামৰত মূৰ্তি দেখা নাই জানো?

গুৰুবায়ু মন্দিৰৰ চিত্ৰ সম্বন্ধে তেওঁ কব খুজিছিল—কিন্তু তেওঁলোকে তাৰ দেৱালৰ চিত্ৰ দেখা নাছিল।

নিৰ্জীৱ শৈলমূৰ্ত্তিবোৰত যেন ৰক্ত মাংস, ভাব-অনুভূতি ফুটাই তুলিবলৈ সমৰ্থ হৈছে।

এৰা, ঠিকেই, বিগচে কৈছে। তেওঁ কামৰ পৰিপূৰ্ণ ৰূপকেই অংকন কৰিছে। তথাপি জীৱনক নিয়ন্ত্ৰিত কৰি লয়। কিন্তু সেই প্ৰতিমাবোৰ যদি চেতনাযুক্ত হৈ উঠি আহে তেতিয়া? আমাৰ বয়োজ্যেষ্ঠবোৰে সেইবোৰক পিশাচৰ গুহাত বন্ধ কৰি ৰাখিব। বাল্মীকিৰ ৰামায়ণত ৰাম শব্দৰ উৎপত্তি হৈছিল। আধুনিক চুৰাণাবোলপৰ বাল্মীকি সকলেও ফ্ৰয়ড আৰু য়ুঙৰ নামত প্ৰাকৃতি নিবন্ধত আনি তাৰ গভীৰত প্ৰদৰ্শন কৰে। এচাম লোকে জীৱনক নিৰ্জীৱ শিলাখণ্ড গণ্য কৰে আৰু আন এচামে নিজৰ জীৱনৰ সৰেৰে ব্যাখ্যা দি নিজৰ ছাওঁফাওকেই দুৰ্বল কৰে। 'মধুমেহ' ৰোগত আক্ৰান্ত হলে শৰীৰৰ তেজ দুষিত হয় আৰু তাক পুনৰ পাবৰ কাৰণে যেনেকৈ ইনচুলিন ইনজেকচন ব্যৱহাৰ কৰা হয়, সেই দৰেই মানসিকতাৰ ৰোগী এই সকলে বিদেশৰ চিন্তাবিদবোৰৰ প্ৰতি মনোনিবেশ কৰি সেই মানসিক সুস্থতা ঘূৰাই আনিব খোজে।

মিণ্টাৰ বিগচ তেনেকুৱাহে। তেওঁৰ কাৰণে কোনো মধ্যম পথ নাই। তেওঁ ভাবে যে অতি সোনকালেই জীৱনৰ আনন্দৰূপ শেষ হৈ যায়। গতিকে কোনো প্ৰতিভাজনক বিচাৰৰ বাবে তেও প্ৰস্তুত নহয়। খজুৰাহৰ শিল্পী সকলে শিলৰ ওপৰত কামৰত চিত্ৰ অংকন কৰিছে। তেনেহলে বিগচ? আখৰৰ উই হাফিংৰে তেওঁক ঢাকি ৰাখিছে। আধুনিক যুগৰ ৰোমাণ্টিক বিলাসী সকলে সঙ্গীত। সুৰক কাপোৰত টোপোলা বান্ধি কফুৰৰ গোন্ধ লোৱাদি লয়। কাম শিলো নহয়, আখৰো নহয় অথবা সুৰৰ কফুৰ বন্ধা টোপোলাও নহয়।

এনে এক বাদ বিবাদত মই আৰু বিগচ কিয় সোমালো? আচৰিত হোৱাৰ কথাই। যিয়েই নহওক, তেও বিদ্বান আৰু অনুসন্ধানকাৰী। তেওঁৰ উপন্যাসৰ নামকৰণ ভাল হৈছে।

ভৈতত আভিলেটো দি তেওঁ হাঁহিলে। হাতেৰে হাঁহিটো লুকুৱাবলৈ চেষ্টা কৰি বিগচে আৰু কয়। তেও বৰ ভাব প্ৰৱণ হৈ পৰিছিল।

"আমি ভালেমান দূৰ আগবাঢ়ি যাব লাগিব। ভবা মতে কাম কাৰও আত্ম তৃপ্ত হয়।

কাম বাসনাই ইয়াত সপোনৰ বেশ ধাৰণ কৰে। ক্ৰিয়া অভিনয়লৈ পৰিবৰ্তিত হয়। অভিনয়েও বিচাৰ প্ৰধান এটি ভাবতেই প্ৰচাৰ লাভ কৰে। আড়ম্বৰ আৰু যাদু মন্ত্ৰ প্ৰয়োগ হয়।"

তেওঁ নিম্ন ভাৱে সোধে, "এই ভ্ৰমণ আৰু বাকী ৰাখিব লাগিব নেকি?"

মিষ্টাৰ গ্ৰিগচে দৃঢ় কণ্ঠে কয় "এৰা, এইটো অংশো ঠিক যে সত্য আৰু পোন বাটে যোৱা উচিত।"

যাব লাগিব। ভৱিষ্যতৰ শিল্পীয় কল্পনাবিন্যাসক বাস্তৱ লক্ষ্য আৰু দৃষ্টিৰে কাম কৰি যাব লাগিব। নতুন, পুৰণি সকলো চামে জীৱনৰ দৃষ্টি-ভঙ্গীৰ সলনি হব লাগিব। আধুনিক জীৱনে কোনফালে গতি লৈছে বাৰু? এইটো বেশ্যাৰ যুগ নহয়। মানুহে নৈ ভলে পায়। আজি নতুন যুগৰ মন্দিৰ হল চিনেমাঘৰ আৰু নাচশালা। ইয়াত মানুহক গোলাম কৰি দেৱদাসীয়ে নৃত্য কৰে। তেওঁলোকে এই সকলক বশীভূত কৰাৰ অসৎ আচৰণ কৰে। পুৰণালতৰ ধাৰণাৰ বসবৰ্তি হৈ তেওঁলোক

আজিও তুমি মনোবৈজ্ঞানিকৰ স্বেচ্ছাচাৰিতাৰ জালত আবদ্ধ হৈ আছা। সোনকালেই তেওঁলোকে তোমাক এৰি যাব। এডিছন আৰু এণ্টিগনিও অগ্ৰণী হব। অন্ধই অন্ধক বাট দেখুৱাৰ সময় শেষ হব। তুমি জানা যে এৰিয়াছ অন্ধ আছিল। পুৰণি পুৰুষৰ কলাৰ লগুন পিন্ধাই পূজাৰী সজোৱা মনোবৈজ্ঞানিকসকলৰ ভৱিষ্যত বিপদাপন্ন। তাৰ সলনি সমাজত কলাকাৰ হে পূজা হব। কাম কলা নহয়---কিন্তু কলাহে কাম হবগৈ। এনেকুৱাই নিশ্চয় হব। নিজৰ পৰিশ্ৰমৰ আৰু সাধনাৰ জৰিয়তে শীৰ্ষবিন্দুলৈ উঠি ভৱিষ্যতৰ মানুহে কবিতা, চিত্ৰ প্ৰদৰ্শন, নাটক প্ৰযোজনা, গল্প, তাৰ কথা আৰু কথন, সংগীত সভা আদিৰ পৰা উপলব্ধিৰে কাম বাসনা পৰিতৃপ্ত কৰিব। কোনো এটা কাম গ্ৰহণ কৰাৰ তীব্ৰ স্পৃহা জাগি উঠিব। মনো বিজ্ঞানী সকলৰ ফালৰ পৰা কামৰ আগ্ৰহ হব। পৌৰাণিক আৰু প্ৰাকৃতিক চচাৰ স্থানত সাংস্কৃতিক সিদ্ধি প্ৰাপ্ত হব। মানুহৰ স্নায়ুবোৰ খুব সজাগ। সংস্কৃতিৰ দ্বাৰা সি আৰু সজাগ হৈ উঠে। মনোবিজ্ঞানীয়ে এই জীৱন চচাৰ আধাৰত জীৱনৰ মৰ্ম উলিয়াই আনে। কিন্তু দৈনন্দিন বাস্তৱ জীৱনৰ সৈতে সেই মৰ্মৰ কোনো সম্পৰ্ক নাই। সেয়েহে নিতৌ নতুন নতুন কল্পনাৰ আৱশ্যক।

এইবোৰ শব্দ জানোৰ পৰা ৰক্ষা পাব পাৰাটো বৰ ভাল কথা। এয়াই তেওঁৰ কামনা। মই এই কথা স্বীকাৰ কৰোঁ যে জীৱন হৈছে এখনি নাটক। জীৱন এটি নিবন্ধ নহয়, তাক তুমি এনেকৈয়ে গাঁঠিছা।"

বিগচে নিজৰ বক্তব্য দাঙি ধৰে। "জীৱনটো নাটকো নহয়, নিবন্ধও নহয়। নাটক যদি হব পাৰে তেনেহলে নিবন্ধ বোলা কোনোত একো অতিৰঞ্জিত কথা নহয়। অৱশ্যে এটি প্ৰয়োজনীয় কথা এই যে বিশেষ একোটি বিষয়ৰ প্ৰসাৰতা হব লাগে। তাত্বিক ব্যাখ্যা পাছে এৰি পেলোৱা। এটা সময়ত মানহে শিল্পীসকলক কাম দেৱতা ৰূপে অভিহিত কৰিব। প্ৰাচীন কালত ভাৰতীয়সকলে দেৱতাকো কামদেৱ ৰূপে উপাসনা কৰিছিল। কলাকাৰৰ পৰাই নতুন নতুন উপাসনা ৰীতিৰ জন্ম হয়। সেই কলাকাৰ আৰু শিল্পীয়েই উচ্চ শিখৰত আৰোহণ কৰে নিশ্চয়। কিন্তু তথাপি কব লাগিব যে বিষ্মৃত কলাক উপাসনা কৰোঁতা কোনো নোলাব।"

"কিয় ?"

'অলপ ভাবি চাইচানে ?'

বিগেচ যেন কিবা এটা সমৰ্থন কৰিবলৈহে ৰৈছে, এনে উচ্ছাসত চিঞৰি চিঞৰি সুধিলে, "বিমূৰ্ত কলাৰ উৎপত্তি স্থান ক'ত ? ৰতিৰ প্ৰতি বিৰূপ ভাব। শিৰা-উপশিৰাৰ স্পন্দনহীন স্থিতি, ভংগুৰ ৰূপ, চঞ্চল মন, শিৰা-উপশিৰাৰ ভ্ৰান্তিহে।

প্ৰাকৃত যুগৰ বিগত কলা আৰু এই আধুনিক কলাৰ মাজত কোনো সম্পৰ্ক নাই। প্ৰথমটোত চেতনাৰ উদ্ৰেক আৰু তাল লয় আছে। দ্বিতীয়টি দুৰ্বলতাৰ বিকৃত ৰূপ যেন পাণ্ডু ৰোগৰ দ্বাৰা হোৱা নিস্তেজ বগা ৰূপ। কামৰ প্ৰতি আমাৰ যি সংকল্প, তাৰ ওপৰতেই নিৰ্ভৰ কৰে কলাৰ উৎপত্তিস্থান আৰু ইয়াৰ অস্তিত্ব, ৰূপ আৰু ভাব। কামবাসনাই কলাৰ ভেটি।

এইবোৰ কি বলকিছে ? তেওঁ একোকে বুজি পোৱা নাই। তেওঁ দোধোৰ-মোধোৰত পৰে। সেয়া বিগচৰ নিজস্ব ক্ষমতা। তেওঁ এই মতৰ বিপৰীত সিদ্ধান্ত সহজেই কৰি পেলাব পাৰে। কিন্তু সেই সময়ত মই আচাৰত হৈ ৰৈ যাও। ফলত এক ধুমুহাৰ সন্মুখীন হওঁ আৰু বুকুত এটা বিৰাট বোজা অনুভৱ কৰোঁ।"

তেওঁ তেওঁৰ মনৰ মাজত খেলি মেলিকৈ লৈ থকা ৰেখাবোৰ জুকিয়াই তাত ৰং সানি তাৰ এটি আকাৰ দিবলৈ যত্ন কৰিলে। কল্পনাৰ কান্তি,

অপ্ৰকাশিত চিন্তাত আৱশ্যক। এনে ভবাটো যুক্তিহীন কথা যে---"কাম এটা জীৱনতেই শেষ হৈ যাব আৰু তাৰ বিভু স্থানত কলা অংকুৰিত হৈ চুৰ্পহি মেলিব," কথাষাৰ তেওঁ লাহেকৈ কয় কিন্তু ব্ৰিগচে সেই কথা নুশুনে। লাখুটিডাল লৈ তেওঁ তাৰ পৰা আঁতৰি যায়।

মিণ্টাৰ ব্ৰিগচ---

ছেক্স সম্বন্ধে তেওঁৰো এটি ধাৰণা আছে তাৰ প্ৰতীক কলি, কোমল, সুবাসিত এটি বিকশিত কলি। সেই কলিৰ সুবাস লবৰ বাবে আগ্ৰহী-সকলে বিশেষ ৰীতি আয়ত্ত কৰিব লাগিব। অনাসক্ত ব্যৱহাৰে ৰাগৰ লালিত্য নিস্ফল কৰি দিয়ে। সংক্ষিপ্ত কৰিলেও ইয়াৰ সকলোবোৰ মাধুৰ্য্য নষ্ট হৈ যায়।

ফুল শয্যাৰ দ্বিতীয় দিনা গালে আৰু ওঁঠত চুমাৰ স্পৰ্শ লৈ লাজ লাজকৈ খোজ দিয়া কইনাজনীৰ বিষয়েও তেওঁ ভাবে। এয়া অনাৱশ্যক স্থানত কৰা পাশবিকতা, অসভ্যালি আৰু এক আঘাত! আৰবীয় সাধুত বৰ্ণিত সুন্দৰী ৰমণীৰ কথাও ভাবে। এই গাভৰুৱে আবদ্ধ পুৰুষক নিশাৰ আন্ধাৰত আঙুৰ ৰস আৰু ছাগলীৰ মাংস খুৱায় আৰু তাৰ পাচত অন্তেষপুৰলৈ লৈ গৈ চাবুকেৰে কোবোৱাৰ কথাও তেওঁ মনত পেলায়। এনে পুৰুষক তেনেকুৱা গাভৰুৰ ওচৰলৈ পঠিয়াই দিব লাগে। এচ্থেটিকচৰ উৰ্দ্ধত বিচৰণ কৰোঁতা মনোবিকাৰ গ্ৰস্ত মনোবৃত্তিয়েই ছেক্স।'

পুনৰ মিণ্টাৰ ব্ৰিগচে কবলৈ ধৰিলে---

এওঁ যি ঠাইত ৰয়, তেওঁ সেইখিনিৰ পৰাই আৰম্ভ কৰে। কেতিয়াবা দ্বন্দ্বাত্মক যুক্তি বিশ্লেষণেৰে আৰু কেতিয়াবা শূন্যবাদীৰ তীব্ৰতাৰে।

ঘড়ীৰ কাঁটাই এনে গতিত আগবাঢ়িছে যে তেওঁ আৰু মিণ্টাৰ ব্ৰিগচ যেন জীয়াই নাথাকিব। সময় হৃদয়ৰ স্পন্দন। যুগে হৃদয় পৰিবৰ্তন কৰাৰ সময় পাৰ হৈ গৈছে।

ঋতু হৈছে সময়ৰ স্ৰোতধাৰা। জীৱনৰ চেতনা বিকাশৰ একোটি কণা আৰু ঘড়ী হৈছে ঋতুৰ ক্ষুদ্ৰ বন্ধন। একা-বেঁকা, ওখৰা-মোখৰা পৃথিৱীৰ, সূৰ্য্যৰ প্ৰাণ কণাও তাত আছে। তাৰ গতিৰ গতিতেই তুমিও দৈনিক চলি আছা।

এই 'তুমি'ৰ প্ৰয়োগে তাত নীৰস ভাবৰ সৃষ্টি কৰে। ব্ৰিগ্‌চ নিজৰে সৃষ্টি। তেওঁ কাৰো 'বচ' নহয়। সৃষ্টিকৰ্তাকো অৱহেলা নকৰে। তথাপি ব্ৰিগচে এনে আচৰণ কৰে। তাৰ বিৰোধিতা কৰিবলৈ তেওঁৰ মুখেই মেল নাখায়। তেওঁৰ জীৱনৰ প্ৰতি হাবিলাস কমি আছে। ঘড়ীৰ কাঁটা চলে। তাৰ টিক টিক শব্দই জীৱনৰ প্ৰতি সজাগ কৰি দিয়ে। ঋতু ক্ৰম শেষ হৈ গলেও মই জীয়াই থাকিম। মিণ্টাৰ ব্ৰিগচ মাথোন এক ৰূপান্তৰ 'এসময়ত এজন মূৰ্খ আছিল'। ইয়াৰ ৰচকে বহুতৰ ধমনিত সুগন্ধি আৰু আনন্দ বিলাই অমৰ হৈ গৈছে। মই বৰ্তমান কাল। মোৰ ভৱিষ্যত ব্ৰিগচ। ব্ৰিগচৰ আঙুলিৰ তলতেই নতুনৰ জন্ম হব। আমাক ৰূপ দিব।

গেৰুৱা মজিয়াত জোনাকৰ পোহৰে সমস্যা আঁতৰাই দিছে। হৃদয়ৰ ভিতৰত গুপ্ত ৰহস্যৰ মুখৰতা!

টোপনিত নথকাহলে তাই কি ভাবিলেহেঁতেন?

পশ্চিমত সূৰ্য্যাস্তৰ ৰক্তিম আভাই পৰ দিশৰ পাহাৰত ৰাঙলী বোল সানি যি সৌন্দৰ্য্যৰ সৃষ্টি কৰে, বিচনাত পৰিথকা তৰুণীকো তেনে লাগে। অলপ আঁতৰত আৰৱ সাগৰৰ উচ্ছল ঢৌৰ দৰেই ময়ো স্মৃতিৰ উচ্ছল ঢৌৰ মাজত ডুব গৈ আছো। কি তেওঁৰ অন্তৰতো তেওঁৰ নিজা এজন ব্ৰিগচ আছে নেকি? অকলশৰীয়া প্ৰতিজন স্ত্ৰী পুৰুষেই অন্তৰৰ গভীৰতাৰে কিমানক যে আকোৱালি লয়। তেওঁ অকলে থাকিব নোৱাৰে। সমাজ একো একোজনক একত্ৰিত কৰি বান্ধি ৰখা একোখন ৰুমাল। সেই বন্ধন অন্তৰৰহে, বাহিৰৰ নহয়।

পৰস্পৰৰ মাজত হাব আৰু আঙঠিৰ বিনিময় হয়, ঘণ্ট'ৰ পিচত ঘণ্টা পাৰ হৈ যায়। এতিয়ালৈকে তেওঁলোক দুয়োৰো মাজত কোনো কথা বতৰা হোৱা নাই। তেওঁ লাজকুৰীয়াও নহয়। দেখিলেই কব পাৰি যে তেওঁ কথকী, দুষ্ট! কিন্তু এনেহলেও মৌন ভাব বিনিময় নিশ্চয় হয়।

উৰৰা মাটিত সিঁচা এটা গুটিৰ পৰাও এতিয়ালৈকে গজালি ওলোৱা নাই বা নতুন পল্লৱেৰে পল্লৱিত হোৱা নাই। ল'ৰালিকালত মগুমাহৰ খেতি পথাৰত চৰাই খেদি থকাৰ সময়ত গজালি মেলা মগুমাহবোৰৰ কথা মনলৈ আহে। মাহটো ফাটি গজালিটো ওলোৱাৰ পাচত হালি থকা

গজালিৰ দুটা পাহি দেখি এনে ভাব হয় যেন মানৱ শিশু এটিহে তাত থিয় হৈ আছে। ডাঙৰ হৈয়ো মোৰ এনে বিশ্বাস থাকিল। গজালিটো যেতিয়া প্ৰকট হৈ পৰে তেতিয়া তাৰ দুটি পাহি একেটি যেনহে লাগে। স্পষ্টক্ৰমে অদ্বৈত বিজ্ঞানৰ বিপৰীতে কিয় গ'ল। তথাপি তেওঁ কিবা এটা কব লাগিছিল নহয়? আগৰ দিনত হোৱাহলে "এইফালে চোৱাচোন" অথবা "এজনৰ মনৰ মাজত কেনে ভাব থাকে জানানে" আদি কথা আৰম্ভ কৰা হ'লহেতেন। ময়ো তেওঁক একো কোৱা নাই। স্মৃতি ৰোমন্থন আৰু সন্দেহমুক্ত হৈ বিগচৰ লগত বাদ বিবাদ কৰোঁতেই সময় পাৰ হৈ গ'ল।

তেওঁ এটি চিগাৰেট জ্বলায়। সেইটো কোনো ডাঙৰ কথা নহয়। কিমান চিগাৰেট জ্বলাই হুপিলে আৰু কিমান চিগাৰেট আধা হুপি জ্বলি থকা জুই-কুৰা নুমাই দূৰলৈ পেলাইছে। এইটো সাধাৰণ ঘটনা আছিল। চিগাৰেটত জুই জ্বলোৱাৰ পিচতো জুইশলাৰ জ্বলা কাঠিডালৰ জুই নাই নুমুৱা। আঙুলি নোপোৰালৈকে তাক আঙুলিৰ মাজত ধৰি আছে। দামী শাৰী, হাতত খাৰু পিন্ধি সুসজ্জিতা সেই যুৱতীয়েও সেই পোহৰতেই উভতি চায়। নুমাই যাব খোজা ক্ষীণ পোহৰতো তেওঁ তাইৰ চকুযুৰি দেখে। বহুবৰ আগিতেই দেখা চকু-যুৰি। সেই চকুযুৰি তেওঁ কেতিয়া দেখিছিল? তাই শোৱা নাছিল। টোপনিৰ ভাওহে ধৰিছিল।

কিয় তাইৰ চকুযুৰি সেমেকি উঠিল। বেৰত লাগি থকা আৰামী চকীখন পোনাই লৈ এটা চুকত বহি গলে যাতে তাৰপৰা বাহিৰৰ দৃশ্যবোৰ দেখি থাকে।

দুয়ো চকুৰে এতিয়া চাই আছে নেকি? আন্ধাৰত একো স্পষ্ট দেখা নাই। বাহিৰত জ্বলি থকা পেট্ৰমাক্সৰপৰা অহা ক্ষীণ পোহৰত সেই চকু-যুৰিৰ চাৱনিৰ অৰ্থ বুজি পোৱা সহজ নহয়।

আধাৰাতি পাৰ হৈ যোৱাৰ পিছত সেই স্বপ্নভৰা চকুযুৰি সেমেকি পৰে। ফুলশয্যাৰ বাবে সুসজ্জিত কোঠাত সেই তৰুণী লজ্জাশীলা অপৰাধিনীৰ দৰে শুই আছে। আবেগজড়িত আনন্দ-হাঁহিত ডুব গৈ থকাৰ মানসেৰে এগৰাকী কোমলাঙ্গী - - -

অনৰ্গল তাৰ চিন্তা স্ৰোত প্ৰবাহিত হ'ল।

আৰু এবাৰ তাৰ মনে কলে— যে সেইহাল তেওঁৰ চিনাকি চকু।

তাৰ স্মৃতিৰ দোলকত সেই হালি পৰিচিত চকু — যেন ওলমি আছে। তেওঁৰ মন গুচি যায় এজোপা ডালিম গছৰ তললৈ। ডালিমৰ ৰং আৰু ৰূপ মানুহৰ হৃদয়ৰ দৰেই। ইয়াৰ ভিতৰত গোট খাই আছে কিছুমান ৰক্তিম বিন্দু। এই প্ৰতি বিন্দুতেই জীৱনৰ স্পন্দন আছে। ফ্ৰেডাৰিক গ্ৰেচলাকে ডালিমক মানুহৰ অন্তৰৰ লগত তুলনা কৰি কবিতা লেখিছিল। যি কি নহওক, এই কবিতাটি পঢ়াৰ বহু আগতেই তেওঁ এইকথা বুজিব পাৰিছিল।

প্ৰতিটো গীতেই প্ৰেমৰ মৌন প্ৰকাশ। প্ৰতিটো নক্ষত্ৰত সময়ৰ ঘনীভূত প্ৰকাশ। সময়ত গাঁঠি। প্ৰতিটো নিশ্বাস নীৰৱ ক্ৰন্দন।

লাৰ্কৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছে। কাৰ কল্পনা প্ৰখৰ আছিল — লাৰ্কৰ নে বিক্লেৰ। এওঁলোক দুয়োতকৈ মিল্টাৰ গ্ৰিগ্‌চ নিশ্চয় বেছি প্ৰতিভাশালী আছিল।

ঘৰ ভাগবটোৱাৰাৰ আগতে আগফালৰ চোতালত এজোপা ডালিম গছ আছিল। সেইজোপাৰ তলতেই প্ৰথমবাৰৰ বাবে এইযুৰি চকু তেওঁ এদিন দেখিছিল। ডালিম ফুলৰ ৰস বিচাৰি অহা দুটি পখী ডালিম জোপাৰ ডালে ডালে উৰি ফুৰিছিল। ঠোঁটেৰে সেই ফল ছিঙিবলৈ চেষ্টা কৰিছিল। ঠোঁটৰ পৰা টোপাটোপে তেজ পৰিছিল। আৰু সিহঁতৰ কলৰৱত চৌদিশ মুখৰিত হৈছিল। অকস্মাৎ এটি পখী যেন মূৰ্চ্ছা গৈ মাটিত পৰি গ'ল।

এই ডালিম জোপাৰ সৈতে যেন এক অভিশপ্ত ইতিহাস লুকাই আছে।

প্ৰথমে, অৰ্থাৎ বহু বছৰৰ পূৰ্বে ইয়াত এই গছ জোপা নাছিল। এজোপা গজালি আছিল, ইয়াৰ শিপা মাটিৰ তললৈ যোৱা নাছিল আৰু ডাল পাতেও আকাশলৈ মূৰ তোলা নাছিল —

মাটি আৰু আকাশত সমানেই বিচৰণ কৰা এটি ৰাক্ষসৰেই ৰূপান্তৰ আছিল এইজোপা ডালিম গছ। তাৰ প্ৰিয় আহাৰ মানুহৰ হৃদয়। দিনে একচল্লিছখন মানৱ হৃদয় ভক্ষণ কৰাৰ পাছতহে তাৰ ক্ষুধা নিবাৰণ হৈছিল। হাজাৰ হাজাৰ মানুহক হত্যা কৰি সিহঁতৰ কলিজা আজুৰি আনি সি খাইছিল। এদিন সি মানুহৰ হৃদয় খাবলৈ নাপালে। সি বধ কৰা কোনো মানুহৰেই হৃদয় নাছিল। অলপ সময় ধৰি সি আচৰিত হৈ ৰৈ গ'ল। ভোক বাঢ়ি যোৱাৰ লগে লগে তাৰ আশ্চৰ্য্য ভাবো বাঢ়ি গল। তাৰ ভয় লাগিল — যে এনেদৰে সি এতিয়া ভোকত মৰি থাকিব।

হৃদয় যাতে পুনৰ মানুহে পাব পাৰে সেই বিষয়ে প্ৰাথনা কৰিবৰ বাবে স্হিৰ কৰি সেই উদ্দেশ্যেৰে গুহাৰপৰা ওলাই আহোঁতে সি দেখিলে যে সেই হ্ৰদৰ সৰোবৰৰ এটিত কেইগৰাকীমান কামাসক্তা দেৱস্ত্ৰী। ৰাক্ষসে এজন ৰাজকুমাৰৰ বেশ ধৰি তেওঁলোকক বশীভূত কৰিলে। তাৰ পিছত সি প্ৰতি গৰাকী দেৱকন্যাক লৈ গুহালৈ আহিল। তেওঁলোকৰ বুকু ফালি কলিজাবোৰ লৈ গছৰ ডালত ওলোমাই থলে। সি স্হিৰ কৰিলে যে এনে ধৰণেৰে দুকুৰি এটা কলিজা হোৱাৰ পিছতহে সি ভোজন কৰিব। এনে-দৰে ছয়ত্ৰিশটা কলিজা গছত ওলোমোৱা হ'ল। সেই সময়তে স্নান কৰিবলৈ অহা মুনি-পত্নী এগৰাকীয়ে এই ভয়ংকৰ দৃশ্য দেখি খঙত ৰাক্ষসক অভিশাপ দিলে, 'হেৰ নিষ্ঠুৰতম অধম, তই এজোপা গছ হৈ পৰ।' তত-ক্ষণাৎ সি এজোপা গছলৈ ৰূপান্তৰিত হ'ল। কোৱা হয় যে সেই গছজোপাই এই ডালিম জোপা। যোতিয়ালৈকে ৰাক্ষসে খাই পেলোৱা সেই ছয়ত্ৰিশটা কলিজা ডালিম ফুল ৰূপে দেৱতা সকলক ঘূৰাই নিদিয়ে আৰু সি খাই পেলোৱা শেষ মানুহটোকো ঘূৰাই দিব নোৱাৰে, তেতিয়ালৈকে ৰাক্ষসে তাৰ অভিশাপৰ পৰা মুক্তি নাপাব। এই কিম্বদন্তী মতে সেই ৰাক্ষসে প্ৰতিটো মানুহৰ হৃদয়খিনি ঘূৰাই দিবলৈ সক্ষম হ'ল কিন্তু শেষ ছয়ত্ৰিশটা দেৱকন্যাৰ হৃদয় ওভোতাই দিবৰ কাৰণে উপযুক্ত দেৱক্ষ্মাম বিচাৰি নাপালে আৰু তাৰেই ফলত সেই ৰাক্ষস আজিও অভিশপ্ত হৈ গছহৈ আছে। এই কাহিনী শুনাৰ পিছত তেওঁ আৰু ডালিম খাবলৈ এৰি দিলে। দেৱ হৃদয় খোৱা সেই পখীৰ অৱস্হা কি হ'ল? সি স্বৰ্গলৈকে গ'ল নেকি? ডালিম গছৰ তলত পৰি থকা চৰাইটো তেওঁ হাতত তুলি ললে। অপলক দৃষ্টিৰে চৰাইটোৱে যেন তালৈ চাই আছে। কিছু সম-য়ৰ পিছত চৰাইটোৰ উত্তপ্ত দেহ চেচা হয়- কিন্তু তাৰ চকুৰ দৃষ্টি নিষ্প্ৰভ নহয়। সেই অবোধ পখীটিৰ নিষ্পলক চকুযুৰি।

আৰু সেই তৰুণীৰ চকুযুৰি।

সেই চৰাইজনীৰ দৰেই এই তৰুণীও। তেওঁ আৰু বেছি ভাবিব নোৱাৰিলে। অনাৱশ্যক কথা কিছুমান চিন্তা কৰি নিজৰ অন্তৰত দুখ দি কি লাভ?

মানুহৰ এই হৃদয় কিমান বিচিত্ৰ। ইয়াক কেৱল ডালিমৰ লগত তুলনা কৰিলেই নহয়, ইয়াক আবৰ্জনাৰ পিকদানি বুলিও কব পাৰি।

অসৎ ভাবৰ আবৰ্জনাৰ মানুহৰ অন্তৰ খন্তেকতে ভৰি উঠিব পাৰে। নীচতকৈও নীচ কৰি ৰতি ক্ৰিয়াৰ বিকৃত দৃশ্য তেওঁৰ চকুত ভাঁহি উঠে। গৰু, ছাগলী, কুকুৰ, চৰাই, নেউল আদি পশুবোৰৰ ৰতি ক্ৰিয়াৰ যি ৰীতি এইবোৰ মনত পৰিলে তেওঁৰ নিজৰ ওপৰতেই ঘিণ লাগে। মন হৈছে অশ্লীল দৃশ্যৰে পৰিৰত্ত এটি টোপোলা। মনৰ দৃশ্যবোৰ আজুৰি উলিয়াই অনাও সম্ভৱ নহয়। এনে লাগিছে যেন টোপনিয়েও তেওঁক এৰি গ'ল। তেওঁৰ এটি কবিতালৈ মনত পৰিল।

টোপনিৰ চৰায়ে দুচকুত মোৰ
সাজু হয় পাৰিবলৈ কণী
স্থিতিহীন জাল বুলি কৰি বিবেচনা
ভয়তেই উৰি গুচি যায় যেনি তেনি।

এহাজাৰ বছৰৰ আগতে এজন মুনিশ কবিয়ে এই গানটি গাইছিল। তেনে ধৰণৰ এটি কবিতা তেওঁ মনে মনে গুণগুণায়---

তেওঁ বলিদানৰ বাবে সাজু হয়
কিন্তু তেওঁ পিছুৱাই আছে।
চয়তানৰ প্ৰলোভনত নপৰে।
এক ঘোৰ অন্ধকাৰ নিশাত
ওৰণী বিহীন হৈ আহে কাষ চাপি।
তাইৰ দেহ কান্তিৰ জ্যোতিয়ে
ৰাতিৰ আন্ধাৰ দিয়ে আঁতৰাই
মোৰ হৃদয়ৰ তত্‌কালীন
কামোৎপীড়নৰ অবহেলাত
দিব্য প্ৰশান্তি
মোৰ পীড়নৰ দুৱাৰত
বিচলিত হোৱাৰ প্ৰস্তুতি
মোক বাধা দিবৰ মানসে
আছে বৈ
প্ৰহৰীৰ দৰে
দিব্যোপদেশ।
তেওঁৰ সতে এনেদৰে

নিশা কটোৱাৰ পাছত
মই হৈ পৰো যেন
সদ্য ভূমিষ্ঠ এক
উটৰ পোৱালী
যদি গুচি যায়—
নিদিয়াকৈ স্তনপান কৰিবৰ বাবে
অথবা মোৰ বাবে ভ্ৰূক্ষেপ নকৰি
কিয়েই থাকিল মোৰ কৰিবৰ বাবে ?
উদ্যানৰ সুসজ্জিত আসনত
অৰ্থহীন ভাবে ঘূৰি ফুৰা
নিৰথক জীৱ নে কি মই
যি মাথোন ঠেকা খাই খাই---
পথ হেৰুৱায় ?

যিখিনিৰ পৰা তেওঁ আৰম্ভ কৰিছিল--- সেইখিনিলৈ পুনৰ ঘূৰি আহে। নিৰীক্ষণ কৰে, চিন্তা কৰে আৰু সেই অভিব্যক্তি মুখমণ্ডলত প্ৰতিফলিত হয়। তেওঁ তৰুণীলৈ চায়।

তাই শুই আছে---
লাহে লাহে ৰহস্য জাল আঁতৰাই
লাহে লাহে তাইৰ ওচৰ চাপি
বিছনাৰ খালী অংশত---
লাহেকৈ শুই পৰে।

সিঁচৰিত হৈ পৰা থকা বেণীডালি ঠিক কৰি দিয়ে। মূৰত হাত বুলায়, মঙহাল বুকুখন লাহে লাহে মোহাৰি দিয়ে। চকুৰ কোণত জিলিকি উঠা অশ্ৰুধাৰা ৰুমালখনেৰে মচি দিয়ে। চেলাউৰি টাৰি লাহে লাহে পিহি দিয়ে। আঙুলিৰ পৰশেৰে বীণৰ তাঁৰত ঝংকাৰ তোলাৰ দৰেই তাইৰ নাকত আঙুলি বুলাই এক অনাবিল শিহৰণ জগাই তোলে। ওঁঠত ওঁঠ লগাই হুমুনিয়া কাঢ়ে। তায়ো ঘন ঘন শ্বাস এৰে, শৰীৰ উত্তপ্ত হয়, এক মাদকতা ভৰা গোন্ধ, সিৰা-উপসিৰা চঞ্চল হয়, এনেদৰে এনেদৰেই---

বাহিৰত হাই উৰুমি বন্ধ হয়। মাথোন চাকি জ্বলি থাকে। আলসুৱা চকুৰ পতা জাপ খাই আহে। মাজনিশা সকলো শিথিল হৈ পৰে। পৃথিৱী

সুখ নিদ্ৰাত বিভোৰ। বেচেৰী পৃথিৱী। তাই অভাগিনী। সুৰুযৰূপী চুলতানৰ অন্তেষপুৰৰ সুন্দৰী। চুলতানৰ ওচৰত আৰু সুন্দৰীহঁত আছে। কোনো আছে ৰক্ষিতা হৈ, কোনো পত্নী হৈ। চুলতানে তেওঁলোকৰ ওচৰলৈ যোৱাৰ সময়ত বাহিৰত পহৰা দিবৰ কাৰণে এটা ক'লা মানুহ নিযুক্ত কৰা হয়। সেই নপুংসকো ঘোৰ টোপনিত।

কেৱল এজন মানুহ শোৱা নাছিল। এগৰাকী গাভৰুৰ কাষত বহি থকা ব্যক্তিজন। মই পহৰাদাৰো নহয়, গোলামো নহয়। তথাপি--মোৰ চিন্তাই স্বচ্ছন্দে বিচৰণ কৰে, এখন ক্ষেত্ৰৰপৰা অন্য ক্ষেত্ৰলৈ। ভাবৰ চকৰিত নিয়ন্ত্ৰণ ক্ষমতা হেৰুৱাই অসংযতভাবে জপটিয়াই ফুৰে এই মন। তৰুণীয়ে প্ৰশ্ন কৰে--'ট্ৰোপনি আহিছে নহয়?' তেওঁৰ কথা শুনি খং উঠে।

"শুব লাগে নহয়?" ফুলশয্যাৰ নিশা---টোপনি যাব লাগে! তেনেহলে মোক কিয় তেওঁ এনে প্ৰশ্ন কৰিব। 'আইজনী! শোৱা, শুই থাকা, মোৰ প্ৰিয়া টোপনি যোৱা।' মোৰপৰা এনে ধৰণৰ মৰমসনা কথা শুনিবলৈকে তেওঁ বৈ আছে নেকি? নে তেওঁ মোক শুৱাবলৈ চেষ্টা কৰিছে? তেওঁ আহিছে নিচুকনি গীত গাই মোক শুৱাবলৈ? প্ৰতি গৰাকী তিৰোতাই নিজ নিজ স্বামীৰ ক্ষেত্ৰত এনে আচৰণেই কৰে নেকি?

'নি-নি-নি-নি- মোৰ গোঁসাইটো'-- এনেদৰে নিচুকনি গীত গাই কেঁচুৱাকহে মৰম কৰি শুৱাবলৈ যত্ন কৰে। তেওঁৰ কাম বাসনাও এটি নিচুকনি গীত হব পাৰে। নাৰী পুৰুষৰ পালক আৰু কফিনৰ কাপোৰ। তিৰোতাই নিচুকনি গীত গায় তাৰ পাছত বিলাপ আৰম্ভ কৰে।

শুব লাগে নহয়?

সেই একেই কথা; কিন্তু আনৰ কথা এয়া নিজৰ কণ্ঠত দি দিয়া হয়। তেনেহলে সেই কথাখিনি কি হব? মিষ্টাৰ ব্ৰিগচে এই সকলোবোৰ সামৰি লৈছে?

সেই তৰুণীয়ে পুনৰ কলে--'টোপনি নাহে।'

তেওঁ একো নামাতিলে।

তাই পুনৰ কয়-- 'ক'লা পৰুৱাই কামুৰিছে।'

'বিছনাখন জাৰি জোকাৰি লোৱা।'

'পৰুৱা এনেকৈ আঁতৰি নাযায়।'

অকস্মাৎ ব্রিগ্‌চৰ কথা এষাৰ মনত পৰে। কথাষাৰ আছিল তেওঁৰ এশ আঠ গৰাকী প্ৰেমিকাৰ মাজৰ একেবাৰে অবুজ মিছ বিলাসিনী. কে. ডিচুজাই সেই মুখজনক কোৱা। তাই কৈছিল, 'হে প্ৰভু, আপোনাৰ ফুলশয্যাৰ মাজত এটি ক'লা পক্ৰা হৈ থাকিবলৈ মোৰ অকণো ইচ্ছা নাছিল।

তেওঁ তাইক, মানে মৰ্খই বিলাসিনীক নহয়, দৰাই কইনাক সুধিলে, 'ক'লা পক্ৰা ক'ত ? বিছনাত আছেনে কালজাত ? ক'লা পক্ৰা এনেকুৱাই' ব্ৰিগ্‌চৰ কথা স্মৰণ কৰি তেওঁ তাইক তাৰ বিষয়ে কয়। ইয়াৰ কামোৰ বৰ অসহ্যকৰ। ক'লা পক্ৰা কেইবা প্ৰকাৰৰ আছে। সৰু জাতৰ নীল বৰণীয়া লাহী পক্ৰা বিধ বৰ দগাবাজ। তাৰ শুঙত ভয়ানক বিষ। বিষত মৰি যাবও পাৰে।

সেই তৰুণীয়ে উত্তৰ নিদিয়ে, কিয়নো তাইৰ যে কণ্ঠ ৰুদ্ধ হৈ গৈছে সেই কথা তেওঁ গম নাপাওক। চকুৰ পৰা বাগৰি অহা অশ্ৰুবিন্দু তেওঁ নেদেখিলে। ভালেই হ'ল। তেনেতে কুকুৰা এটিয়ে কুকুৰাই উঠিল। তৰুণীৰ অশ্ৰুকণা যেতিয়া চকুপানী হৈ ধাৰেৰে বৈ আহিছিল ঠিক সেই সময়তেই চাৰিওফালৰপৰা কুকুৰাৰ ডাক শুনা গ'ল। এতিয়া মানে কুকুৰাৰ মূৰত থকা ফুলপাহ অশ্বাৰোহীৰ পাগুৰী লৰাদি লৰিছে চাগে।

মাজনিশা সেই ডাক কেনেকৈ বন্ধ হৈ গ'ল !

ব্ৰকেন ইমেজৰ দৰে ব্ৰকেন চাউণ্ডো হয় নেকি ? কোনে জানে ? যি সকল মনোবিজ্ঞানীক মই অবহেলা কৰো, এতিয়া মোৰ বিচাৰত সেই সকলৰ প্ৰসংগই কিয় জোট-পোট লগাইছে ? বৰ লাজ লগা কথা।

কোঠাটোত কিবা এটি শব্দ ? বতাহৰ পাতে পাতে লাগ হোৱা শব্দৰ দৰেই মৃদু শব্দ। খাৰুৰ জুনজুননি। তেওঁ আৰামী চকীখনৰ পিছফালে আহি থিয় হ'লহি। তেওঁক এনে লাগে যেন পাহাৰৰ পিছফালে প্ৰভাতি সূৰ্য্যৰ আৰোহণে মোৰ কবিতাৰ উদ্ৰেক কৰিছেহি। তেনে মংগল মুহূৰ্তত ক্ৰৌঞ্চ-দম্পতিৰ এটিক চিকাৰীৰ তীক্ষ্ণ শৰ এপাটেৰে বগৰাই পেলায়। সেই এটি ক্ষণ, যেতিয়া মই দৰাৰ বেশেৰে যাবৰ কাৰণে সুসজ্জিত হৈছো, ঠিক সেই সময়তে এজন ল'ৰাই এখন চিঠি লৈ সোমালহি।

সৰু সৰু সুন্দৰ আখৰেৰে লেখা সেই চিঠিত থকা দুটামান কথাৰে মন কৰিবলগীয়া এটি প্ৰতীকাত্মক বাক্য :

'মোৰ উপহাৰ লোৱা। তোমাৰ পথত কণ্টক হোৱাৰ অভিপ্ৰায় মোৰ সমূলে নাই।' তলত এখন ছবি: এটা বাট্ট, চাৰি পাঁচডাল কাঁইট।

কাঁইট আৰু ক'লা পৰুৱা।

শোৱা কোঠা আৰু ইয়াৰ বাট-

গছৰ কাঁইটে খোচ মাৰি ধৰিলে। কলিজাত লগা সৰু পৰুৱা বাহিৰ হৈ যাব নে ভিতৰ সোমাই বিষ ঢালিব?

ধোঁৱাৰ গোল স্তূপ এটাৰ দৰেই তেওঁ বহি পৰে। তাৰ মাজত এই নিগূঢ় সমস্যাৰাশিয়ে বিচৰণ কৰি ফুৰে। লাহে লাহে এই ঘন ধোঁৱা পাতল হৈ শূন্যত বিলীন হৈ যায়। কেৱল সেয়ে নহয়---অদৃশ্য হৈ যায়--সেই মুখ, ওঁঠ, আৰামী চকী আৰু গালত হাত দি বৈ থকা তৰুণী, সেই কোঠা'লেটো- -সকলোবোৰ। কিমান সোনকালেই যে এইবোৰৰ পৰিবৰ্তন হ'ল।

এই সকলোবোৰ যিটো ৰূপত প্ৰতিফলিত হলহি সেয়া হৈছে স্বয়ং মিণ্টাৰ এছ, ব্ৰিগচ। তেও অলপ গৰ্বত যেন। মিণ্টাৰ ব্ৰিগচে চিগাৰেট নাখায়। ওঁঠৰ কোণত দীঘল পাইপ, উনৰ পোছাক, ওভাৰকোট, কাশ্মিৰী টুপী। ডিঙিত মোৰয়াই লোৱা মাফলাৰ। মুখাবয়ব অলংকৃত কৰিছে পাঁচদিন ধৰি নখুৱোৱা ডাঢ়ি আৰু গোফে।

স্থান---চুইদেন নামৰ দেশৰ ৰাজধানী। তাৰ ৰাজকীয় উদ্যান। উদ্যানত সকলো ঠাইতে মানুহৰ ভীৰ। ল'ৰা-ছোৱালী, স্ত্ৰী-পুৰুষ, জীৱ-জন্তু সকলো ডাঠ কুঁৱলীৰ তলত। নপুৰৰ ৰুণজুণ ধ্বনিৰ লগে লগে বৰফৰ সৰু টুকুৰাবোৰ খহি পৰিছে।

'এখন দেশত এজন মুখ আছিল' নামৰ বিশিষ্ট উপন্যাসখনে সেই বছৰ চুইদেন মহাৰাজৰপৰা নবেল পুৰস্কাৰ পোৱাৰ ঐতিহাসিক সমাৰোহৰ দ্বিতীয় দিনা ৰাতিপুৱাৰ কথা। মিণ্টাৰ ব্ৰিগচক শ্ৰদ্ধা জনাবলৈ অহা লোকৰপৰা আঁতৰি থকাৰ বাবে সেই উদ্যানত তেওঁ মুকলি বতাহ খাই ফুৰিছিল।

তেতিয়াই তেওঁ তেওঁৰ পিছ লয়। এটা ইণ্টাৰভিউ লাগে। গোটেই দিন ধৰি দেখা কৰিবলৈ অহা লোকৰ ভীৰ। হোটেলৰ বাতাবৰণ। হাট-বজাৰৰ পৰিবেশ।

ফুলৰ গুচ্ছ, মালা, বিয়েৰ বটলৰ সাঁফৰ খোলা শব্দ, হুইস্কি, চিগা-

বেটৰ টুকুৰা, অভিনন্দনৰ ভাষণ, কবিতা, টেলিফোনৰ আৱাজ, উত্তৰ। হে ভগৱান, কি যে কোলাহল। পুৰস্কাৰ দি মানুহ মাৰিব নেকি? এতিয়া এই বাগিচাৰ ভিতৰতো ৰক্ষা নাই। চিকাৰী কুকুৰৰ পৰা বাচি আহি ইয়াত চিকাৰীৰ সম্মুখতেই পৰিব লগা হ'ল। সুখ্যাত সাহিত্যিকৰ বাবে ক'তো সুৰক্ষিত স্থান নাই।

য'তেই মানুহ আছে, ত'তেই তেওঁ মানুহৰ চিকাৰ হৈ পৰিছে। চিকাৰ- অৰ্থাৎ সংবাদ, তোষামোদ, প্ৰশ্নোত্তৰ। ম'হ হৈ জন্ম ললে হালবোৱা কামৰ পৰা সাৰিব নোৱাৰাৰ দৰেই সাহিত্যিক হলেও তেওঁ সাক্ষাৎ, সংবাদৰ কাৰণে প্ৰস্তুত থাকিব লাগিব। লেখিবৰ সময়ত ভেজা দি লেখেনে শুই শুই লেখেনে অথবা বহি বহি লেখে? ভাওৰীয়া, 'ক্ষ'টো লেখিবৰ সময়ত তাৰ উৎপন্ন প্ৰক্ৰিয়োৰ প্ৰতি আবেগেৰে উদাত্ত হৈ 'ক্ষ' লিখিছিল নে তাৰ সলনি 'খ' লিখিছিল। কিন্তু সাহিত্যৰ বাহিৰৰ কথা কোৱাটোহে ভাল হব।

পকা ফল যেন এই গৰাকী বণিতা বেছ হুচিয়াৰ যেন অনুমান হৈছে, কেনে শৰ বা লগত আনিছে। তাই মোৰ খোজৰ উমানতে আহিছে। তাইক দুখ দিয়াটো মূৰ্খামি হব। 'লাহ্‌মাণিত্তে' নাইবা নিউয়ৰ্ক টাইমচৰ প্ৰতিনিধি হব। লাখ লাখ পঢ়ুৱৈয়ে পঢ়িব — মিষ্টাৰ ব্ৰিগচ নোবেল পুৰস্কাৰেৰে সম্মানিত। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ পিছত—

'ইউ মিন টেগৰ?'

'— য়া—'

'ফানি অল্ড মেন অবকৰ্চ—'

সংগমৰত মূৰ্তিটোৰ ওচৰৰ বেৰখনতে মিষ্টাৰ ব্ৰিগচ বহি পৰিল। মূৰ্তিটোৰ উৰু প্ৰদেশ যিমান শকত হব লাগে সিমানেই শকত। কাৰ এই শিল্প? মোৰ সংবাদ সংগ্ৰহ কৰিবলৈ অহা ললিতায়ো মিনিস্কাৰ্ট পিন্ধি আহিছে। তাইৰ উৰু সিমান শকত নহয়।

তাই সকলোবোৰ প্ৰশ্ন ঠিক কৰি আনিছে। সাক্ষাৎকাৰ যুদ্ধৰ বাবে প্ৰয়োজনীয় সকলোবোৰ অস্ত্ৰকেই সংগ্ৰহ কৰি লৈছে। তাই এগৰাকী সাধাৰণ সংবাদ লেখিকাই নহয়। প্ৰকৃতাৰ্থত সম্পাদিকা। যুগৰ মূল সমস্যাই তাইৰ বিষয় বস্তু।

গহীন স্বভাৱৰ মিণ্টাৰ ব্ৰিগচৰ এই কথা ভাবি হাঁহি উঠে যে --আঠু-লৈকে সীমিত ৰখা মিনি স্কাৰ্ট পিন্ধা এই মহিলাগৰাকীয়ে তেওঁৰ ৰঙা চকুযুৰিতো সংসাৰৰ গভীৰ সমস্যাৰাজি সমাধান কৰাৰ কৌতুহল দেখুৱায়। কিন্তু তেওঁ কোনোমতে হাঁহিটো চেপি ৰাখে । হুহাঁটো উচিত নহব। তেওঁক দিয়া প্ৰশ্নখিনিৰ পৰা--এই কথা স্পষ্ট হয় যে তেওঁ এজন বুদ্ধিজীৱী। বুদ্ধিজীৱী লোকক দেখা কৰাৰ সময়ত চকুৰ ভ্ৰূ কোঁচোৱা বা খিল্‌খিলাই হাঁহি দিয়াটো উচিত নহয়। উকা দাঁত দেখুৱা মানে অৱজ্ঞা কৰা।

মিচ মাৰিয়া কুৰুচি বুলি নিজৰ পৰিচয় দি তেওঁ কলে-'এডিটৰ' লাবুৰগচী। 'লাবুৰগচী' এখন লিটল মেগাজিন। মুঠ এশ সংখ্যাখন আলো-চনী ছপা হয়। এই তিনিমহীয়া আলোচনীখন দেশৰ ডেৰশ জন মহান ব্যক্তিয়ে পঢ়িব।

এই কথা কলে বঢ়াই কোৱা হব যে আগাৰ মিলোৰৰ পৰা আদি কৰি চল'কওলৈকে এই পৰম্পৰাতেই চলি আছে। ছাত্ৰেই পঠোৱা এটি ৰচনা অতি দাৰ্শনিক নোহোৱাৰ বাবে 'লাবুৰগচী' কাগজে প্ৰকাশ নকৰিলে। সেই কামুৰ ৰচনাও মাত্ৰ এবাৰহে প্ৰকাশ কৰিছিল। সি আছিল সম্পাদকলৈ এখন সৰু চিঠি। যিটো মাহত এই চিঠিখন প্ৰকাশ হৈছিল, সেই মাহতেই কামুৱে নোবেল পুৰস্কাৰ লাভ কৰিছিল। নোবেল পুৰস্কাৰৰ দ্বাৰা সংমা-নিত ব্যক্তিয়েও এই সংখ্যাৰ কাৰণে ৰচনা লেখিব পাৰে। সম্পাদকেই পাঠকো স্থিৰ কৰে। মিণ্টাৰ ব্ৰিগচৰ ইণ্টাৰভিউ লোৱা 'লাবুৰগচী'ৰ প্ৰতিভা কেৱল এয়ে নহয়, আৰু বহুত আছে।

এহাতত মিহি জোঙা পেঞ্চিল আৰু আনটো হাতত কিতাপ লৈ তেওঁ মোৰ ওচৰত বৈ আছে। এগৰাকী সুন্দৰী যুৱতী। পৃষ্ঠভূমিত ভেনাচৰ প্ৰতিভা লৈ তেওঁক বৰ ধুনীয়া দেখা গৈছিল। মিণ্টাৰ ব্ৰিগচে সেই সুন্দৰীৰ ফালে চাই থাকে। সেই নাৰীৰ আকৰ্ষণতেই নে কটাক্ষতেই নাজানো তেওঁ মোৰ সন্মুখৰ ঘাঁহনিডৰাত আহি ৰয়হি। তেওঁ এডাল কোমল ঘাঁহৰে নিজৰ মুখত সুৰসুৰাই থকা দেখি ব্ৰিগচৰ মনলৈ ভাৰতীয় চিনেমা অভিনেত্ৰীৰ ছাব এখন ভাঁহি উঠিল -কিন্তু কথা পাতি থাকোঁতে তেওঁৰ মনৰ পৰা সেই দৃশ্য নাইকিয়া হৈ গ'ল। আচলতে সেইটো এটা শুভ ঘটনা। তুমি অনুমান কৰিব পাৰিছা নে যে তোমাৰ সন্মুখৰ ঘাঁহনিত

এজনী মিনি স্কাৰ্ট পিন্ধা গাভৰু আৰু তুমি এখন ওখ ব্ৰেঞ্চত বহি আছা, তেনে ক্ষেত্ৰত তোমাৰ শেণ চকুৰ দৃষ্টি কোনফালে পৰিভ্ৰমণ কৰিব? চুকি নাপায়গৈ যদিও স্কাৰ্টৰ তল অংশটোৰে তাই নিজৰ উৰু দুটা ঢাকি লবলৈ চেষ্টা কৰে। অৱশেষত তাই উৰুৰ ওপৰতে কাগজ কেইখিলা থৈ ব্ৰিগচৰ পৰা শুনি যোৱা কথাবোৰ লেখিবলৈ চেষ্টা কৰে। আদৰেৰে কৰা প্ৰশ্ন কেইটিত চকু ফুৰায়, মুখৰ পৰা পাইপটো আঁতৰ নকৰাকৈয়ে, ধোঁৱাৰ মাজতেই তেওঁ নিজৰ কথা ব্যক্ত কৰি যায়। 'ইবদান বিশ্ববিদ্যালয়ত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় সাহিত্য সন্মিলনৰ সভাপতিৰ ভাষণত ইয়াৰ অধিকাংশ সমস্যাৰ বিষয়ে আলোচনা কৰা হৈছিল। তুমি জানো পঢ়া নাই?'

'নাই পঢ়া। টেবুলৰ ড্ৰয়াৰতে থৈ দিয়া আছে।' লাবৰগচীৰ সম্পাদিকাই কলে।

'এনে তাত্ত্বিক চিন্তাশীল কথা ড্ৰয়াৰত থবলৈ নহয়, হৃদয়ত সুৰক্ষিত কৰি ৰাখিবলৈহে।' ব্ৰিগচে সিমানতে কথাৰ সামৰণি নামাৰে। 'এই দশকৰ সম্পাদকসকলৰ চিন্তা-চৰ্চা মগজত নাই, আলমাৰীতহে আছে। মই কেৱল তোমাকেই দোষাৰোপ নকৰোঁ। এই যুগত বেদগ্ৰন্থ, ধৰ্ম প্ৰৱৰ্তকসকলৰ আসন ওপৰত ৰাখিবলৈ চেষ্টা কৰা হৈছে।'

তেওঁ হাঁহে, তায়ো হাঁহে। তাইৰ দাঁতৰ ৰং নীলা। চিগাৰেট খোৱাৰ কাৰণেই সম্ভৱ ৰঙীন হৈছে। ভিটামিন চি'ৰ অভাৱতো তেনে হব পাৰে। তেওঁৰ হাতত থকা অলপ ভিটামিন দি দিলে একা? —পাশ্চাত্যৰ যুৱতীসকল বৰ দুৰ্বল। তেওঁলোকৰ দুৰ্বলতা দূৰ কৰিবলৈ মইনো কিয় চেষ্টা কৰিব লাগে? বিশেষকৈ মোৰ নিচিনা নোবেল পুৰস্কাৰ প্ৰাপ্ত এচিয়াবাসী এজনে?

"মিষ্টাৰ ব্ৰিগচ। আপুনি মোৰ সাত নম্বৰ প্ৰশ্নটি চোৱা নাই। ছেক্স আৰু চচাইটিৰ সম্পৰ্ক যে আছে।"

'এয়া আধুনিক সংস্কৃতিৰ নিৰ্ণায়ক নহয় জানো?'

'এই সমস্যাৰ বিষয়ে খৰচি মাৰি বিচাৰ কৰিব লাগে।'

'নেকেড ইজ ডা ওৱৰ্ড' কথাষাৰ মিছ মাৰয়া কুৰুচিয়ে মানি লয়। অস্তিত্বৰ সত্বা আৰু সৌন্দৰ্য্যই হ'ল ছেক্স। সৃজনাত্মক প্ৰক্ৰিয়াও ছেক্স।

অন্য সৃজন প্ৰক্ৰিয়াও ছেক্সৰেই প্ৰতিবিম্ব। ইয়াৰ এটি শাখা বুলিও কব পাৰি। পাশ্চাত্যসকলৰ বিচাৰ ধাৰা বহিৰ্মুখী। কলা সম্বন্ধে কোনো মৌলিক ধাৰণা তেওঁলোকৰ নাই। বৰ্তমান এয়েই কব লগা। এগ্‌জিচ্‌-টেনচিয়েলিনিজিমে সেই দিশত কিছু অনুসন্ধান কৰিছিল — যদিও লক্ষ্যত উপনীত হোৱাৰ আগতেই ই বিফল হ'ল। নিঃসংকোচে এই কথা কলে তুমি বেয়া পাবা নহয়? তোমালোকে, পুৰুষ আৰু স্ত্ৰীৰ ছেক্সৰ সাম্ভাব্য বিকাশৰ বিষয়ে নাজানা। উদাহৰণ স্বৰূপে মই ছাৰ্ত্ৰে আৰু মাডাম বুবেৰ কথা কওঁ। ছাৰ্ত্ৰে এগ্‌জিচটেনচিয়েলিচট্‌ৰ ধৰ্মাধ্যক্ষ আৰু মাডাম বুবে মাডাৰ চুপিৰিয়ৰ। তেওঁলোকে পুন্যাত্মাৰ বেশ ধাৰণ কৰি কেৱল অভিনয় কৰি আছে। নতুন নতুন বাক্য ৰচনা কৰি প্ৰচাৰ কৰে। পাৰ্শ্চাত্য বুৰ্জোৱা সমাজৰ পুৰণি মৰেলিটিৰ ভেটিত গঢ় লোৱা আদৰ্শকেই এওঁলোকে বিশ্বাস কৰে। একমাত্ৰ পাৰ্থক্য হৈছে যে এওঁ-লোকে মাৰ্কচিষ্টৰ ভাষাৰে নিজকে জাহিৰ কৰে। এওঁলোক কিন্তু বিপ্লবী নহয়। মই কথাখিনি বুজাই কব পাৰিছোঁনে?"

'হয় পাৰিছে।"

কিশোৰ কিশোৰীৰ ফিলচফী হ'ল এক্‌জিচটেনচিয়েলিজিম। কিছুমানৰ বাবে কৌমাৰ্যৰ চপলতাই বৃদ্ধাৱস্থাৰ বাবে সাহস হৈ পৰে। চেমেতিক সকল যথাৰ্থ এচিয়াবাসীসকলৰ দৰে বিকশিত হব নোৱাৰিলে। সেই সকলৰ ধৰ্ম -সংহিতাই পাশ্চাত্য সভ্যতা আৰু ইয়াৰ জাক জমকতা নিৰ্মাণ কৰে। তেওঁলোকৰ আবিষ্কাৰত পাশ্চাত্যৰ মেধা শক্তি স্তম্ভিত হৈ পৰে। তেওঁ-লোকে বুজি পায় যে ছেক্সৰ প্ৰতীক সাপ। লগে লগে এওঁলোক সাপৰ শত্ৰু হৈ পৰে। কিছুদিনৰ পৰা এওঁলোকৰ দৃষ্টি প্ৰাচ্যৰ ওপৰত পৰিছে।"

'ইয়াৰ অৰ্থ কি?"

তুমি জানানে যে পুৰণি আদাম আৰু ইভ যেনেকৈ পাশ্চাত্য সভ্যতাৰ ইডেন বাগিচাৰ পৰা বহিষ্কৃত হৈছিল সেই দৰেই স্বয়ং বহিষ্কৃত যুৱক যুৱতী সকলে দলে দলে কলিকতা, দিল্লী, কেৰেলা আদি ঠাইত অনাই বনাই ফুৰি ফুৰিছে। নৈসৰ্গিকতাৰ ফালে আৰু উভতি অহাৰ ইচ্ছা সিহঁ-তৰ নাই। সিহঁতৰ ইচ্ছা যে চিমেটিক ধৰ্ম সংকল্পৰ দ্বাৰা বন্ধন বহিৰ্ভূত হৈ ছেক্সৰ চাৰিওফালে ঘূৰি ফুৰিব।

নহয়, এনেকুৱা এখন ডাঙৰ ব'ৰ্ড সন্মুখত ৰাখি কোন জীয়াই থাকিব পাৰে। সাপ পিশাচ নহয়। সৃষ্টিকৰ্তাহে। ঈশ্বৰৰ শত্ৰু নহয়। সহায়কহে। হিন্দু দেৱতা সকললৈ চোৱা। বিষ্ণু অনন্তশায়ী। সাপ পৰম শিৱৰ ডিঙি-মালা। সাপেই ভগৱান বুদ্ধৰ জ্ঞান সহায়ক। সাপৰ অবিহনে দেৱতাৰ সৃষ্টি সম্ভৱ নহয়।

এই পৰিপ্ৰেক্ষিতেই এচিয়াৰ জনসংখ্যা বৃদ্ধি আৰু ইউৰোপৰ জনসংখ্যা ক্ৰমাগত হ্ৰাসৰ মূল্যাংকন কৰা উচিত। আমি বনৰীয়া হোৱাৰ বাবেই সন্মানৰ জন্ম হৈছে বুলি কব খুজিছে নহয়? সংস্কৃতি সম্পন্ন হোৱাৰ বাবে পৰিয়াল পৰিকল্পনা কৰা হৈছে। নতুন চামে ইয়াক বিশ্বাস নকৰে। জীৱনৰ স্পন্দন নাশ কৰাটোৱেই সভ্যতা সংস্কৃতি নেকি? নপুংসতা তাৰ ধ্বজা স্বৰূপ। পাশ্চাত্য সভ্যতা যান্ত্ৰিক সভ্যতা। যন্ত্ৰৰ সৈতে কথা বতৰা পাতিয়েই আনন্দ পোৱা হয়। গান শুনিবৰ কাৰণে ৰেডিঅ' ছবি চাবৰ কাৰণে টেলিভিচন, ফুৰিবৰ বাবে মটৰ গাড়ী, উৰাজাহাজ, লেখ জোখৰ বাবে কম্পিউটাৰ, শৱদাহ কৰিবৰ বাবে বিদ্যুৎ যন্ত্ৰ। সকলো ক্ষেত্ৰতেই যন্ত্ৰ। পাশ্চাত্য সকলৰ বাবে জীৱন ধাৰণৰ কাৰণে প্ৰকৃতিৰ কোনো অবিহণা নাই। অৰ্থাৎ পৰিণতিৰ চিৰিৰ পৰা যেতিয়াই তেতিয়াই বাগৰি পৰাৰ ভয় আছে। তাৰ মাজতে ধৰ্ম বিবোধৰ বোজা লৈ আগবাঢ়া। এক নতুন ধৰ্মৰ ৰূপত মনোবিজ্ঞানৰো বিকাশ ঘটিছে। এই সকলোবিলাকে ছেক্সক ঢাকি থৈছে। ফলত বিঘিনি ঘটিছে। ধৰ্ম আৰু মনোবিজ্ঞানে তোমাৰ শক্তি হ্ৰাস কৰে। ইউৰোপীয় মানুহৰ নকল মুখা আছে। তেওঁলোকে আপোন সত্বাক হেৰুৱাই পেলাইছে। তুমি অকল দেখুৱাবৰ বাবেহে সংৰক্ষণ বিচাৰিছা, যেনে কৃত্ৰিম দাঁত কৃত্ৰিম চুলি, কৃত্ৰিম বুকু, গাৰ ৰং, গোঁফ, কৃত্ৰিম কঁকাল আৰু এতিয়াতো কৃত্ৰিম হৃদয় লগায়ো মানুহ সম্পূৰ্ণ কৃত্ৰিম হৈ গৈছে। যি যুৱকে এই কৃত্ৰিমতাৰ পৰা নিজকে ৰক্ষা কৰিবলৈ বিচাৰিছে, সেই যুৱকেই প্ৰাচ্যৰ শৰণ লৈছেহি। সূৰ্য্যৰ পোহৰ সদায় পূৱত উদয় হয় আৰু পশ্চিমত মাৰ যায়। নতুন সৃষ্টি, বেদ, জীৱন দৰ্শন তথা ঈশ্বৰৰ উদগম স্থান বিচাৰি পশ্চিমৰ যুৱক ঘূৰি ফুৰিছে আৰু পশ্চিমৰ কৃত্ৰিমতা নেওচি এক বাধাহীন আদৰ্শৰ পিছে পিছে দৌৰিছে। বৈপ্লৱিক শক্তিৰ দ্বাৰা জীৱনৰ পুনৰুত্থান হোৱাকেই আদৰ্শ দৰ্শন বোলা হয়। পাশ্চাত্য মনীষি সকলে,

বিপ্লৱৰ শেষ সংস্কাৰ কৰাতেই ব্যস্ত। তেওঁলোকৰ কেবল এটাই হব পাৰে শীতলমৃত্যু।

মাৰিয়াই অস্ফুট কণ্ঠেৰে কয়, 'জীৱনৰ পুনৰুত্থান ক'ত হব, অনুগ্ৰহ কৰি যদি এইযাৰ কথাও বুজাই দিয়ে।' ব্ৰিগচৰ পাণ্ডিত্যই তাইক আকৰ্ষিত কৰিলে। তেওঁ নিজৰ চিন্তাধাৰা প্ৰকাশ কৰিলে······'ভাৰততেই ইয়াৰ সম্ভাৱনা আছে।"

মিষ্টাৰ ব্ৰিগচে আৰু দৃঢ় কণ্ঠেৰে কয়··· 'এৰা ভাৰততেই ইয়াৰ সম্ভাৱনা আছে। তুমি জানানে যে ভাৰতত কেৰেলা নামৰ ঘন বসতিপূৰ্ণ এখন সৰু ৰাজ্য আছে। নতুন দৰ্শনৰ উদয় তাৰ পৰাই হব।"

তাই নীলা ৰঙৰ দাঁত কেইটি উলিয়াই কৈ উঠে—'এই সিদ্ধান্ত নসাত্মক। তাই নিজ জন্মভূমি ফ্ৰান্সৰ মনত পেলায়। কি যে পতন। তাৰ তত্ত্বাবদ আৰু সাহিত্যিকসকল কিমান নিম্ন পৰ্য্যায়ৰ। ব্ৰিগচৰ জন্মও যদি ফ্ৰান্সত হ'লহেঁতেন। তেনেহলে তেওঁ ৰাষ্ট্ৰীয় পৰ্য্যায়ত বিপ্লৱৰ আহ্বায়ক হ'লহেঁতেন। তেওঁৰ প্ৰতি তাইৰ শ্ৰদ্ধা হয়। তাই ব্ৰিগচৰ ওচৰলৈ গৈ বেঞ্চত বহেগৈ। 'ইউ আৰ এ জিনিয়াচ।' কিছু সময় ধৰি পৰস্পৰে পৰস্পৰৰ মুখলৈ চাই থাকে। এক মৌন কৌতূহল।

তাই কেৰেলাৰ বিষয়ে প্ৰশ্ন কৰে।

"অতীজৰ পৰাই মালবাৰৰ লোকসকল নাগোপাসক। প্ৰাগ্ঐতিহাসিক কালৰে পৰাই তাৰ যৌথ পৰিয়ালবোৰৰ চোতালত একোটা সপকাব বা সাপৰ পীঠ আছে। সেই সপকাৱ বিলাকত প্ৰকাণ্ড ক'লা শিল, ছাঁ যোগোৱা ডাঙৰ ডাঙৰ গছ আৰু সাপৰ মূৰ্তি থাকে। সপ মণ্ডপত সাপৰ মন্দিৰ আছে। শিলৰ তলত সাপ মেৰখাই শুই থাকে। কোৱাৰা ফেঁট তুলি নাচে। ক'লা, সোণালী ৰঙৰ, উৰণীয়া, মূৰত মণিযুক্ত আদি বহুত ধৰণৰ সাপ থাকে। আমি সপ উৎসৱ পালন কৰোঁ, আমাৰ ধুনীয়া ছোৱালীবোৰে গীত আৰু সুৰৰ তালে তালে ঢৌ তুলি সাপৰ গতিৰে নাচে। আউলি-বাউলি হৈ বুকুৰ মঙহাল স্তনযুগল কঁপাই কঁপাই শৰীৰৰ পৰা ঘামৰ টোপাল বোৱাই দি তেওঁলোকে উদ্দাম গতিত নাচে—যেন মেঘৰ মাজৰ বিজুলী চমকিনিহে। এনে নৃত্যই ছোৱালীবোৰৰ শৰীৰৰ শিথিলতা আনি দিয়ে আৰু মানসিক আনন্দত বিলীন হৈ যায়। সেই অনুভূতি সম্ভোগৰ পিছত হোৱা পৰিতৃপ্তিৰ পুলক আৰু ক্লান্তিৰ অনুভূতি। এয়া

সৃজনিশীল ছেক্সৰ প্ৰকাশ আৰু জীৱনক সুৰৰ দ্বাৰা নিয়ন্ত্ৰণ কৰাৰ প্ৰচেষ্টা। মানৱয়া, তুমি বাইবেলৰ পুৰণি ধৰ্মীয় নীতিসমূহ পঢ়িছা।"

'হয় পঢ়িছোঁ, কিন্তু ইয়াৰ ভালেমান অংশ পাহৰি গৈছোঁ।'

'কিন্তু মোৰ কিছু মনত আছে। পাহৰি যোৱাটোও পাশ্চাত্য সকলৰ এটা নিৰাময় নোহোৱা ৰোগ। ইয়াৰ কোনো চিকিৎসা নাই। সাপৰ সৈতে পৰিচয় ঘটাৰ পিছতহে আদাম আৰু ইভৰ ৰতিজ্ঞান জন্মে। ইতেও সৰ্প উপাসনাৰে ৰতিভাৱ প্ৰকাশ কৰে। সি ৰতি কামনা ঈশ্বৰৰ পৰা পোৱা নাছিল, সেই ৰতি কামনা সাপৰ পৰাই লাভ কৰে। ইভেই প্ৰথমে সপ নৃত্য আৰম্ভ কৰিছিল। সৰ্প নৃত্যৰ পৰা মনৰ উদ্বেগ আৰু ৰতি কামনাৰ গজালি মেলে। ইয়াৰ ফলত আদামক আকৰ্ষণ কৰে। তেতিয়াৰ পৰাই দুয়োৰো লাজো আৰম্ভ হয়। লজ্জা হৈছে ৰতি কামনাৰ এক আৱৰণ। অৰ্থাৎ লজ্জা সৃজন শক্তিৰ এক আৱৰণ। কামদেৱ ৰূপী সপক চিন কৰা আৰু ইয়াৰ পিছত তাৰেই নিৰ্দেশানুযায়ী ৰতি সম্ভোগ কৰা এই দুই দ্বন্দ্বৰ মাজত পৰাৰ কাৰণেই পাশ্চাত্য লোকৰ জীৱনত আউল লাগিছে। শতাব্দী ধৰি তোমাৰ মনত এই দ্বন্দই গাঁঠি কৰি আছে। এই পৃষ্ঠভূমিতেই তোমাৰ সকলো মনোবিজ্ঞানৰ আবিষ্কাৰ। তুমি কেতিয়াবা জননেন্দ্ৰিয়ৰ বিষয়ে ভাবিছানে? অন্ততঃ কোনো দুৰ্বল মুহূৰ্তত?

"কেতিয়াবা, কেতিয়াবা"

"সেই সময়ত তোমাৰ কেনে অনুভৱ হয়?"

"কেনেকৈ কওঁ?"

"কৰবাৰে যদি লাজ লাগিছে, নালাগে কৰ, জোৰ নকৰোঁ"

"আদিম অৱস্থাত পুৰুষ প্ৰকৃতিৰ জননেন্দ্ৰিয় নাছিল--এই ঐতিহাসিক সত্যটো তুমি জানানে?"

'উঁহো, নাজানো। এই সত্যৰ ভেটি কি?' তাইক উৎকণ্ঠিত যেন লাগিল।

জননেন্দ্ৰিয় ভগৱান দত্ত নহয়। ই সৰ্প দত্ত। পুৰুষ আৰু স্ত্ৰীৰ মাজত সৰ্পৰ অংশ বিশেষ আছে। কেৱল সেই অংশটোতে কোনো এজন পুৰুষ বা স্ত্ৰী কৰিব পাৰে। ইহুদীৰূপী ভগৱানে তেওঁৰ গোলামৰ ওপৰত নিষ্ঠুৰ ব্যৱহাৰ কৰিছিল আৰু তেতিয়াই গোলামৰ ওপৰত সাপৰ প্ৰভাৱ পৰে। তথাপি ভগৱান বৰ দয়ালু। নিজৰ সৃষ্টিক লৈ তেওঁ নিজেই

খেলে। তুমি জানা যে ভগৱানেই প্ৰথমে আদাম আৰু ইভক ইডেন বাগিচাৰ পৰা খেদি পঠিয়াইছিল।

"পুৰণি ধৰ্মগ্ৰন্থত কিন্তু এইষাৰ কথা লিখিত নাই।"

"এতিয়া নাই, আগেয়ে আছিল। পুৰোহিতে সেইখিনি কথা বাদ দিয়ে। বেদৰ পৰিবৰ্তন এওঁলোকেই কৰে। তেওঁলোকেই সাপৰ শত্ৰু। সাপৰ প্ৰতি আঙুলি দেখুৱাই তেওঁলোকেই মানুহক কৰ্মত ৰত কৰায়।"

"ঈশ্বৰে আদি সৰ্পক মাৰি পেলায়। টুকুৰা টুকুৰ কৰি পেলায়। তাৰে এটি টুকুৰা আদামৰ উৰু প্ৰদেশত লগাই দিয়ে দুই কাষে সৰ্পৰ দুটি কৰ্ণাও।"

"বিয়েলি।" মনিয়াই আনন্দতে চিঞৰি উঠে।

"নিশ্চয়, পুনৰ দয়ালু ঈশ্বৰে ইভৰ পেট ফালে।"

"অহ, হি ওবাজ ক্ৰুৱেল।" দুখেৰে তাই কয়।

পেটৰ ভিতৰত এটি বাহ দিয়ে, লগতে এখন দুৱাৰ। তোমালোক সাপৰ বন্ধু, গতিকে সদায় সাপ পূজা কৰি বংশ বৃদ্ধি কৰা আৰু সুখে সন্তোষে থাকা।' দুয়োবো কাণে কাণে যেন কোনোবাই এইষাৰ কথা কৈ যায়।

বীৰ্য্যই সৃষ্টিৰ মূল। পুৰুষে নিজৰ বীৰ্য্য নিক্ষেপণ কৰি সৃষ্টিৰ অংশীদাৰ হয়। এয়েই আদি সাপ আৰু ইয়েই মানুহৰ বিকাশৰ এক মহৎ সিদ্ধিও। ছেক্স আৰু সৰ্প একেই। সৰ্প বিৰোধীসকল বিষয় সুখ বিৰোধী তথা প্ৰকৃতি বিৰোধী। ঈশ্বৰৰ কাষ চাপিবলৈ যিসকলে ককাঁলত টঙালি বান্ধিছে সেই সকলে ব্ৰহ্মচৰ্য্য অনুষ্ঠান পাতক—এয়েই ইয়াৰ তত্ব। এক সাপৰ সন্ততিয়েও নিজৰ বংশ বিস্তাৰৰ বাবে লালায়িত। সাপ আৰু মানুহ- উভয়ে ফণা তোলে, নাচে আৰু ৰতিক্ৰিয়াক এক কলা ৰূপত প্ৰকাশ কৰে।

তুমি আৰু ময়ো তাকেই কৰোঁ।

এৰা সাপৰ কোনো এটি অংশ আমাৰ শৰীৰত আছে। সৃজনাত্মক অংশ। বংশ পৰম্পৰা ৰক্ষা কৰিবৰ বাবে বিষ—জীৱন শক্তি।

নাজানো কিয় তেওঁ ওপৰলৈ হাতখন দাঙি ধৰিলে। ব্ৰিগচে কলে—আমাৰ এই হাতখনৰ আকাৰ সাপৰ দৰেই। ঠিক ফণামেলি দিয়া সাপৰ মূৰৰ দৰেই। চোৱা, পুৰুষ আৰু নাৰীয়ে হাতত হাত মিলাই নাচিলে সাপৰ নাচোনৰ দৰেই হৈ পৰে।

ব্ৰিগচে তাইৰ হাত এখনত ধৰে।

তাই আপত্তি নকৰে। দুয়ো বহাৰ পৰা উঠে। তাইৰ হাত তেওঁৰ হাতত লয়। দুয়োৰে হাত এক হয়। ব্ৰিগচে সুৰ দি গায়—'আতু পাপে, মেয়ুং মনবুং কলিনত্তি পাপে,—' (নাচা সাপ, মন-প্ৰাণ ঢালি আনন্দেৰে নাচা সাপ)। তাইৰ গান কিন্তু ব্ৰিগচে বুজি পোৱা নাছিল। তাই ফ্ৰান্স ভাষাত হে গান গাইছিল, তথাপি ছেক্সৰ কোনো ভাষা নাই।

লাহে লাহে দুয়ো মিলি এক হয়। ষ্টাকহোমৰ উদ্যান, ভেনাচৰ মূৰ্তি ক্ৰমাত্ ক্ষীণ হৈ আহে। এটি ঘৰৰ কোঠা। কোঠাৰ ভিতৰত দুটি সাপ। নৰ সৰ্পই ফণা তুলি থিয় হয়। নাৰী সৰ্প শুই পৰে। পুৰুষ সৰ্পই তাইৰ মূৰত লাহেকৈ চুমা খায়। নাৰী সৰ্পয়ো ভমককৈ জ্বলি উঠা শিখাৰ দৰেই চমকি উঠে আৰু ফণা তুলি চুমা খাবলৈ ধৰে। নৰসৰ্প আৰু স্ত্ৰী সৰ্প দুয়ো চুমা খাই খাই এক হৈ যায়।

অৱশেষত যি মজিয়াত সূৰ্যমুখী ফুল মৰহি পৰি আছিল তাতেই সূৰ্য্যৰ আভা নপৰাকৈয়ে হালি জালি, মেৰিয়াই মেৰিয়াই দুদাল সাপ এদাল হৈ পৰি থাকে।

ঃ—ঃ

# দিল্লী

কনট প্লেচৰ মাজৰ পাকখনত থিয় হৈ মই চাৰিওফালে এবাৰ চকু ফুৰালো। মোৰ এনেকুৱা লাগিল, মই যেন এটা পিঞ্জৰাৰ মাজতহে সোমাই আছো।

পাকৰ দুয়োফালে প'লা দলিচা একোখনৰ দৰে পাৰ থকা ৰাজপথ আৰু থিয় হৈ থকা প্ৰকাণ্ড মাহ শিলৰ স্তম্ভ। সন্মুখৰ পকী বেৰখনত কিছুমান বস্তু সজাই থোৱা আছে।

মই থিয় হৈ থকা ঠাইখিনিক অৱশ্যে পাক বুলিব নোৱাৰি। এডোখৰ ওখোৱা-মোখোৱা মাকৰা ঠাই। তাতে কিছুমান ঘাহবন গজি আছে। দেখিলে এনেকুৱা লাগে যেন এক্ৰাব ঠাই এডোখৰক আক আন্ধাৰ কৰি-বলৈহে গছবোৰ ৰোৱা হৈছে। তাৰতে পুৰণি কাঠৰ বেঞ্চ এখন পৰি আছে।

লাহে লাহে আন্ধাৰ ঘন হ'ল। দোকান-পোহাৰবোৰো বন্ধ হ'ল। নিজান ৰাজআলিবোৰে মাথোন দুই-এখন গাড়ী অহা-যোৱা কৰি আছে। ডাঙৰ ডাঙৰ ঘৰবিলাকৰ সন্মুখৰ আখৰবোৰ ৰঙা, নীলা, হালধীয়া লাইটৰ পোহৰত একোবাৰ চিমিকচামাককৈ জিলিকি উঠে।

পাকত তোতয়া কোনো ন'ছিল। উদাস মনেৰে আৰু অকলে অকলে মাথো মই তাত ঘূৰি ফুৰিছিলো। কি কাৰণে মই নিজেই ক'ব নোৱাৰো। দিনবোৰ পাৰ হৈ যোৱাৰ লগে-লগে মোৰ মনৰ বেদনাও বাঢ়ি যায়। ইয়াৰ পৰা মোক মুক্তি লাগে। লাগিলে আৰু দুই-এমাহ দেৰিয়েই হওক। তথাপি মোক মুক্তি লাগে। কথাটো ভাবিলেই মোৰ মনটো ভাল লাগি যায়। লগে লগে মোৰ মনলৈ আহে মই যে এটি চৰকাৰী ফেক্টৰীত চাকৰিও পাম।

চিন্তাৰ সাগৰত মই ডুবি যাওঁ –

নগৰৰ পৰা বহুত দূৰত এখন পাহাৰীয়া ঠাইত ফেক্টৰীটো। ওচৰতে মই এটি সৰু ঘৰ সাজিম। জীৱনত সুখ পাম, মনটোৱে কিছু শান্তি পাব।

তাৰ পাছত সেই ছোৱালীজনীলৈ মোৰ মনত পৰিল—যাক ইমানদিনে মই পাহৰিবলৈকে চেষ্টা কৰিছো। তাই মোৰ খুব আপোন আছিল। কিন্তু মই যেতিয়া তাইৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিলো তেতিয়া তাই মোক উপহাস কৰি উৰুৱাই দিলে। মোৰ বৰ খং উঠিছিল। তাই কাৰ প্ৰতীক্ষাত আছে নাজানো। কিন্তু মই ভাবিছিলো, তাই গোটেই জীৱনটোত মোক কিয় দুখ আৰু অশান্তি দিয়েই থাকিব? কিয় তাই মোৰ সংসাৰৰ দায়িত্ব আৰু মোৰ সন্তানৰ মাক হোৱাৰ দায়িত্ব গ্ৰহণ নকৰে?

সন্মুখৰ বেঞ্চখনত কম্বলেৰে গোটেই মেৰিয়াই বহি থকা কোনোবা এজন মানুহে জোৰেৰে কাহ এটা মৰা মোৰ কাণত পৰিছিলহি। ভাবিলো, সেয়া ৰংগস্বামী আয়াৰ নেকি? এওঁনো আকৌ ইয়াত কিয়? ইয়াত তেওঁৰ কোনো সম্পৰ্কীয় মানুহ নাই নেকি? তেওঁৰ নিজৰ ঘৰ-বাৰীও নাই নেকি? থকা হলেনো এই ভীষণ জাৰত পাব্লিক পাৰ্কৰ বেঞ্চ এখনত নিশা কিয় থাকিব?

প্ৰায় বিশবছৰৰ আগতেই তেওঁ চাকৰিৰ পৰা অৱসৰ পালে। প্ৰথমে ৰান্ধনি হিচাপে কাম কৰিছিল। তাৰ পাছত চৰকাৰী অফিচ এটাত এটেণ্ডেণ্ট হিচাপে চাকৰি কৰি অৱসৰ পায়। তেওঁৰ একমাত্ৰ ছোৱালীজনীক মথুৰা নামৰ ল'ৰা এটাৰ লগত বিয়া দিলে। কেইবছৰমানৰ আগতে ঘৈণীয়েকো ঢুকাল। পেঞ্চনৰ টকা যিকেইটাহে পায় তাৰে তেওঁক ডাঙৰ নগৰখনত খাই-বৈ থাকিবলৈকে নোজোৰে। তথাপি তেওঁ নগৰ এৰি গাঁৱলৈ গুচি যোৱা নাই।

ফেৰফেৰীয়া চেঁচা বতাহ এছাটিয়ে কাণমূৰ ঠাণ্ডা কৰি পেলাইছিল। এৰা, দিপাৱলিৰ তালৈতো আৰু বহুত দিনেই আছে। দীপাৱলিৰ পাছতহে ঠাণ্ডা নামে। চাৰিওফালে ফৰিংফুটা জোনাক। জোনৰ পোহৰত ওচৰৰ জামা মচজিদৰ গুকুলা মীনাৰো জিলিকি আছে।

এই দিল্লী নগৰীৰ তাৎপৰ্য মোগল ইতিহাসত বিচাৰিলেই পোৱা যায়। ধুনীয়া নগৰখনৰ একাষত থকা মোৰ আফচটোৰ পৰা এটা দুৰ্গ দেখিবলৈ পোৱা যায়। একালত হয়তো সেয়া ইন্দ্ৰপ্ৰস্থৰেই ৰাজধানী আছিল। স্বাৰ্থ-পূৰণৰ বাবে ইয়াত মিছা কথা কোৱা হৈছিল। ফাঁকি দি সৎ আৰু গুৰুজনৰ ৰক্তেৰে মজিয়া ৰঞ্জিত কৰা হৈছিল। ইয়াতেই জুৱাখেলত তিৰোতাক বন্ধকত থৈ স্পৰ্ধা দেখুৱা হৈছিল।

ইয়াৰ ওচৰতে মোগল বাদছাহৰ দ্বাৰা নিৰ্মিত এটি দুৰ্গও আছে— য'ত ককায়েকে ভায়েকৰ তেজেৰে নৈ বোৱাইছিল। পিতৃক দুৰ্গত বন্দী কৰি ৰাখি ইজনে-সিজনক ফাঁকি দিছিল। আনৰ তিৰোতাক নিজৰ পত্নী কৰাৰ চেষ্টা কৰিছিল আৰু তেনেকৈয়ে নিজৰ শক্তি আৰু ক্ষমতাৰ পৰিচয় দি ভোগ-বিলাসত জীৱন কটাইছিল।

এই দুৰ্গটো চকুত পৰাৰ লগে লগে মনটো মোৰ উদাস হৈ পৰিছিল। এই নগৰখনৰ সৌন্দৰ্য্য ক'ত বাৰু? মই ভাবিছিলো—অফিচৰ চাপ্ৰাছীয়েও তৰুণী ষ্টেনোগ্ৰাফাৰক নিজৰ বশলৈ আনিবলৈ চেষ্টা কৰে। এই কাম কেৱল অফিচবিলাকতেই নহয়; নগৰৰ কিমান মানুহেই যে তেনে কামত ব্যস্ত থাকে! যিবিলাকে তেনে কাম কৰে সিহঁত কিন্তু কুৱাঁৰ পৰা পানী তুলিবলৈ লগোৱা একোটা বলধৰ নিচিনাই উদাসীন।

এদিন নিশা মই মোৰ লগতে কাম কৰা এব্ৰাহামৰ লগত ৰিভোলীৰ পৰা ফাৰ্ষ্ট শ্ব' চিনেমা চাই আহি আছিলো। ডিচেম্বৰ মাহ। ভীষণ ঠাণ্ডা।

কনট প্লেচৰ বেংচখনত কম্বলেৰে লিপিট খাই বহি থকা ৰঙ্গস্বামী আয়াৰৰ কাহৰ শব্দ শুনিবলৈ পালো। ফটাছিটা কম্বল এখনে ডিচেম্বৰ মাহৰ সেই ভীষণ জাৰক বাধা দিব পৰা নাছিল। তাৰ উপৰি সেই কম্বলখন বা কিমান পুৰণি। ভিতৰত অস্থিচৰ্মসাৰবিশিষ্ট কিমান যে দুখৰ জীৱন!

এই পাৰ্কতে সিদিনাও তেওঁলৈ মোৰ মনত পৰিছিল। তেনেতে আন্ধাৰৰ মাজৰ পৰা যেন কোনোবা দক্ষিণ ভাৰতীয় লোক এজনে মোক কৈছিল— "মহাশয়, আজি দুদিন মই একো খাবলৈ পোৱা নাই—। এটি টকা দিয়ক ——।"

ৰঙ্গস্বামী আয়াৰৰ লগত মোৰ পৰিচয় হোৱাৰ পাচত তেওঁ সকলো কৈছিল। উপাৰ্জনৰ যি অলপ টকা তেওঁৰ হাতত আছিল গোটেইখিনি জীয়েকৰ বিয়াতে খৰচ কৰি পেলাইছিল। তাৰ বাহিৰেও তেওঁৰ কিছু টকাৰ ধাৰহে লাগিল। দুই-এঘৰত দুই-এটা টিউচন গোটাই লৈছিল। কিন্তু লাহে লাহে অফিচাৰবোৰ বদলি হ'ল। ল'ৰা-ছোৱালীবোৰ ডাঙৰ হৈ আহিবলৈ ধৰিলে। আৰু ৰঙ্গস্বামী আয়াৰৰ উপাৰ্জনো কমি আহিবলৈ ধৰিলে। তেওঁ পুনৰ ক'তো ঘৰুৱা শিক্ষকৰ কাম নেপালে। 'পেঞ্চন'ৰ তাকৰীয়া টকাৰে নগৰত খাই-পিন্ধি থাকিবলৈ যথেষ্ট নহয়। শেষত

ঘৰভাড়া দিয়াই টান হৈ পৰিল। সেইবাবে তেওঁ ৰাজহুৱা পাৰ্কতেই দিনৰ পাছত নিশা কটাবলৈ ধৰিলে।

বেচেৰা আয়াৰ, সামান্য 'পেঞ্চন'ৰ টকাকেইটাৰে গাঁৱত থাকিবই বা কেনেকৈ ? সেইবাবেই হয়তো গাঁৱলৈ উভতি যাব খোজা নাছিল।

কোৱেম্বাটুৰৰ নাগপন্ন চেট্টিয়াৰলৈ লিখি ৰঙ্গস্বামী আয়াৰক এটা চাকৰি দিব পাৰিলে বৰ উপকাৰ কৰা হ'লহেঁতেন। তেতিয়া তেওঁ নিজৰ গাঁৱলৈ আৰু জীয়েক-জোঁৱায়েকৰ ওচৰলৈকো যাব পাৰিলেহেঁতেন।

দুয়ো পঢ়ি থকা অৱস্থাৰে পৰা বন্ধু আছিল। তেওঁ দেউতাকৰ ব্যৱসায়কেই চলাইছিল; পাছত চৰকাৰী চাকৰি কৰিহে সৰ্বনাশ কৰিলে।

এব্ৰাহামে কলে— "তুমি মোৰ ঘৰলৈকে ব'লা, কিবা অলপ খাব লাগিব।" তেঁৱো যাবলৈ সাজু হ'ল—

এব্ৰাহাম ওচৰৰে দক্ষিণ ভাৰতীয় মেছ এটাত বাস কৰিছিল।

কনট প্লেছৰ বিদেশী মদৰ দোকান এখনৰ সন্মুখত আঁৰি থোৱা এখন বোৰ্ডত লিখা আছিল যে··· Tomorrow is dry day. কথাষাৰৰ ইঙ্গিত আছিল এয়ে যে কালিলৈ মদ পোৱা নাযাব। যি মদ খায়, তেওঁ আজিয়েই কিনি লওক।

এব্ৰাহামে আগতেই কিনি ৰাখিছিল। কাৰণ তেওঁ বৰ অকলশৰীয়া আছিল। সেই কোঠাটোত তেওঁৰ বাহিৰে আৰু কোনো নাছিল।

শৰীৰটো অলপ গৰম কৰি লোৱাৰ পাছত এব্ৰাহামে তেওঁক সুধিলে— "তুমি আহিবানে ?"

"ক'লৈ ?"

"লাজপট নগৰলৈ ?"

তেওঁৰ কথাৰ অৰ্থ মই বুজি পাইছিলো। এব্ৰাহাম তাত থকা মৰিয়াৰ এজন চিনাকী লোক আছিল।

"নাই মই, লাজপটলৈ·· নাযাওঁ···"

শুনিবলৈ পাইছো মৰিয়াৰ ছোৱালী বোলে কনভেণ্টৰ পৰা আহিছে।

এব্ৰাহামে আকৌ কলে—"যোৱাবাৰ তেওঁ কৈছিল যে আৰু এবছৰমান যাওক; ছোৱালীজনী অলপ ডাঙৰ হওক—এইবাৰ তাইক যেনে তেনে বশলৈ আনিব লাগিব।"

মোৰ বৰ দুখ লাগে—"তুমি আৰু এজনী বেশ্যা সৃষ্টি কৰিব খুজিছা।

মাক সেই ব্যৱসায়তেই লিপ্ত হ'ল। তুমি ছোৱালীজনীকো এতিয়া নৰকলৈ ঠেলি দিব খুজিছা।"

"আহ, বাদ দিয়া তোমাৰ ধৰ্ম্ম।"

এব্ৰাহামে আকৌ কলে –"ৰবি, প্ৰকৃত সমন্ধ মানোন এইটোহে, যিটোত প্ৰেমৰ কোনো নিৰৰ্থক শব্দ নাই, প্ৰলোভন নাই ভুৱা লিপ্সাৰ অধিকাৰ নাই, নিৰাশা আৰু দুখো নাই। ই এনেকুৱা এটা সমন্ধ যিটোৰ হিচাপ সহজে মিলাব পাৰি।"

কথাটো মোৰ ভাল নালাগিছিল। মই কিন্তু মৰমবেহে সকলো আদায় কৰিবলৈ বিচাৰিছিলো। মই ভাবিছিলো মই তাইৰ মাজেৰে এক সুন্দৰ কলাৰ সৃষ্টি কৰিব পাৰিব।

কিন্তু

এই বিয়াৰ বাবে মোৰ দেউতাই অৱশ্যে অনুমতি নিদিব।

আপোনাৰ মৰমতেই মাথো তৃপ্তি লাভ কৰিম। আপোনাৰ মৰম পালে যিকোনো ধৰণৰ যাতনাই ভুগিবলৈ মই সাজু আছো।

নাই, নাই। যাতনাপূৰ্ণ জীৱনলৈ তোমাক আৰু ঠেলি নিদিওঁ।

এব্ৰাহাম তাৰ পৰা গুচি গৈছিল। কোঠাটোত তলা লগাই মেনেজাৰক চাবিকোছা দি মযো যাব পাৰিলোহেঁতেন। নগ'লো। মনটোত হাজাৰ বেদনাই খলকনি তুলিলে।

খিৰিকীৰে আকাশৰ নীলাখিনি দেখা গৈছিল। ক'ৰবাৰ পৰা চপৰা-চপৰে ক'লা ডাৱৰ কিছুমান আহি জোনৰ স্নিগ্ধ পোহৰখিনি ঢাকিবৰ চেষ্টা কৰিছিল। মোৰ এনে লাগিছিল, এয়া যেন কিশোৰীৰ উদং মঙহাল বুকুখনি এখন গামোছাৰে ঢাকিবলৈ কৰা বৃথা চেষ্টাহে।

কোঠাটোত তলা লগাই চাবিকোছা মেনেজাৰক দি মই তললৈ নামি আহিছিলো।

বাহিৰলৈ ওলায়েই মই মোৰ আটাইতকৈ চিনাকী ছোৱালীজনীৰ কাষলৈ গলো—যিজনীয়ে কাকো কেতিয়াও তিৰস্কাৰ কৰা নাছিল।

পিছদিনা লাজপট নগৰত থকা বুঢ়া ছাপ্ৰাছীজনৰ পৰা মই এটা খবৰ পালো - -- তেওঁৰ ওচৰৰে ছোৱালী এজনীয়ে আত্মহত্যা কৰিলে। ছোৱালীজনীৰ মাকে হেনো জীৱন-নিবাহৰ বাবে দেহ বিক্ৰী কৰিছিল। কালিহে ছোৱালীজনীয়ে এই কথাটো গম পাইছিল। মাকে হেনো তাইকো

এজন পুৰুষৰ বশলৈ নিবলৈ চেষ্টা কৰিছিল। এইটোৱেই আছিল ছোৱালী-জনীৰ আত্মহত্যাৰ কাৰণ।

"কি অপৰূপা সুন্দৰী আছিল তাই।" ছাপ্ৰাছীজনে কলে —"কি ৰং, কি সৌন্দৰ্য্য। বয়সো মাত্ৰ ১৬।১৭ বছৰমানহে হ'ব।"

চাপ্ৰাছীজনে ছোৱালীজনীৰ কথা কৈ থাকোতেই এব্ৰাহাম ভিতৰ সোমাই আহিল। মই এব্ৰাহামক কলো --- মৰিয়াৰ ছোৱালীজনীয়ে আত্মহত্যা কৰিলে।"

কথাষাৰ শুনি এব্ৰাহামে খং আৰু নিৰাশাৰে কলে -- "ছোৱালীবোৰ অবুজ হলে কি কৰিবা।"

এই নগৰখনক মই ঘিণ কৰো-। ইয়াত থাকিলে মোৰ মনটোৱে অকণো শান্তি নেপায়। ইয়াৰ পৰা যাব পৰা হলেই মই মুক্তি পালো-হেঁতেন।

গধূলি ক্লাবত গোপালক লগ পালো। তেওঁ মোক দেখিয়েই কলে--"তোমাক কিয় ইমান উদাসীন যেন লাগিছে কোনোবা আত্মীয় ঢকাইছে নেকি?"

"ইয়াত মই মুঠেই মানসিক শান্তি পোৱা নাই— যেনেকৈ নহওক ইয়াৰ পৰা ওলাই যাব পাৰিলেই ৰক্ষা।"

এই নগৰৰ জীৱন মোৰ একেবাৰে পিশাচৰ জীৱন যেন লাগিছে।"

গোপালে কলে -- "তাইৰ আত্মাই তোমাৰ আত্মাক সদায় আমনি কৰি থাকিব।"

মই হাঁহি মাৰি কলো--"মোৰ আত্মাক মই কেতিয়াবাই ত্যাগ কৰিলো।"

"তেতিয়াহলে এতিয়া আৰু ৰক্ষা পোৱাৰ কোনো উপায় নাই। তুমি তাইৰ গোলাম হৈ গৈছা - - "

মনে মনে মোৰ হাঁহি উঠিল। কি যে কল্পনা। পিশাচ, আত্মা আৰু গোলামী, ইয়াৰ পৰা যদি মই আঁতৰি যাওঁ মানুহে মোক কি ক'ব? কেইসপ্তাহমানৰ বাবে হলেওতো মই ইয়াৰ পৰা ৰক্ষা পৰি থাকিব পাৰিম। মই কি চাকৰ হৈ গলোনেকি, চাকৰ।

নাগপন্ন চেট্টিয়াৰে ইয়াৰে এজন সংসদী সদস্যৰ সহায়ত এখন লাইচেঞ্চ নিবলৈ আহিছে।

মই ৰঙ্গস্বামীক মাতিলো। তেওঁক তেল-চাবোনেৰে গা-পা ধুৱাই পিন্ধিবলৈ মোৰ ধতি-কামিজকে দিলো। মোৰ এই ব্যৱহাৰত নাগপন্নৰো

ৰঙ্গস্বামীৰ প্ৰতি অসীম সহানুভূতি জাগি উঠিল। পাৰিলে তেৰোঁ সহায় কৰি দিব বুলি প্ৰতিশ্ৰুতি দিলে। আমি ৰঙ্গস্বামীৰ বিষয়ে আলোচনা কৰি থাকোঁতেই তেওঁ চাগে বৰ সন্তোষ পাইছে।

মই চেট্টিয়াৰক বিদায় দিলো। তেওঁ যাবলৈ ওলাই আয়াৰক কলে-"মই পৰহিলৈ যাম। মোৰ লগত ওলাবা। কিবাএটা নহয় কিবাএটা চাকৰিৰ ব্যৱস্থা কৰি দিম। জীৱন নিৰ্বাহৰ বৰ কষ্ট নহ'ব।"

মই আচৰিত হলো। আয়াৰে দেখোন সংকোচবোধ কৰিছে।

নাগপন্নই সুধিলে--"কি হ'ল, একো নক'লা কিয়? যাবৰ মন নাইনেকি?"

কিছু সময়ৰ পাছত আয়াৰে কলে--"মই চাহাবক ক'ম, বাৰু--"

ঠিক আছে--এইটো ভাললগা কথা নহয়। তেওঁ স্পষ্টকৈ কলে: 'মোৰো বেয়া লাগিল।'

আয়াৰ লৰালৰিকৈ গুছি গ'ল।

তেওঁ তাৰ পাছত আৰু অহা নাই।

আন এদিন গধূলি কনট প্লেচত তেওঁক আকৌ লগ পালো। তেওঁ সেই পুৰণি ফটাকম্বলখনকে লৈ মহিলাই দিয়া দোকান এখনৰ সন্মুখত বৈ আছিল।

তেওঁ মোক স্পষ্টকৈ কৈছিল --"তুমি তেওঁক এটা কথা ক'বলৈ কৈছিলা --। মই তেওঁক পুনৰ লগেই পোৱা নাই।" তেওঁ অপৰাধীৰ দৰে আকৌ কলে--"সেইটো চাকৰি মোক নেলাগে।" কিছুসময়ৰ পাছত মই তেওঁক আকৌ কলো--"ইয়াতে যদি ক'ৰবাত চাকৰি পোৱা যায় তেতিয়া-হলেতো ভালেই হয়।"

মোৰ খং উঠিছিল--যদিও সেয়া মনতে লুকাই ৰাখি মই তেওঁক যাবলৈ কলো। তেওঁ নিজেই যদি জীয়াই থাকিবলৈ ইচ্ছা নকৰে, মই কি কৰিম। তাৰ বাবে তেওঁ নিজেই দায়ী।

জানুৱাৰী মাহ পৰিল। শীতৰ প্ৰকোপ লাহে লাহে বেছি হ'বলৈ ধৰিলে। চফদৰজঙ্গৰ জলবায়ু নিৰ্ণয়কাৰী কাৰ্য্যালয়ৰ তাপমান-যন্ত্ৰৰ পাৰা চাগে $0^{\circ}$ ডিগ্ৰীৰো তল পাইছিলগৈ।

গধূলি চুপাৰ বজাৰৰ ফালে ওলাই গলো। দোকানবোৰত সজাই থোৱা নানা ধৰণৰ বস্তুবোৰৰ ওপৰত চকু পৰিল। ক্ৰেতা আৰু বিক্ৰেতা সকলোৰেই ব্যস্ত আছিল।

ঘূৰিবৰ সময়ত এব্ৰাহামৰ 'মেছ' লৈ গলো। গাটো অলপ গৰম কৰি ললো। প্ৰতিদিন কনট প্লেচৰ পাকলৈ গৈছিলো—মনটোৱে ৰঙ্গস্বামীক বিচাৰি ফুৰিছিল। এদিন বেঞ্চখনত তেওঁৰ কম্বলখন পৰি থকা দেখিলো। কম্বলখনৰ তলৰ পৰা এটা কাহৰ শব্দ শুনা যেনো লাগিল। ওচৰ চাপি দেখিলো, কম্বলৰ তলৰ পৰা কিছুমান পৰুৱাই শাৰী পাতি অহাযোৱা কৰিছে। কম্বলৰ ফটা অংশেৰে তেওঁৰ শৰীৰটোও দেখিলো; বোধহয় তেওঁৰ শেষ অৱস্থা।

মোৰ বৰ দুখ লাগিল। এব্ৰাহামকো ৰঙ্গস্বামীৰ কাহিনীটো কলো।

এব্ৰাহামে কলে—"ইয়ালৈ যি আহিছে তেওঁ আৰু নিস্তাৰ পোৱা নাই"। তেওঁ আকৌ কলে—"এই নগৰখনক এজনী চতুৰ বেশ্যাৰ নিচিনা লাগে। ইয়ালৈ অহা মানুহবোৰ ইয়াতে ৰৈ যায় আৰু অৱশেষত ইয়াতে ধ্বংস হৈ যায়।"

এইটো জানো ভাল কথা—?

তেওঁ কৈ কৈ আগবাঢ়ে—"আকবৰে আগ্ৰাত বিশাল সাম্ৰাজ্য স্থাপন কৰিলে। কিন্তু সেই সময়ৰে পৰা নগৰখনলৈ আহি যিসকলে বসবাস কৰিবলৈ ধৰিলে সেইসকলৰ কিন্তু ধ্বংসহে আৰম্ভ হ'ল। ইংৰাজসকলে কলিকতাত এখন সাম্ৰাজ্য স্থাপন কৰিছিল। তেওঁলোকে এইখন নগৰকে প্ৰধান নগৰ হিচাপে ৰূপ দিছিল। সেই সময়ত তেওঁলোকৰ ক্ষমতা কিমান আছিল ভাবি চোৱাচোন। কিন্তু পয়ত্ৰিশ বছৰ নৌহওঁতেই ধ্বংস আৰম্ভ হলেই। নহয় জানো?

আকৌ সেই তোমালোকৰ ধৰ্মপুত্ৰ যুধিষ্ঠিৰলৈকে মন কৰাচোন; তেওঁ কুৰুক্ষেত্ৰৰ যুদ্ধত জয়ী হৈ এইখন নগৰতে ৰাজধানী পাতি ৰাজ্য শাসন-কাৰ্য্য চলাবলৈ ঠিক কৰিলে। ইন্দ্ৰৰ নগৰৰ দৰে এখন ধুনীয়া নগৰ নিৰ্মাণ কৰি ৰাজকাৰ্য্য আৰম্ভ কৰিবলৈ পাঙিলে। কিন্তু কি হ'ব? তেওঁ জীয়াই থাকোঁতেই দেখোন সকলো শেষহৈ গ'ল।"

নগৰখনত কাৰোবাৰ অভিশাপেই লাগিছে নেকি নাজানো। কোনে যে এই নগৰখনৰ নাম দিল্লী দিলে। প্ৰকৃতাৰ্থতে ই এটা ফাটেক-ঘৰ। তিল-তিলকৈ জীৱন নাশ কৰা ফাটেক-ঘৰ। এই নগৰলৈ অহা প্ৰত্যেক মানুহেই ইয়াৰ বন্দী হৈ পৰে। কিয় বাৰু ইয়াৰ পৰা মুক্তি পাব নোৱাৰে?

এইবোৰ মূঠতে যিয়েই নহওক, মানুহৰ মাজত চলি অহা অৰ্থহীন

কথাও হ'ব পাৰে। এইবোৰ অন্ধবিশ্বাস থাকেই। মই মাথো ইয়াৰ পৰা যাব পাৰিলেই ৰক্ষা।

মোৰতো যাবৰ বাবে সাজু হ'বৰ হলেই। মাত্ৰ দিনটো ঠিক হলেই হ'ল। দুই-এদিনতে যোৱাটো হ'ব। মোৰ গাঁৱৰ পৰা বন্ধু এজনে লিখিছে যে কোম্পানীৰ কাম আৰম্ভ কৰিবলৈ ঠিক কৰা হৈছে। এই বিষয়ে চৰকাৰকো জনোৱা হৈছে।

বোধহয় কাইলৈকে মই যাব লাগিব।

পিছদিনা অফিচলৈ গৈ খবৰ পালো যে 'চেম্পন অফিচাৰৰ' নিযুক্তৰ তালিকা আহিছে। তাত শিৱচৰণ আগৰৱালাৰহে নাম আহিছে। মোৰ নাম নাই।

তেওঁতো মোতকৈয়ো জুনিয়ৰ আছিল। অফিচৰ আটাইতকৈ দায়িত্বপূৰ্ণ আৰু সাৱধানে কৰিবলগা কামবোৰ সদায় তেওঁ মোৰ ওপৰতে জাপি দিছিল। আগৰৱালাক সদায় সহজ কামবোৰহে দিয়া হৈছিল। আৰু তেনেই সহজ কামবোৰতো তেওঁ ভুল কৰিছিল। তেনেস্থলত এতিয়া

ৰবাহামে কলে "তুমি একেবাৰে মুখ। তোমাৰ ওচৰত মদ, বেশ্যা, আছে জানো? বা তুমি তেল দিব পাৰিছিনা জানো?"

কিছুসময়ৰ পাছত তেওঁ আকৌ কলে "তাৰ উপৰিও তুমি ইয়াৰ স্থায়ী বাসিন্দা নহয়, গতিকে তোমাৰ কাম চিধাচিধি কেনেকৈ সমাধা হ'ব?"

দুখ আৰু নিৰাশাই মনটো ভাৰাক্ৰান্ত কৰি তুলিলে।

লাঞ্চৰ পাছত মোক আন্দাৰ চেক্ৰেটৰীয়ে মাতিলে। মই খুব গহীন হৈ তেওঁৰ ওচৰলৈ যোৱাত তেওঁ কলে---"তোমাক কিয় মাতিছো জানা? তোমাৰ এটা ভাল খবৰ আছে,--- বিফাইনেৰীৰপৰা এখন চিঠি আহিছে। তেওঁলোকে তোমাক কামত নিয়োগ কৰিবৰ বাবে সিদ্ধান্ত লৈছে। গাঁৱত থাকিয়েই তুমি যথেষ্ট দৰমহা পাবা। তাৰ উপৰিও এইটো চৰকাৰী চাকৰিৰ নিচিনাই। সচাঁকৈয়ে তুমি বৰ ভাগ্যবান---"

তাৰ পাছত তেওঁ মোৰ মুখৰ বৰণ দেখিয়েই নেকি সুধিলে--"কি হ'ল। এইটো চাকৰি তোমাৰ পচন্দ হোৱা নাই নেকি?"

"মোক এইটো চাকৰি নেলাগে চাৰ---"

"সেইটো কি কথা? তুমি আকৌ এনেকুৱা কৰিছা কেলেই?"

"মই মনে মনে ঠিক কৰিছো।"

উৰ্ভতি নিজৰ বহা আসনলৈ আহি নিজকে এবাৰ কলো---"এৰা, মই ইয়াত যুঁজ-বাগৰ কৰি থাকিবলৈকে সংকল্প লৈছো।"

# মুক্তিৰ পথ

মই এটি পথ বিচাৰি ফুৰিছো, মুক্তিৰ পথ! বাটকুৰি বাই বহুত দূৰ আহিলো। খোজ কাঢ়ি ভৰি ভাগৰি পৰিছো। সমস্ত শৰীৰ বিষা-বনে ধৰিছে। হাত-ভৰিবোৰ ছিগি যায়-ভাগ যায় যেন লাগিছে। তেজ-মাংস শুকাই গৈছে। হাড়বোৰ যে ইমান দুৰ্বল হৈ পৰিছে, যিকোনো মুহূৰ্ত্ততে মই পৰি যাব পাৰো। তাৰ পাছত আৰু মোৰবাবে খোজকঢ়াটো অসম্ভৱ হৈ পৰিব।

বাহিৰলৈ ওলাব পাৰিলেই মই হয়তো নিৰাপদ হ'ব পাৰিম। বাহিৰত কি আছে অৱশ্যে মই নাজানো, তথাপি বাহিৰত নিৰাপত্তাই আছে নিশ্চয়। দালিয়া, কুজাদেউৱে মোক সকলো কৈছেই নহয়। সেই সুখৰ ঠাইডোখৰ পোৱাটোৱেই মোৰ এই যাত্ৰাৰ লক্ষ্য। সচাঁকৈয়ে সেই ঠাইডোখৰলৈ যাবৰ কাৰণে বাট পোৱা মানুহবোৰ বৰ ভাগ্যবান। মই অৱশ্যে তেওঁৰ কথাৰ ওপৰতে ভাৰসা কৰিও নাথাকো। বা সেই চিৰন্তন সুখ পাবৰ বাবে আশা কৰি বহিও নেথাকো। তথাপি বাহিৰত নিশ্চয় ইয়াতকৈ সুখ পোৱা যাব। কাৰণ ইয়াত ইমান কষ্ট পোৱা যায় যে আন যিকোনো ঠাইতে চাগে ইয়াৰ সমান কষ্ট নাই। সেইকাৰণেই মই ইয়াৰ পৰা বাহিৰলৈ যোৱাৰ বাট এটা বিচাৰি ফুৰিছো।

মই য'ত আছো -- সেয়া এক বিৰাট ৰাজমহল বুলি ক'ব পাৰি। ইয়াৰ ভিতৰখন যে ইমান ডাঙৰ মই ভবাই নাছিলো। গৈ থাকো মানে অন্ত নাই। ক্ষীণ পোহৰত প্ৰকাণ্ড দালানটোও যেন আগবাঢ়ি গৈছে থাকে, একা-বেঁকা গতিৰে গৈ থকা বাটটো এটা সময়ত শাখা-উপশাখাত ভাগ হৈ যায়। মুঠতে এক অদ্ভুত নিৰ্মিত অট্টালিকা।

দালানৰ সন্মুখৰ ঘন ক'লা পাথৰৰ বেৰবোৰত খোদিত কৰা মূৰ্তিবোৰে দাঁত নিকটাই ক্ৰুৰ হাঁহি মাৰি আছে। ভয়লগা চেহেৰাৰ মূৰ্তিবোৰৰ

একোটাৰ চকুত যেন জুইহে জ্বলিছে। ভোটা নাক, শুকান আৰু ফটা ওঁঠ, উখহি পৰা গাল, ভজা পাপবৰ দৰে ফুলি উঠা আঙুলি।

সোঁতোৰা-সোঁতোৰ হোৱা ভৰিৰ আঙুলিবোৰেৰে মই মাজে মাজে উজুটি খাব খোজো। খুউব সাৱধানে খোজকাঢ়িব লগা হৈছে। এনেকৈতো সদায় চলা সম্ভৱ নহয়।

বিকলাঙ্গ কুষ্ঠ ৰোগীৰ ওচৰত নানাবিধ মিঠাই সজাই থোৱা হৈছে। অজস্র ধন-সোণ পৰি আছে। কোঠাৰ পিছফালে ৰঙীন পৰ্দাৰ আঁৰত ন-ন গাভৰুৰ নৃত্য। চকুত চিকাৰীৰ দৃষ্টি। একাষত সুসজ্জিত নিছাযুক্ত দ্রব্য। বুকুৰ মাজত আঁকোৱালি ল'বৰ বাবে বিৰাট আকাৰৰ শৰীৰেও হয়তো তোমাৰ বাবে অপেক্ষা কৰিছে। কিন্তু আলিঙ্গনাবদ্ধ হৈ অধৰৰ ৰস পান কৰি তুমি যেতিয়া নিদ্রাত অচেতন হৈ পৰিবা, এক দীঘলীয়া নিদ্রাই যেতিয়া তোমাক আঁকোৱালি ল'ব, সাৰ পাই তুমি দেখিবা তোমাৰ সমস্ত শৰীৰতেই তেজ-পূজৰ ফোঁহা।

মোৰ শৰীৰতো এইবোৰ কিবা ওলাইছে। ছিঃ এইবোৰ কি ওলাল বাৰু। হয়তো গৰমত ওলোৱা ফোঁহা। নে মোৰ ভুলেই হৈছে। হয়তো এইবোৰ উৰহে কামুৰিছে। নাইবা এইবোৰ পকুৱাই কামোৰা হ'ব লাগিব নিশ্চয়।

ধোঁৱাৰে আবৰি থকা এই অট্টালিকাৰ অন্ত নাই। ক্লান্ত শৰীৰ আৰু মন লৈ মুক্তিৰ পথ বিচাৰি মই চলাথ কৰিছো। শিথিল হৈ পৰা ভৰি দুটাৰে যে কিমান খোজ কাঢ়িলো। মোৰ এই যাত্রা কেতিয়াৰ পৰা আৰম্ভ কৰিছো ?

মোৰ মনত নাই। হয়তো বহুত দিন হ'ল। অকলে অকলে বাটকুৰি বাই আহি আছো, লগ বুলিবলৈকো কোনো নাই। অ'ত-ত'ত খুন্দা খাই সৰু দুৱাৰখনেৰে মই এই অট্টালিকাটোৰ ভিতৰলৈ সোমাই আহিছিলো। নিগনিয়ে জুমি চোৱাৰ নিচিনাকৈ মূৰটো উলিয়াই কালৰ ফুটাৰে মই বাহিৰলৈ জুমি চাওঁ। ভয়-বিহ্বল মনটোৰে চকু দুটা জোৰেৰে মেলি মই কিবা এটা বিচাৰো। কি বিচাৰিছো আজিও সঠিক ক'ব নোৱাৰো। মই এই অট্টালিকাটোৰ ভিতৰ সোমোৱাৰ লগে লগেই দুৱাৰখন বন্ধ হৈ গৈছিল। পুনৰ মোৰ কাৰণে আৰু সেই দুৱাৰ কেতিয়াও মেল নেখায়, মই ইয়াতেই বন্দী হৈ ৰলো।

ইয়াৰ পৰা উভতি যোৱাৰো ইচ্ছা মোৰ নাই, কাৰণ মই কি আছিলো, ক'ত আছিলো, সেই ঠাইয়েই বা কেনেকুৱা মই একোকে নেজানো। এই অট্টালিকাত সোমোৱাৰ লগে লগে মই চকুৰে দেখিব পৰা হলো, কিবা মন্ত্ৰ-শক্তিৰ বলতেই নে কি ক'ব নোৱাৰোঁ। ইয়ালৈ অহাৰ পাছত মোৰ স্মৰণ-শক্তিও লোপ পালে। মই কি আছিলো আৰু মই ক'ত আছিলো এই সকলোবোৰ মোৰ বিস্মৃতিৰ অটল গহ্বৰত ৰ'ল। চেষ্টা কৰিও মই এতিয়া সেইবোৰ মনত পেলাব নোৱাৰো। টোপনি আহিলে মই কেতিয়াবা সপোন দেখো। সেমেকা, কোমল ধূনীয়া পালেং এখনত যেন মই শুই আছিলো। যিখন ঠাই মই এৰি থৈ আহিছো, বোধহয় সেইখনেই মোৰ জন্মস্থান। তাৰপৰা মোক এখন ধূনীয়া দুৱাৰেদি জোৰকৰি এই জ্বালা-যন্ত্ৰণাপূৰ্ণ বন্দীশাললৈ ঠেলি পঠিওৱা হৈছে।

মই ইয়াত খোজ দিব নোৱাৰি বাগৰি পৰাৰ লগে লগে চাৰিওফালে থকা ভয়াবহ চেহেৰাৰ মূৰ্তিবোৰে দাঁত নিকটাই হাঁহিবলৈ ধৰিছিল। সিহঁতে গান গাইছিল, নাচিছিল। মুঠতে মোৰ আগমনত সিহঁতে খুউব আনন্দ কৰিছিল। তেজ-পুঁজৰ ফোঁহাৰে ভৰা সিহঁতৰ শৰীৰবোৰ মই প্ৰথমে ধূনীয়াই দেখিছিলো। কাৰণ, তেতিয়া মই একোকে বুজি পোৱা নাছিলো।

সিহঁতে মোক সিহঁতৰ মাত-কথা শিকাইছিল। খোজকাঢ়িবলৈ, দৌৰিবলৈকো শিকালে। কিবা স্বাৰ্থতে হয়তো সিহঁতে মোক বহুত কথাই শিকালে। সিহঁতৰ হাঁহিৰ মাজেদিয়েই মোকো হাঁহিবলৈ শিকালে।

অন্ধকাৰ গলিয়েদি ময়ো সিহঁতৰ মাজতে সোমাই যাবলৈ ধৰিলো। মই উজুটি খাই বাগৰি পৰিবৰ কাৰণে কোনোবাই মোৰ গতিপথত কাঁইট আৰু পাথৰ দি থয়। মোক পেলাবৰ কাৰণে সিহঁতে নানা ষড়যন্ত্ৰ কৰে। মই খুউব সাবধানেৰে আগবাঢ়িছিলো। খোজ কাঢ়ি-কাঢ়ি ভাগৰ লগাত খালী কোঠা এটা পাই তাতে শুই পৰিলো। সপোনে মোক আকোঁৱালি ললে। মই এনে কিছুমান মানুহ দেখিবলৈ পালো যাৰ ফলত সৌন্দৰ্য্য আৰু কুৎসিত ৰূপৰ পাৰ্থক্যৰ বিষয়ে মোৰ কিছু জ্ঞান হ'ল।

এই অট্টালিকাটো কোনে কেতিয়া সাজিছিল মই ক'ব নোৱাৰো। মই জানো ই খুউব পুৰণি আৰু ই দিনে দিনে বৃহৎ হৈ যাব ধৰিছে। ইয়াৰ নিৰ্মাণৰ সময় মোৰ কল্পনাৰ বাহিৰত। ইয়াৰ বৈশিষ্ট্য ইমানেই যে,

যিমানেই ই পুৰণি নহওঁক, ইয়াক কিন্তু সদায় নতুন যেন লাগে। দিনে দিনে কোঠাৰ নতুন সাজ-সজ্জা।

বহুত ধৰণৰ মানুহেই ইয়াত জীৱন কটাইছে। ক'ব নোৱাৰাকৈয়ে সিহঁত ডাঙৰ হয়। আনকি সিহঁত ক'ৰ পৰা আহিছে আৰু কোন ঠাইলৈকে যাব লাগিব তাকো নাজানে। মোৰ দৰে হয়তো বাহিৰলৈ ওলাবলৈকো বহুত লোকে চটফটাই আছে। বোধহয় কষ্ট কৰোঁতে-কৰোঁতে সিহঁতৰ কিছুমান ভাগৰি পৰিছে, আৰু ইয়ালৈ আহি শেষলৈকে ইয়াতেই দিনবোৰ কটাই দিছে। সিহঁতৰ সমস্ত শৰীৰতেই খজুৱতিৰ দৰে কিবা এবিধ হৈছে। মই বুজিছো, এই খজুৱতিৰ পৰা মুক্ত হোৱা অসম্ভৱ কথা।

ইয়াত অৱশ্যে পথ-প্ৰদৰ্শক বহুতেই আছে। তাৰ ভিতৰত পুৰোহিত-দেউ এজনো। তেওঁৰ মুখত দীঘল দাড়ি, ডিঙিত জপৰ মালা আৰু কান্ধত গামোছা। এই বিশাল ৰাজমহলৰ এটি মূৰ। সেইটো এটিত সুগন্ধিময় বস্তাৰ দোকানৰ মাজত তেওঁ আনন্দেৰে অপেক্ষা কৰি থাকে। সোণ-খটোৱা দাঁত উলিয়াই শৰকত উদৰটিৰে মাংস দেখি খেদ এটা কুকুৰৰ দৰে তেওঁ মোক দোখয়েই আগবাঢ় আহি আদৰি নিলে। তেওঁৰ মুখৰ ফেঁাহাবোৰ দাড়িৰে চোক খাই আছিল। সেইকাৰণে তেওঁ মতাত নিৰ্ভয়ে মই তেওঁৰ ওচৰলৈ গলো। ফেঁাহাবিলাকৰ পৰা ওলোৱা দুৰ্গন্ধখিনিও ধূনাৰ গোন্ধত লুকাই পৰিছিল। তেওঁ মোক 'বছ' বুলি সম্বোধন কৰি বাহবলৈ দিলে।

"এই যাত্ৰাপথত তুমি যে ভাগৰ পৰিবা--মই জানো। কিন্তু তোমাৰ ভাগৰখিনিতো দূৰ কৰিব লাগে নহয়, জানো?"

মই আপত্তি কৰি কলো--নহয়, নহয়, মইতো ইয়াৰপৰা যাবগৈয়ে লাগিব।

'ওঁ, সেইটোৱেইতো তোমাৰ প্ৰধান লক্ষ্য। ইয়াৰ পৰা যাব লাগিব। ইয়াৰ বাহিৰত বহুত সুখ আছে। বাহিৰৰ সেই ঠাইখন বিচাৰি উলিয়াব লাগিব। কিন্তু এতিয়াযে তোমাৰ সময় হোৱা নাই। তোমাৰ সময় হোৱা-লৈকে তুমি ইয়াতেই আগবাঢ়ি গৈ থাকা। মই তোমাক বাহিৰলৈ ওলাই যোৱাৰ বাট দেখুৱাই দিম। তাৰ পাছত বাট তুমি নিজেই ঠিক কৰি ল'ব লাগিব। হোৱা এইদাল জপমালা, ডিঙিত পিন্ধি লোৱা। ভাগৰ লাগিলে এইদালত ধৰি মোক স্মৰণ কৰিবা। তোমাৰ ক্লান্তি দূৰ হ'ব। তাৰ পাছত পুনৰ তুমি আগবাঢ়িব পাৰিবা।'

ডিঙিত তেওঁ পিন্ধাই দিয়া জপৰ মালা আৰু ওঁঠত তেওঁ শিকাই দিয়া মন্ত্ৰ লৈ মই আগবাঢ়িলো। খোজ কাঢ়ি কাঢ়ি ভাগৰি পৰাত তেওঁ শিকাই দিয়া মন্ত্ৰকে স্মৰণ কৰিলো। কিন্তু কি আচৰিত, সচাঁকৈয়ে মোৰ ভাগৰ পলাল। কিন্তু মই তেওঁক এইবাৰ বেলেগ ৰূপত দেখিবলৈ পালো। আগৰ সেই দাঁতি আৰু ক'লা গামোছা নাই। তেওঁৰ পেটটোও আগতকৈ বেছ ফুলি উঠিছিল। আৰু মূৰটো তপা হৈছিল। লগতে মই এদাল কিবা গুড়ৰ নিচিনা দেখিবলৈ পালো। গুড়দালৰ পাছফালে ফোঁটাও আছিল। মই তেওঁৰ মাতটোতেই চিনি পাইছিলো। তেওঁ মোক আকৌ আগবাঢ়িবলৈকে নির্দেশ দিলে। তেওঁ কলে বাহিৰৰ পথ বিচাৰি নোপোৱালৈকে গৈ থাকা। তেওঁৰ কথাততো বিশ্বাস নহৈয়েই; কিন্তু বিশ্বাস কৰিব পৰা আন একোৱেই নাছিল। সেয়ে মই আগবাঢ়ি গৈ থাকো।

কুষ্ঠৰোগীবোৰৰ লুভীয়া চকুৰ আগেদিয়েই মই থৰক-বৰককৈ আগবাঢ়ো, কেতিয়াবা এনেকুৱা লাগে যেন মোৰ ভৰি দুটা ক্ষীণ হৈ গেছে আৰু মোৰ গতি পথটো দীঘৰ পৰা দীঘতৰ হৈ পৰিছে।

ভাগৰ লগাত মই আকৌ এবাৰ শুই পৰিলো—টোপনি অহাৰ লগে লগে মই সপোন দেখিলো। সপোনেই মোৰ সুখ, সপোনতেই মোৰ তৃপ্তি। যিমান কোমল, সুন্দৰ ৰচনা এখনত মই শুই আছো। হয়তো সেইখনেই মোৰ জন্মস্থান। সেই ঠাইখনলৈকে যদি মই উভতি যাব পাৰিলোহেঁতেন। মইতো সপোনত নিৰোগী মানুহকো দেখিছো।

মানুহবেই ৰূপ এটাই যেন মোক টোপনিৰ পৰা জগাই দিলে। ভালকৈ চাই দেখিলো, সেইজনী দেখোন এজনী ছোৱালী—যি নীলাপদুমৰ দৰে সুন্দৰী আছিল আৰু যাৰ শৰীৰৰ পৰা সুগন্ধি আতৰ বিয়পি পৰিছিল। ছোৱালীজনীৰ মন ভুলোৱা হাঁহিয়ে মোৰ সকলো ক্লান্তি দূৰ কৰিলে। তাইৰ মিঠা-মাতত মোৰ ভয় আঁতৰি গ'ল। তাইৰ আলসুৱা মৰমত তাত মই নিজকে হেৰুৱাই পেলালো।

তাই কলে "মই তোমাৰ বাবেই অপেক্ষা কৰি আছিলো।"

অজ্ঞতাৰ ভাও ধৰি উত্তৰ দিলো – "ময়ো তোমাকেই বিচাৰি ফুৰিছিলো।" মই অৱশ্যে মিছা কথা কৈছিলো, মই আচলতে ৰাস্তাহে বিচাৰি-

ছিলো। মোৰ মিছা কথাষাৰতেই তাই বৰ আনন্দ পালে। আৰু মষো তৃপ্তি পালো।

তাই আকৌ কলে--- "মই তোমাৰ বাবে সুসজ্জিত কোঠাও ৰাখিছো। কোমল মখমলৰ গাৰুৰে সুগন্ধি আতৰ ছটিওৰা শুভ্র কোমল বিছনা।" মই আকুল হৈ সুধিলো "ক'ত, ক'ত? মোক তালৈকে লৈ বলাচোন, সেইকণ সুখ বিচাৰিয়েই মই ইয়ালৈ আহিছো।" মই তাইৰ হাতত ধৰিলো।

লগে লগে মাঙ্গলিক ঘণ্টা বাজিল। কোনোবাই আকৌ পুস্পবৃষ্টি কৰিলে, কোনোবাই যেন মোৰ কাণে কাণে কলে---"তোমালোকে পৰস্পৰে মিলা-প্রীতিৰে সত্য পথত চলিবা। উভয়ে প্রেম কৰিবা আৰু প্রেমৰ ডোলেৰে বান্ধ খাই দুয়ো এক হ'বা।"

মই তাইৰ হাতত ধৰি সজাই থোৱা কোঠাটোত সোমাওঁতেই দুৱাৰখন বন্ধ হৈ গ'ল। তাৰ পাছত আৰু মই একো শব্দকেই নুশুনা হলো। সুগন্ধময় কোঠাটোত এটি জীয়া গোন্ধ আৰু অনুভূতিয়ে বিৰাজ কৰিছিল। সুগন্ধি আতৰ ছটিওৰা শুভ্র কোমল বিছনা। চন্দনেৰে সুবাসিত সুকোমল গাৰু আৰু বিছনাত তাইৰ নগ্ন দেহৰ মাদকতা।

'মই বিচাৰি ফুৰা, এইখনেই মোৰ সুখৰ ঠাই। এইখনেই মোৰ স্বৰ্গ।" তাইৰ কাণৰ কাষত ফুচফুচাই কলো।

তাইৰ কোমল দেহৰ উত্তাপত ৰোমাঞ্চিত হৈ মই আধাফুটা মাতেৰে কলো-- "মোক কেতিয়াও নেৰিবা দেই।"

"নাই, কেতিয়াও নেৰো।" তাই উত্তৰ দিলে।

মই তাইৰ অন্তৰলৈ সোমাবলৈ চেষ্টা কৰিছিলো, তাত মই নিজকে সম্পূর্ণৰূপে বিলীন কৰি দিবলৈ বিচাৰিছিলো। তায়ো সেই একে লালসাৰে মোক তাইৰ কাষলৈ টানি নিছিল।

সময় পাৰহৈ গৈ আছিল। বায়ুমণ্ডল উত্তপ্ত হৈ পৰিছিল। সুগন্ধি সুবাসে চাৰিওদিশ আকোঁৱালি লৈছিল। এন্ধাৰ গভীৰ হৈ পৰিছিল। দেহৰ উত্তাপো বাঢ়ি গৈছিল।

মোৰ শৰীৰৰ প্রতিডাল সিৰা-উপসিৰাতেই তাইৰ দেহৰ উত্তাপ প্রবেশ কৰি মোক ৰোমাঞ্চিত কৰি তুলিছিল।

মই তাইক মাতিছিলো -- "মোৰ ৰাণী"

তায়ো মোক মাতিছিল-- "মোৰ ৰজা।"

সময়ৰ গতিত মই টোপনি গৈছিলো। সেয়া মোৰ প্ৰথম নিশাৰ স্বপ্ন-হীন টোপনি।

টোপনিৰ পৰা যেতিয়া সাৰ পাইছিলো তেতিয়া চাৰিওদিশ পোহৰ হৈ উঠিছিল।

মোৰ বুকুত সেমেকা অজগৰ এটা পৰি থকা যেন লাগিছিল। চাই দেখো তাইৰ হাত এখন মোৰ বুকুত পৰি আছে। শেঁতা বৰণৰ এখন হাত। গোটেই হাতখনতে চকলা-চকলি কিছুমান ৰঙা দাগ। মই আচৰিত হৈ মুখখন ঘূৰাই দিওঁ। মই বাহুপাশত আৱদ্ধ হৈ আছোঁ, তাইৰ সমস্ত শৰীৰতেই ফোঁহা আৰু পূঁজ।

মই কান্দিব খুজিছিলো। কিন্তু মোৰ কান্দোন নোলায়। মোৰ বাকশক্তি ৰুদ্ধ হৈ গৈছে। তাইক মই জগাই দিছিলো। কিন্তু--তাই সাৰ নেপালে। তাইৰ চেঁচা হাতখন মই উচাট মাৰি পেলাই দিলো। ঠাণ্ডাত কোচ-মোচ খাই শুই থকা সেই তিৰোতাজনীৰ পিনে চাওঁতেই পাৰ হৈ যোৱা ৰোমাঞ্চকৰ ক্ষণটোলৈ মোৰ মনত পৰিল। মই কঁপি উঠিলো।

গোৰমাৰি বন্ধ দুৱাৰখন ভাঙি মই বাহিৰলৈ ওলাই ভীতি-বিহ্বলতাৰে মাথো দৌৰিছো! ভাগৰত মই যদি কেতিয়াবা শুই পৰো, টোপনি আহিলেই মোক আকৌ সেই চেচাঁ হাতখনে জগাই দিয়ে—

সাৰ পাই উঠি মই আকৌ দৌৰো। এইবাৰ কিন্তু ভাগৰ লাগিলেও মই আৰু শোৱা নাই। মোৰ ভয় লাগিছে, হয়তো টোপনি গলেই মোক আকৌ সেই ঘিণ লগা হাতখনে জগাবহি, মই আৰু শুবও নোৱাৰো।

ভাগৰি পৰা শৰীৰ আৰু দুৰ্বল মনেৰেই মই আগবাঢ়ি গৈ থাকিম।

অন্ধকাৰপূৰ্ণ গলিয়েদি আৰম্ভ কৰা মোৰ এই যাত্ৰাৰ শেষ ক'ত হ'ব? কুষ্ঠৰোগীৰ পৰা হাত সাৰিবলৈ, সিহঁতৰ লুভীয়া দৃষ্টিৰ পৰা ৰক্ষা পাবলৈ মোৰ যাত্ৰাৰ অন্ত ক'ত? কোনে জানে মোৰ মুক্তিৰ দুৱাৰ কেতিয়া মেল খাব?

:—:

# শৈল শিখৰত

মৃগাংকমোহনৰ ভালেমান কথাই মনত পৰে। শৈলখণ্ডত অস্তগামী সূৰ্য্যৰ সুকোমল পৰশ আৰু সিপাৰে জিলিকি আছিল দেৱী মন্দিৰ। দেউতাকৰ চুৰিয়াত টানকৈ ধৰি মৃগাংকমোহনে সোধে-- 'দেউতা, মই সৌ মন্দিৰলৈকে যাওঁ নে?'

দেউতাকে সোধে-- 'কিয়?'

অলপ সময় ধৰি সি দেউতাকৰ পিছে পিছে গৈ থাকে, মাছুৰ দৰে জপিয়াই জপিয়াই। ধূলিৰ পৰা মাজে মাজে গোবৰৰ গোন্ধ, কেতিয়াবা তুলসীৰ গোন্ধ আহে।

দেউতাকে আৰু' সুধিলে--'মৃগাংক, তুমি দেখোন উত্তৰ নিদিলা।'

মৃগাংকমোহনে কন্দা কন্দাকৈ কয়-- 'মই, মই সেই দেৱী দৰ্শন কৰিব লাগে।'

দেউতাকৰ মুখ ৰঙা পৰি যায়।

দেউতাকে কয়, 'তাত দেৱী নাই। কেৱল শিলৰ এটি মূৰ্তি আছে। শিল এটুকুৰা চাবৰ কাৰণে ইমান দূৰলৈ কিয় যাব লাগে?'

দেউতাকক বুজাব পৰাটো মস্কিল। ইয়াৰ উপৰিও দেউতাকৰ মুখত খং দেখি মৃগাংকমোহনে ভয়ো খায়, হতাশো হয়। নিৰাপত্তাৰ বাবে পুনৰ দেউতাকৰ খোচনাতে সি টানকৈ ধৰে। দেউতাকক সি যি ক'ব লগা আছিল, সেইকথা সি আৰু পুনৰ ক'ব নোৱাৰিলে। কিন্তু দেউতাকৰ কথাই মৃগাংকমোহনৰ মনৰ পুনৰ জিজ্ঞাসু ভাব জগাই তুলিলে। সন্ধিয়া যেতিয়া সি সেই শিলাখণ্ডৰ টুকুৰাবোৰৰ ফালে ফুৰিবলৈ গৈছিল আৰু দূৰৰ দেৱী মন্দিৰৰ ফালে তাৰ চকু গৈছিল, বাৰে বাৰে তেতিয়া তাৰ মনত পৰিছিল-- তাৰ স্বৰ্গীয়া মাকৰ কথা। কিন্তু দেউতাকক এই কথা কবলৈ তাৰ সাহস হোৱা নাছিল।

মৃগাংকমোহনে পুনৰ সোধে — 'আমাৰ ওচৰৰ সুনন্দাৰ লগত মই

তালৈ যাওঁনে ?'

দেউতাকে কলে--- 'নালাগে, কাৰো সতে যাব নালাগে।'

ইয়াৰ পিছত কাৰো মুখত কথা নাই। মৃগাংকমোহনৰ ভৰিৰ তলৰ শিলখিনি বৰ কঠুৱা যেন লাগে। তাৰ কোমল ভৰি দুখনত সি কঁপনি অনুভৱ কৰে। অৱশেষত তাৰ সমস্ত শৰীৰটোৱেই কঁপিবলৈ ধৰে। দুপৰীয়া বাহিৰলৈ অকলে ওলাবলৈ সুযোগ পালেই মৃগাংকমোহনে ঘৰৰ চাৰিওফালে আমগছ কেইজোপাৰ মাজে মাজে ঘূৰি ফুৰে। পুৰণি সৰ্প-শিলাত থকা নাগদেৱতাৰ শৈলফণাত হাত বুলাই বুলাই সোধে-- 'মোক খুটিবা নেকি ?'

নাগদেৱতাই ক'ব--'সোণ, তই আমাৰ মৰমৰ ল'ৰা।'

'নাগদেৱতা, তুমি বাৰু মোৰ লগত যাবানে ?'

'তুমি মোৰ লগত খেলিবলৈ আহা, মণি-মুকুতাৰ ভঁৰাল তোমাক দেখুৱাম। নীল মাছ থকা, ভেঁট ফুলৰ সৰোবৰ দেখুৱাম। অস্তগামী সূৰ্য্যৰ মৃদু স্পৰ্শ লৈ শিলাখণ্ডত শুই থাকিব পাৰিবা।'

পুনৰ তাৰ শৈশৱৰ কথা মনত পৰে। ভৰিৰ তলৰ শিলাখণ্ডত সূৰ্য্যৰ সেই কোমল স্পৰ্শ। বহু দূৰৰ চাবিডৰাত জুই লাগি গছবোৰ শুকাই গৈছে। তাৰ সিপাৰে বিহমিশ্ৰিত সমুদ্ৰ। সমুদ্ৰৰ ওপৰত ক্ষণে ক্ষণে ৰং সলাই থকা মেঘ। মৃত্যুৰ প্ৰতিধ্বনিৰে মুখৰিত ধুমুহাৰ সোঁত। মৃগাংক-মোহনে দূৰবীণ লৈ ঘোৰ অন্ধকাৰৰ মাজত প্ৰতিধ্বনিৰ স্বৰূপ বিচাৰে। অৱশেষত সি বিচাৰি পায়। আন্ধাৰৰ মাজত পৰি আছিল। মৃগাংক-মোহনে হাতৰ অস্ত্ৰ-শস্ত্ৰ, সা-সঁজুলিবোৰ শিলচটাৰ ওপৰতে থলে। শিল-চটাত তাৰ হাতৰ পৰশ লাগে। সি শিয়ঁৰি উঠে। সমস্ত ৰহস্য তাৰ জানিবলৈ মন যায়।

শিলচটাই কলে—'বোপাই, তুমি হাতত এই অস্ত্ৰ-শস্ত্ৰবোৰ কিয় তুলি ল'লা ? আমাৰ মৰমৰ প্ৰতিদান তুমি অস্ত্ৰেৰে দিবা নেকি ?'

মৃগাংকমোহনে কলে—'মই তোমাৰ অকণো হানি নকৰো।'

শিলচটাই কলে—'তুমি আমাৰ মৰমত বহুত আঘাত কৰিলা। হাতত অস্ত্ৰ তুলি লোৱাৰ লগে লগেই আমাৰ মৰমত আঘাত পৰিল। তুমি কৈছিলা যে আমাৰ শান্তিৰ অংশীদাৰ হোৱাত তোমাৰ মন নাই।'

মৃগাংকমোহনৰ অন্তৰত আঘাত লাগে। তাৰ এনে লাগে যেন সি

পুনৰ শিশুটি হৈ যাব । তাৰ মনলৈ আহে দেৱী মন্দিৰৰ প্ৰতিমাখনি । সেই প্ৰতিমাখনি নেদেখাকৈ, স্পৰ্শ নকৰাকৈয়ে তাৰ শৈশৱ পাৰ হৈ গ'ল । মনত পৰে—সেই পাহাৰীয়া অঞ্চল, সেই গধূলি । সময়ত সকলো শেষ হৈ যায় । মৃগাংকমোহনে কয়—'দেৱী, সুনন্দাৰ সৈতে মোৰ ইয়ালৈ অহা উচিত আছিল । দুপৰীয়া দেউতা যেতিয়া শোৱে অথবা চিকাৰলৈ যায়, সেই সময়তেই মই সুনন্দাৰ সৈতে ইয়ালৈ মনে মনে আহিব পাৰিলোহেঁতেন ।'

মৃগাংকমোহন হঠাত সচেতন হৈ উঠে । এতিয়া সি শিলচটাৰ স্পন্দন অনুভৱ নকৰে । সি তাৰ পিঠিৰ মোনাখনৰ পৰা এখন বগা পতাকা উলিয়াই লয় । পাহাৰীয়া হাবিৰ পৰা গছৰ শুকান ডাল এটা ভাঙি আনি তাৰেই দুৱৰত পতাকাখন আঁৰি দি সি হাবিৰ ফালে সোমাই যায় । হাবিখনৰ মৌনতাত সি ব্যৰ্থতাৰ হুমুনিয়াহ শুনে । অস্তগামী সূৰ্য্যৰ শেষ ৰশ্মিত এক বেদনাদায়ক উত্তাপ অনুভৱ কৰে ।

আন্ধাৰৰ মাজতেই মৃগাংকমোহনে বগা পতাকাখন লৈ থাকে । সি ডাঙৰ ডাঙৰকৈ ঘোষণা কৰে— 'মই নিৰস্ত্ৰ হৈ আহিছো । তুমি মোৰ বগা পতাকাখন চাই লোৱা ।'

কিছু সময়ৰ পিছত কোমল কণ্ঠত শুনা গ'ল— 'মই বুজি পাইছো । মই বাহিৰলৈ ওলাই আহিম । হাতত অস্ত্ৰ-শস্ত্ৰ নোলোৱাকৈ তুমি তাতেই মোলৈ অপেক্ষা কৰিবা ।'

তেওঁ বাহিৰলৈ আহে ।

মৃগাংকমোহনৰ মুখৰ পৰা লাহে লাহে উচ্চাৰিত হয়— 'হায়, তুমি তেনেই ক্ষীণাই গ'লা কিয় ?'

তেওঁ হাঁহি দিলে ।

তেওঁ সোধে— 'মোৰ কাৰণে তুমি ইমান দুখ কৰা কিয় ? মই তোমাৰ শত্ৰু নহওঁ জানো ?' সি একো উত্তৰ নিদিয়ে । সি কল্পনাত ডুব দিলে— গধূলি বেলিকা শিলচটাৰ ওপৰেদি গৈ থকা, দেউতাকৰ লগত তৰ্ক লাগি মন বেয়া লগা সেই দেৱী প্ৰতিমা তাৰ শত্ৰু । কথাষাৰ ভাবি সি বৈ যায় ।

তেওঁ কাষলৈ আহে আৰু মৃগাংকমোহনক কয়—'মোৰ শৰীৰৰ ৰং দেখি দুখ নকৰিবা । গাটোত মই এনেয়ে ক'লা ৰং সানি লৈছিলো ।'

তেওঁ ক'লা ৰংবোৰ মচি পেলায় । ৰংবোৰ আঁতৰাই দিয়াত এগৰাকী চীনা তিৰোতাৰ দৰে গাৰ ৰং হালধীয়া দেখা যায় । এযোৰ সাধাৰণ

পোছাকে শৰীৰত অংগ-প্ৰত্যংগ কোনোমতে ঢাকি ৰাখে ।

সি সোধে--'তুমি আৰু একো নিপিন্ধা ?'

উত্তৰত পালে—'সকলোবোৰ নষ্ট হৈ গ'ল । চোৱাঁচোন, কৰ্কালৰ এই ফিটাডালহে বাকী ৰৈছেগৈ ।'

মৃগাংকমোহন তেওঁৰ ওচৰত ৰৈ থাকে ।

সি সোধে— 'তানবান, মই তোমাক সুনন্দা বুলি মাতিম ?'

তেওঁ প্ৰশ্নকৰে— 'কিয় ? তানবান এটা সুন্দৰ নাম । চীনা ভাষাৰ এই শব্দটিৰ অৰ্থ কি তুমি জানা ?'

সি কয়— 'তোমালোকৰ কোনো কথাৰ লগতেই মোৰ সম্পৰ্ক নাই । তুমি মোৰ শত্ৰু । শত্ৰুৰ লগত কোনো সম্পৰ্কই থাকিব নোৱাৰে । আন কি শত্ৰুৰ সৌন্দৰ্য্যৰো ।'

'কোনে তেনেকৈ কৈছে ?'

'আমাৰ ৰাষ্ট্ৰীয় নেতাই । তোমালোকৰ নেতাৰো সেই একেই কথা 'চাগে। তানবান কয়— 'ঠিকেই আছে ।'

'কিন্তু তোমাৰ নেতাই হওঁক বা আমাৰ নেতাই হওঁক—কোনোৱেই অমৰ নহয় । চোৱা, তেওঁলোকেও এই ধূলিৰ মাজত শেষ হৈ যায় ।'

তেওঁ তৰ্জনীৰে ইঙ্গিত দিলে । দিগন্ত বলয়ত লীন হয় । বলয় আঁতৰি যায় । পখিলা পাখিৰ সুকোমলতাৰে ভূমণ্ডল সোণালী ৰ'দৰ কিৰণত উদ্ভাসিত হৈ পৰে। ধূলি আহে । নগৰীয়া আৰু সাম্ৰাজ্যবাদৰ অহংকাৰৰ সেই ধূলি ।

'কিন্তু—' মৃগাংকমোহনে কয়, 'মই আৰু তুমি, আমি দুয়ো দুই শত্ৰুৰ অৱশিষ্ট সৈনিক । আমি যেন এই কথা নাপাহৰো ।'

তানবানে গাৰ পোছাক খুলি পেলায় । তাৰ সন্মুখত উলংগ হৈ ঠিয় দিয়ে । কয়, 'চোৱা ।'

সি কয়, 'তুমি সুন্দৰী ।'

তানবানে কয়— 'ওহোঁ, তেনেকৈ নহয় । তুমি মোৰ নাভি আৰু নাভিৰ তলৰ অংশ চোৱা ।'

শিলচটাত অনুভূত স্পন্দনৰ দৰেই তাৰ শৰীৰ এক আবেগত পুলকিত হয়।

'এৰা, চাব পাৰো ।' উত্তৰত সি কয় । তাত সামান্য ৰক্ত কণিকা জিলিকিছে ।

তেওঁ কলে—"বৰ্ষণ ঋতু, নতুন বৰ্ষা, মোৰ যন্ত্ৰণাই চকুলো বোৱাইছে।'

—'চকুলো ?'

'এৰা, এই বীভৎসতাৰ বিৰুদ্ধে'---তাই কয়।

সি কলে—'তুমি যুদ্ধৰ বিৰুদ্ধে কৈছা ? কিন্তু কিয় ?'

তেওঁ কয়---'তোমাক ক'ম। কিন্তু কথাষাৰে তোমাৰ দেশপ্ৰেম বিচলিত কৰে যদি ?"

'কোৱা।'

'তেনেহলে কওঁ শুনা। এই পৰাগমণিতেই মই মোৰ অকণমান শিশুটিক পাইছিলো। তোমাৰ অস্ত্ৰৰ আঘাততেই মোৰ চাৰিবছৰীয়া মৰমৰ 'চেন'ৰ মৃত্যু হয়। সি তাৰ কোমল হাত-ভৰিবোৰ মেলি ধৰে। তাৰ মৃত্যু-মুহূৰ্তৰ যন্ত্ৰণাৰ কথা আজিও মোৰ মনত আছে। সি কৈছিল, 'মা, মই বৰ কষ্ট পাইছো।'

তেওঁ কান্দিবলৈ ধৰিলে।

তেওঁ নিজৰ সন্তানৰ কথা পুনৰ কৈ গ'ল—'সি কৈছিল, 'মা, মই কষ্ট পাইছো'--কেৱল এই কেইটা শব্দতেই তাৰ গভীৰ যন্ত্ৰণা লুকাই আছিল। মোৰ দুখৰ কাৰণ ইয়াতকৈ আৰু বেছি কি থাকিব পাৰে ? মোৰ বাচাই মোৰ ফালেই হাত আগবঢ়াই দিছিল। মই কিন্তু চুব নোৱাৰিলো। মোৰ দেশপ্ৰেম আৰু কৰ্তব্যবোধে মোক বাধা দিলে, কাৰণ মই এই দেশৰ শেষ সৈনিক আছিলো। মোৰ 'চেন'--যি কেতিয়াও মোৰ লগ নেৰিছিল; সি আজি এই সংসাৰৰ পৰাই মোক এৰি গুচি গ'ল। তাৰ কথা আজি মই ভাবিবও নোখোজো।'

'তোমাৰ যদি এতিয়া মৃত্যু হয় তোমাৰ পৰাজয় হ'ব নহয় ?'

'এৰা'---

'কিন্তু তোমাৰ ৰাজ্য ক'ত ?'

তানবানে উত্তৰ দিলে, 'তোমাৰ বা মোৰ ৰাজ্য আজি নাই। আজি কাৰো ৰাজ্যই নাই। তোমাৰ আৰু মোৰ বাহিৰে কোনোৱেই জীয়াই নাথাকিব। কেৱল তুমি আৰু মই।'

ভাবাবেগত সি এনেদৰেই আত্ম-বিস্মৃত হৈ পৰিল যে অজ্ঞাতেই সি তাৰ সকলোবোৰ কাপোৰ-কানি খুলি পেলালে আৰু তাইৰ দৰেই নাঙঠ হৈ পৰিল। দুয়ো দুয়োৰে হাতত ধৰি সেই দৰেই আগবাঢ়িল। কেউফালে

নির্জন। কেৱল সিহঁত দুয়ো। সন্ধ্যা নামে, দূৰণিত দপ্‌দপাই জ্বলি উঠা লাভা। জীৱ-জন্তু, গছ-লতা সকলোবোৰ জ্বলি শেষ হোৱাৰ পিছত সিহঁত দুয়ো। সোণালী বৰণৰ ধূলি যেন পৰাগ।

মৃত্যুৰ এই অসীম বনত আমি অকলে।

মৃগাংকমোহনে তত্তালিকে নিজৰ কাহিনী বৰ্ণাই কয়—

'তানবান, মোৰ এজনী ছোৱালী আছিল। তাই তিনিবছৰীয়া আছিল। তাই সদায় মোৰ ওচৰত শুইছিল। নিশা মোৰ বিচনাৰ পৰা আন বিচনালৈ নিলে, ৰাতিপুৱা গমপোৱাৰ পিছত টোপনিৰ জালতে মোৰ ওচৰলৈ গুচি আহে আৰু মোলৈ লক্ষ্য কৰি চলচলীয়া চকুৰে ৰৈ থাকে। তাই টোপনিৰ জালতে হাঁহে—কান্দে। তাইৰ সেই কোমল কণ্ঠ মই এতিয়াও শুনো। তাইৰ নাম আছিল গীতা। এবাৰ ওচৰৰ মহিলা এগৰাকীয়ে সুধিছিল—'মা, তোমাৰ নাম 'সীতা' নহয় ?' সীতা নাম বুলি সোধাৰ কাৰণেই তাইৰ মুখ গোমোঠা হৈ পৰে। তাই কান্দি দিয়ে। তাইক সীতা বুলি মতাৰ কাৰণেই তাই গোটেই দিনটো কান্দিছিল। তাইক মই বুকুত আকোঁৱালি লওঁ। তাইৰ কান্দোন দেখি মই হাঁহি দিওঁ। মাজে মাজে সেই কথা মনত পেলায়ো হাহোঁ। কিন্তু মৃত্যুৰ সময়ত তাই কান্দি আছিল।'

তানবান মৃগাংকমোহনৰ একবাৰে ওচৰলৈ আহে।

সি তাইৰ বাহুত এখন হাত থয়।

তাই কয়—ওহোঁ, এনে নকৰিব।' তথাপি তাই তাৰ হাতখন আতঁৰাই নিদিয়ে বা সেই বন্ধনৰ পৰা মুক্ত হ'বলৈ চেষ্টা নকৰে।

তাই কয়—'মই তোমাৰ শত্রু।'

সি কয়— 'সূৰ্য্য অস্ত গৈছে!'

দুয়োৰে হাত একেলগ হয়। দুয়ো সন্ধিয়াৰ আকাশৰ মেঘৰ ৰং চায়। চাওঁতে চাওঁতে আকাশ ক'লা হৈ আহে। ক'লা আকাশত লাভাৰ পোহৰ প্রতিফলিত হয়। মৃত্যুৰ আশংকা ঘনীভূত হয়।

মনত পৰি তাই কয়— 'মোৰ চেন'

আন্ধাৰ গভীৰ হৈ অহাত তাইৰ ভয় লাগিছিল। দৌৰি আহি মোৰ আঁচলত ধৰিছিল। তথাপি মই তাইক চুব নোৱাৰিলো।'

তাই মুখখন ঘূৰাই লয়।

'তানবান, তুমি কান্দিছা?' একো নভবাকৈয়ে মৃগাংকমোহনে কৈ উঠিল আৰু ক'ব নোৱাৰাকৈয়ে তাৰ হাত এখন তাইৰ পিঠিত লাগে। ক'ব নোৱাৰাকৈয়ে হাতখনে তাইৰ বুকুৰ কোমল অংশ স্পৰ্শ কৰে।

'তানবান, তুমি নাকান্দিবা।'

মৃগাংকৰ কান্ধত তাই মূৰটো আওজাই দিয়ে। গৰম ওঁঠ দুটি হেঁচি ধৰে। তাৰ কান্ধত তপত চকুলো পৰে। সি তাইৰ চকুপানীখিনি মচি দিয়ে।

'তানবান, তোমাৰ এই বুকু ...।'

তাই লাহে লাহে কান্দিবলৈ এৰি দি তাৰ চকুলৈ চাই থাকে।

ক্ষমা প্ৰাৰ্থনাৰ সুৰত তাই কলে—'ময়ো কামনা কৰো মোৰ বুকুখন তোমাৰ পত্নীৰ বুকুৰ দৰেই ... যদি মন্দিৰত খোদিত মূৰ্তিৰ দৰে মোৰ শৰীৰটোও সুগঠিত হ'লহেঁতেন ...।'

'তেনেহলে কি হ'লহেঁতেন?' -- সি সুধিলে।

কেইমুহূৰ্তমান··· তানবান মৌন হৈ ৰ'ল। তাৰ পিছত কলে, 'তোমাক আনন্দ দিব পাৰিলোহেঁতেন।'

দুয়ো শিলখণ্ডৰ অন্য এটি দিশলৈ যায়।

সি সুধিলে, 'মই তোমাক স্পৰ্শ কৰোনে?'

তাই কলে, 'সুধিছা কিয়?'

উন্নত কপাল, কাজলসনা চকু, বুকু, নাভি আৰু উৰুপ্ৰদেশত সি পাৰেমানে চুমাখালে।

তাই কলে—'মৃগাংক, আন্ধাৰ হৈ আহিছে। মই দুৰ্বল হৈ পৰিছোঁ। মই মোৰ শৰীৰৰ সমস্ত অংগ-প্ৰত্যংগত......'

'তুমি ইমান বিহ্বল ন'হবা।' তাইক সি শান্ত কৰিবলৈকে সকলো চেষ্টা কৰে। সি গৰ্ভনিৰোধৰ চিন্তা কৰে।

তানবানে কয়, 'আন্ধাৰ হৈ আহিছে?'

হঠাতে তাই আন্ধাৰৰ বাবে লালায়িত হয়।

সি কয়, 'নক্ষত্ৰৰ মাজতো তুমি বৰ ধুনীয়া।'

তাই এটি শব্দ কৰে। তাৰ পিছত তাই চকুযুৰি মুদি দিয়ে। পুনৰ চকু মেলি তাৰ চকুলৈ চায়। তাইৰ সেই চাৱনিত শ্ৰদ্ধা আৰু সমৰ্পণ দুয়োটাই প্ৰকাশ পায়। সেই দৃষ্টিত এক ইতিহাসৰ সূচনা স্পষ্ট হয়।

'মই তোমাক আপোন কৰিব খোজো, জন্ম-জন্মান্তৰৰ বন্ধনেৰে— মই তোমাক গ্ৰহণ কৰিছোঁ ।'

সি তাইক সম্বোধন কৰে 'মৈথিলি !'

'প্ৰিয়, ক্ষণিক আবেগৰ বশৱৰ্তী হৈ মই যে কি কৰিছোঁ। মই তোমাৰ ওচৰত আঠু ললো ।'

তানবানে আঠু লয়। মৃগাংকমোহনে তাইক সাৱটি ধৰে।

যন্ত্ৰই সেই সময়তো তাৰ সৈতে কথা পাতি আছিল। যন্ত্ৰই মানৱ সমাজৰ শেষ সময়ৰ কথা মনত পেলাই দিয়ে। মৌ-মাখিয়ে মৌ খাবলৈ গৈ মৰণক আকোঁৱালি লোৱাৰ দৰেই মানুহৰ জীৱনেও মৃত্যুক আকোঁ-ৱালি ল'ব লগাত পৰে। সেই শিলাখণ্ডৰ ফালে লুকাই লুকাই আগবাঢ়োতে সিহঁতৰ চকুত সিপাৰৰ লাভাৰ স্ফুলিংগ পৰে ।

কোমল ঘাঁহনিৰ ওপৰত মৃগাংকমোহন আৰু তানবান দুয়ো শুই পৰে।

'ইয়াৰে প্ৰসাৰতা নাই জানো ?'— তাই কয়।

'ইয়াত ঘাঁহ গজে'—সি কয় ।

'ইয়াত ফুলো ফুলে নেকি ?'

সি কয়, 'ইয়াত আমাৰ কাৰণে তম্বু তৰা হৈছে।'

'কোনে ?'

'ঈশ্বৰে ।'

'কিয় ?'

মৃগাংকমোহনে তাইৰ সমস্ত শৰীৰত হাত বুলাই দি কয়— 'সৃষ্টিশক্তিক অব্যাহত ৰাখিবৰ বাবে ।'

আকাশত তৰাবোৰ জিলিকি উঠে ।

তানবানে কয়, 'তৰাবোৰৰো, নক্ষত্ৰবোৰৰো মৰণ আছে। প্ৰত্যেক খেলতেই যুদ্ধ আছে। এজনে আনজনক হত্যা কৰি অথবা আনৰ জীৱ-নৰ লগত নিজৰ জীৱন বিলীন কৰি দি জীৱনৰ গতি প্ৰবাহমান কৰি ৰাখে। সৰু ল'ৰা-ছোৱালীৰো এই নিষ্ঠুৰতা দেখা যায় ।'

তাই কাবৌ কৰি কলে—'মোক এইবোৰ কথা মনত পেলাই নিদিবা।'

সিহঁতি যেতিয়া সাৰ পালে তেতিয়া আকাশত সূৰ্য্য উঠিল ।

চীনা মহিলাগৰাকীয়ে তাক বুজালে আৰু কলে—'তুমি পলাই যোৱা, মাত্ৰ অলপ সময় দিছো ।'

মৃগাংকমোহনে দৌৰি গৈ তাৰ আত্মৰক্ষাৰ ঠাই পালেগৈ। তাতেই তাৰ অস্ত্ৰ-শস্ত্ৰবোৰ আছিল। তানবানো ডাঠ হাবিৰ মাজত লুকাই পৰিল। যুদ্ধ পুনৰ আৰম্ভ হোৱাৰ উপক্ৰম। ডবাখেলত হাৰি হতাশ হৈয়ো খেলি থকাৰ দৰেই সি যুদ্ধ কৰি থাকে। সময় পাৰ হৈ যোৱাত পুনৰ বগা পতাকা দেখুৱা হয়।

তৰাৰ মাজৰ পৰাই তেওঁ কলে—'সৃষ্টি পুনৰ চলি থাকিব।'

সি কয়, 'সৌ সীমাহীন সাগৰৰ পানীত উটি অহা বটগছৰ পাতত ভগৱান শুই থাকিব। সৃজন আৰু বিকাশ ঘটাব।'

তাই সোধে, 'এই নিষ্ঠুৰতা চলাই থাকিবলৈকে?'

সি কয়,—'এৰা, চিকাৰৰ বাবে অস্ত্ৰ সৃষ্টি কৰি থাকিবলৈকে?'

তানবানে কয়, 'ধৰ্মযুদ্ধৰ নামত জৈৱিক প্ৰতাৰণা কৰিবলৈ দিয়া নহ'ব।'

মৃগাংকমোহনৰ গাতে তানবানে আউজি দিয়ে। তাৰ শৰীৰৰ উত্তাপ তাইৰ গাত লাগে। তাৰ পিছত তাই কান্দি দিয়ে।

তাই কলে, 'সোণ, আমাৰ আজি একো নাই, অন্যথা আমি সৃষ্টি পৰম্পৰা অব্যাহত ৰাখিব পাৰিলোহেঁতেন। মোৰ আজি 'চেনলৈ' মনত পৰে। তুমিও 'সীতাক' মনত পেলোৱা।'

'পেলাওঁ, পেলাওঁ, মনত পেলাওঁ—তাইৰ সেই জন্ম দিন, কোমল হাত দুখনি, তাইৰ কান্দোন, ঠুনুক-ঠানাক মাত—সকলো মনত পৰে।' সি কয়।

'এই সকলোবোৰ নিষ্ঠুৰ'—তাই কয়।

'এৰা, কাৰোবাৰ দ্বাৰা আমি প্ৰতাৰিত। আমি ব্যৰ্থতাৰ এক জালত আবদ্ধ'—সি কয়।

'সোণ,' তাই কয়, 'মন দি শুনা, মই এতিয়া মোৰ দেশ বা যুদ্ধৰ কথা নাভাবো। সেই সকলোবোৰ নিৰৰ্থক। মই এতিয়া মোৰ ল'ৰাটোৰ বিষয়েহে চিন্তা কৰো। আমি এতিয়াই এইবিলাকৰ অন্ত পেলাব লাগে।'

'কিহৰ?'—সি সোধে।

'নিষ্ঠুৰতা আৰু অসত্যৰ'—তানবানে কয়।

সি অন্যমনস্কভাবে কয়, 'এৰা, অন্ত পেলাব লাগে।'

তানবান আৰু মৃগাংকমোহনৰ মনত নিজ নিজ সন্তানৰ ছবি ভাহি

উঠে। সিহঁতে খেলে, হাঁহে, ঠেহ পাতে, হাঁহিৰে মুখৰিত কৰে।

হঠাৎ তানবানে কাঁড়পাত মাৰি পঠিয়ায়। মৃগাংকমোহন বাগৰি পৰে। পুনৰ বিহ কাঁড় এপাত হাতত লৈ তাই নিজৰ বুকুত সুমুৱাই দিয়ে।

তাই কয় — 'বিদায়, সোণ, বিদায়।'

সি কয়—- 'বিদায়, মৈথিলি।'

বিষাক্ত কাঁড়ৰ আঘাতত সমস্ত শৰীৰ যন্ত্ৰণাত কাতৰ হৈ পৰে।

শিলাখণ্ডৰ ওপৰেদি এছাটি ধুমুহা বলে।

বহু যুগৰ পুৰণি কথা—-নিমখীয়া পানীৰ তৰঙ্গমালাত সৃষ্টি হোৱা ঢৌবোৰ ঠেকা খাই খাই প্ৰথম জীৱৰ সৃষ্টি হৈছিল। তাৰপাছত সেই জীৱই অন্য জীৱনক বিনাশ কৰি ডাঙৰ হয়। সুস্থ পৰিবৰ্তনৰ গতি যদিও ধীৰ, তথাপি সেই গতি প্ৰবাহিত থাকে।

ভুলৰ শুধৰণি হয়। শিলাখণ্ডই এই কথা বুজি পায়। ই সমাধিত লীন হৈ যায়।

ঃ—ঃ

# প্ৰভাতে প্ৰভাতে

তাক ষ্টেচনত নমাই থৈ, এটা দীঘল উঁকি মাৰি গাড়ীখনে ঘচ্ ঘচ্ শব্দেৰে উত্তৰ ফালে আগবাঢ়ে। গাড়ীখন চকুৰ আঁতৰ হৈ যায়। কিন্তু এৰি থৈ যোৱা ধোঁৱাবোৰ এতিয়াও চকুৰ আগত উৰি ফুৰে। ধোঁৱা-বোৰে পাক দি দি অক্টোপাছৰ দৰে গছৰ ওপৰত উৰি ফুৰে, ধোঁৱাবোৰ দেখি সি স্তব্ধ হৈ ৰৈ যায়। ক'লা ধোঁৱাবোৰ ৰং সলাই সলাই আকাশত মিলি যায়।

মানুহজনে প্লেটফৰ্মৰ ভীৰৰ মাজত অকলে ৰৈ থাকে। কেউফালে মাথোন অচিনাকী মুখ। কাকোৰেই সি চিনি নাপায়। কাৰো মাত-কথাৰ লগত তাৰ পৰিচয় নাই। এওঁলোক কোন? এওঁলোকনো ইয়ালৈ কিয় আহিছে? খাকী পোছাকবোৰ দেখি মনত প্ৰশ্ন হয়। হাতত সেউ-জীয়া ৰঙা ৰঙৰ পতাকা লৈ অফিচৰ ভিতৰলৈ সোমাই যোৱা ষ্টেচন মাষ্টৰজন দেখিও তাৰ মনত কৌতুহল হয়।

চকুত ব্যগ্ৰতা। হাতত এটা সৰু চুটকেছ্ লৈ সি এটি চুকত ঠিয় হৈ থাকে।

কিছু সময়ৰ পাছতে প্লেটফৰ্মখন জনপ্ৰাণীহীন হৈ পৰে। মাথো সি অকলে। গুচি যোৱা গাড়ীখনলৈ তাৰ মনত পৰে। দূৰ দূৰলৈকে পাৰি থোৱা ৰেলৰ চিৰিৰ মাজৰ টুকুৰা কাঠবোৰলৈ তাৰ চকু যায়। চিৰিৰ শেষবিন্দুৰ পৰা গাড়ীখন অদৃশ্য হৈ পৰে, আৰু দূৰৰ এক শূন্যত চিৰিকেইডালো নেদেখা হৈ পৰে। গাড়ীৰ পৰা ওলোৱা ধোঁৱাখিনিও এতিয়া আকাশৰ বুকুত শেষ হৈ গৈছে।

সি বৰ অকলশৰীয়া অনুভৱ কৰিলে। চাৰিওফালে নিস্তব্ধতা, বিশাল প্লেটফৰ্মখনত সি মাথো অকলে। প্লেটফৰ্মৰ মামৰে ধৰা লোৰ খুটা-বোৰ, আমগছৰ তলত থকা পকী বেঞ্চখনেৰে ষ্টেচনটো, ৰেলগাড়ীৰ ঘচ্ ঘচ্ শব্দত খন্তেকৰ বাবে প্ৰাণময় হৈ উঠিছিল। সৰু নগৰখনৰ বুকুৰ ৰেল ষ্টেচনটো, ওপৰত বিজুলী চাকিৰে পোহৰ কৰা আকাশখন

এই সকলোবোৰেই যেন এতিয়া ৰাতিৰ আন্ধাৰত শুই পৰিছে।

ওপৰত বিশাল আকাশ আৰু তলত পৃথিবী, মাথো অকলে সি।

ষ্টেচনতে তাক অকলে এৰি থৈ গুচি যোৱা ৰেলখনলৈ তাৰ আকৌ মনত পৰে। প্লেটফৰ্মতে বাকচটো থৈ সি তাৰ ওপৰতেই বহি পৰে। গাড়ীখনে যদি তাক আকৌ লৈ গ'লহেঁতেন। গাড়ীখনে কিন্তু তাৰ কথা নুশুনে। মাইলৰ পাছত মাইল ধৰি, পাছলৈ এবাৰো নোচোৱাকৈ, ই মাথোন আগবাঢ়ে।

"বোপা"

সি মুৰ দাঙি চায়—চুৰিয়া-পাঞ্জাবী পিন্ধা এজন বুঢ়া মানুহ।

"মোৰ নাম নানু নায়াৰ।"

নানু নায়াৰে নিজৰ চিনাকী দি তামোলৰ দাগ লগা দাঁতকেইটা উলিয়াই হাঁহি এটা মাৰে।

"তুমি নানু নায়াৰক চিনি নোপোৱা?"

সি বহাৰ পৰা ঠিয় হয়।

"নানু নায়াৰ? তেওঁক কোনে চিনি নেপায়!"

কিমান দিনৰ আগৰ পৰাই তেওঁৰ নাম শুনিছো। কিমানেই যে তেওঁৰ বিষয়ে মোক কৈছে। তেওঁক লগ পাবলৈ, তেওঁৰ সৈতে চিনাকী হবলৈ মোৰ খুউব ইচ্ছা আছিল।

আজি যেনিবা সেই সুবিধা পোৱা গৈছে।

নানু নায়াৰ এজন বৰ দয়ালু আৰু সহানুভূতিশীল লোক। এতিয়া আৰু মোৰ ভয় নাই। নানু নায়াৰেই মোৰ সহায় হ'ব।

নানু নায়াৰে সুধিলে "গাড়ী কেতিয়া আহি পালে?"

"অলপ সময় হ'ল।"

নানু নায়াৰৰ কথালৈ সি বৰ মন নিদিলে। মানুহজনলৈ মাথো ৰ' লাগি চাই থাকে। নায়াৰৰ ডিঙিটো বৰ শকত, মূৰৰ প্ৰায় চুলিয়েই বগা, ভৰিত ফটা-চিটা জোতা, এই দীৰ্ঘকায় মানুহজন ইমান খীণ!

নানু নায়াৰে নিজৰ গামোছাৰে ডিঙি-মুখ মচি ললে। গাৰ পাঞ্জাবীটোও ঘামত তিতি গাত লিপিট খাই ধৰিছে।

"তেতিয়া হলে ব'লা—"

সি মূৰটো জোকাৰি সন্মতি জনায়।

"বাকচটো মোক দিয়া—"

"নেলাগে, মোৰ হাততেই থাওক।"

"দিয়াছোন বোপা, এইফালে দিয়া।"

নানু নায়াৰে জোৰ কৰিয়েই বাকচটো তেওঁৰ হাতলৈ লয়। বাকচটো হাতলৈ লোৱাৰ লগে লগে তেওঁৰ দুৰ্বল হাতৰ শিৰ কেইডাল স্পষ্ট হৈ পৰে। নানু নায়াৰৰ হাতত যেন মাংস বুলিবলৈ নায়েই, কেৱল শিৰ কেইডালহে আছে।

"আহোতে আমনি লগা নাইতো ?"

"নাই, নাই লগা।" এৰা, সি গোটেই দিনটো শুয়েই আহিছিল।

"খোৱাবস্তু পাইছিলা ?"

কথা পাতি পাতি নানু নায়াৰে ষ্টেচনৰ বাহিৰলৈ আগবাঢ়ে। সিও নানু নায়াৰৰ পিছে পিছে খোজ লয়। বাহিৰত বৰ ভীৰ, শাৰী পাতি ঠিয় হৈ থকা মটৰগাড়ী, চাৰি-পাঁচখন ঘোঁৰাগাড়ী, আৰু এন্দুৰ পুৰি খোৱা কোঁকনিয়া লোকৰ জুম দেখা গৈছিল। ৰাস্তাৰ দাঁতিত ঠেঁপা-ঠেঁপিকৈ সজোৱা দোকানৰ শাৰী।

"খোজ কাঢ়িব নোৱাৰিবানে বোপা, বেছি দূৰতো নহয় ?"

"হয় খোজ কাঢ়িয়েই যাওঁ বলক।"

"খোজকাঢ়ি গলে ঠাইবোৰ ভালদৰে দেখিবলৈ পাম।" নানু নায়াৰে হাতৰ বাকচটো থৈ জেপৰ পৰা বিৰি এটা জ্বলায়। সি বিৰি আৰু তাৰ আগৰ আঙঠাটোৰ ফালে আচৰিত হৈ চাই থাকে। নানু নায়াৰৰ মুখ আৰু নাকৰ পৰা ওলোৱা ধোঁৱাবোৰ দেখি সি ভয়ো খায়; নানু নায়াৰে কিন্তু মিচিককৈ হাঁহি এটা মাৰি বাকচটো মাটিৰ পৰা তুলি লয়। বিৰিটো মুখৰ দুই ওঁঠৰ মাজত চেপি ধৰি নানু নায়াৰ আগবাঢ়ে। নিজৰ লগে লগে আগবাঢ়ি গৈ থকা ছাঁবোৰ দেখিও সি বৰ আচৰিত হয়।

"বোপা, অলপ বেগাই খোজ দিয়া, ৰ'দ বৰ চোকা হৈ আহিছে।" নানু নায়াৰে কলে।

সেই সময়তে তেওঁলোকৰ আগেদি এখন ঘোঁৰাগাড়ী পাৰ হৈ গ'ল। ঘোঁৰাটোৰ মুখেদি ফেন ওলাইছিল। ডিঙিৰ টিলিঙাটো টিলিংটিলিংকৈ বাজি গৈছিল। গাড়ীখন ওচৰ পোৱাত ঘোঁৰাটো দেখি সি সুধিলে... "সৌটো কি ?"

"ঘোঁৰা ।"

নানু নায়াৰে মুখৰ পৰা বিৰিটো নুগুচোৱাকৈয়ে উত্তৰ দিলে । গাড়ীখন যোৱাৰ পাছতো সি ঘোঁৰাটোৰ ফালেই চাই থাকে । গাড়ীখনৰ পাছফালৰ পৰা ঘোঁৰাটো নেদেখা হয় । গাড়ীৰ দুই চকাৰ মাজেৰে ঘোঁৰাটোৰ কেৱল ঠেংকেইটাহে দেখা যায়। ঘূৰি থকা চকাৰ মাজেৰে ঘোঁৰাটোৰ খোজবোৰেও তাল মিলাইছিল ।

"বলা বোপা !"

নানু নায়াৰে আগে আগে বাট দেখুৱায় গৈ থাকোঁতে ঘোঁৰাৰ বিষয়ে দুই-চাৰিটা কথা কয় । পুৰণি কালত ঘোঁৰাবোৰ বন্য জন্তু আছিল । ভোকত ঘাঁহ-বন, পিয়াহত পানী, আনকি যৌন-সম্ভোগো হাবিতেই হৈছিল। তেতিয়া হাবিত বাস কৰা মানুহৰ পূৰ্ব পুৰুষ বান্দৰবিলাকে ঘোঁৰা চিকাৰ কৰিছিল । কিন্তু পিছলৈ মানুহে ঘোৰাক জালত পেলাই জীয়াই জীয়াই ধৰি আনি পোহনীয়া কৰি খেতিৰ কামত লগায়। লাহে লাহে গাড়ীটনা, ঘোঁৰাৰ পিঠিত উঠি এঠাইৰ পৰা আন এঠাইলৈ যোৱাকে ধৰি যুদ্ধ কৰিবলৈকো লয়।

সেই সময়ত মানুহৰ প্ৰধান যান-বাহন হিচাপে একমাত্ৰ ঘোঁৰাই আছিল।

"ঘোঁৰাবোৰক মানুহে কেতিয়াৰ পৰা সম্পূৰ্ণৰূপে শাসন কৰিবলৈ ধৰিলে তুমি জানানে ?"

"নাই নাজানো।"

সি মূৰ জোকাৰে।

"যুদ্ধৰ সময়ত ঘোঁৰাৰ বৰ প্ৰয়োজন আছিল। যিখন দেশৰে ঘোঁৰাৰ সংখ্যা সৰহ আছিল সেইখন দেশেই আন এখন দেশক আক্ৰমণ কৰিব পাৰিছিল ।

কিন্তু এতিয়া ঘোঁৰাৰ ব্যৱহাৰ বহুত কমিছে। খেতিৰ কামৰ বাবে ট্ৰেক্টৰ ওলাইছে। মানুহৰ যান-বাহন হিচাপে নানা ধৰণৰ মটৰগাড়ী, হাৱাই জাহাজ, পানীজাহাজ, নাও আদি ওলাইছে। সেয়েহে ঘোঁৰাৰ সংখ্যাও কমি আহিছে। কিন্তু চাৰ্কাচ দেখুৱাই ফুৰা মানুহবোৰে এতিয়াও ঘোঁৰাক কামত লগায়।" ইমানকে কৈ নানু নায়াৰ মনে মনে ৰ'ল। হালধীয়া ৰঙৰ লেকাম লগোৱা ঘোঁৰাৰ সপোন দেখি তেওঁলোক আগবাঢ়ে। দুয়ো

গৈ এটি তিনিআলিৰ চুক পায়।

"ঘৰলৈ যোৱা বাট কোনটো, তুমি জানা?"

"উহু, নেজানো।" সি মূৰ জোকাৰে। সি একোকেই নেজানে। নিজৰ ঘৰলৈ যোৱা বাটৰ কথাও সি নাজানে। নানু নায়াৰে তাৰ ঘৰলৈ যোৱা বাটটোৰেদি খোজ লয়। বাটটো পকা বা বহল নাছিল। শিলগুটি দিয়া আৰু মাজে মাজে গাঁত থকা গাঁৱলীয়া বাট। বাটটোৰ কতো গাড়ীৰ চকাৰ চিন নাছিল। কিন্তু মানুহ আৰু জন্তুৰ খোজ ইফালে সিফালে পৰি থকা দেখা গৈছিল। চৰাইৰ খোজ কিছুমানো মাজে মাজে দেখা গৈছিল।

"এইবোৰ কুকুৰা বা কাউৰীৰ খোজ হ'ব।" তেওঁ বাকচটো অলপ সময়ৰ বাবে থৈ আকৌ এটা বিৰি জ্বলায়। সৰুবোৰ পোৱালীৰ আৰু ডাঙৰবোৰ ডাঙৰ গৰুৰ খোজ বুলি কৈ নানু নায়াৰে পুনৰ হাতত বাক-চটো লৈ আগবাঢ়ে। খোজবোৰ দেখি তাৰ মনত কৌতূহল জন্মে। নানু নায়াৰৰ সৈতে তাৰ খোজবোৰ সম্পূৰ্ণ বেলেগ।

নানু নায়াৰে কয়,-- "মই ভৰিত জোতা পিন্ধিছো, তোমাৰ ভৰিত জোতা নাই---" তেওঁলোক গৈ থাকে।

"এইজোপা কি গছ?"

বাটৰ দাঁতিৰ কঠাল গছজোপাৰ ফালে আঙুলিয়াই সি সোধে, মুখৰ পৰা বিৰিটো নুগুচোৱাকৈয়ে নানু নায়াৰে উত্তৰ দিয়ে ·

"এইজোপা কঠাল গছ।"

"কঠাল গছত কঠাল লাগে ঠিকেই, আম একা?"

"আম, আম গছত লাগে।"

"আম গছ কোনফালে আছে, নানু নায়াৰ?"

"দেখুৱাম ব'লা?"

খোজকাঢ়ি গৈ থাকোঁতে নানু নায়াৰৰ গোটেই গা ঘামত তিতি গৈছিল। গামোছাখনেৰে মুখ-হাত মচি ললে। কপালৰ ঘাম বৈ গৈছিল। ভাগৰত তেওঁ ফোপাবলৈ ধৰিলে।

"বাকচটো মোক দিয়া, নানু নায়াৰ।"

"নহয় বোপা," নানু নায়াৰৰ এইটো অভ্যাসেই হৈ পৰিছে। এই বুলি কৈ তেওঁ ৰঙামাটিৰ বাটটোৰে আগবাঢ়ি গৈ থাকে।

"নানু নায়াৰ।"

"কি হ'ল বোপা?"

"আম, কাঠগছ নে লতা?"

"কাঠগছ বোপা।"

"লতা কি তেনেহলে?"

"টিয়হ, কেৰেলা, জিকা আদি লতাজাতীয় গছ। ক'লা জালুকো লতা-গছতহে লাগে।"

"ক'লা জালুক আকৌ কি বস্তু?"

"ধৈৰ্য্য ধৰা বোপা, লাহে লাহে সকলো জানিবা।"

নানু নায়াৰৰ পিছে পিছে সি নীৰবে আগবাঢ়ি গৈ থাকে। তাৰ ধুতিৰ এটা মূৰ মাটিত লেটি লৈ গৈছিল। ঘামত গোটেই গা তিতি গৈছিল। তথাপি সি ভাগৰ অনুভৱ কৰা নাছিল। নানু নায়াৰে কিন্তু ভাগৰত ফোঁপাবলৈ ধৰিছিল।

"চোৱা, সৌ জোপা আমগছ।"

নানু নায়াৰে এজোপা আমগছলৈ আঙুলিয়াই দেখুৱায়। এজোপা প্ৰকাণ্ড আমগছ, আমৰ ভৰত ডালবোৰ ওলমি পৰিছিল। গছজোপাৰ ডাল এটাত সি কাউৰী এটা বহি থকা দেখিলে।

"নানু নায়াৰ।"

"সৌটো এটা কাউৰী। কাউৰী কেবা শ্ৰেণীৰো আছে—বলি কাক, যাম্পিলা কাক, আৰু সমুদ্ৰী কাক।"

"এইটো বলি কাক নহয় জানো?"

"নহয় বোপা, এইটো যাম্পিলা কাক।"

"যাম্পিলা কাক আৰু বলি কাক দুইবিধকে কেনেকৈ চিনিব পাৰিনো?"

"তেনেই সহজ বোপা, ..বলি কাক জাতত অলপ সৰু আৰু ডিঙিত অলপ বেলেগ ৰঙৰ নোম থাকে। এই জাতৰ কাউৰীৰ চোৰ স্বভাৱ আছে।"

গছজোপাৰ ডালত সি দেখা পোৱা কাউৰীটোও অলপ সৰু আৰু ডিঙিত তামবৰণৰ অলপ লোম আছিল।

"হয়, এইটো যাম্পিলা কাকেই।"

নানু নায়াৰেও শলাগি পথৰুৱা বাটটোৰ ফালে আগবাঢ়ে।

"চোৱা, সৌটো তোমাৰ ঘৰ।"

নানু নায়াৰে তাক এটি প্ৰকাণ্ড ঘৰলৈ অঙুলিয়াই দেখুৱায়। চোতা-

লত এজোপা তালগছ আৰু এখন বাঁহৰ জেওৰা আছিল। পথাৰখন পাৰ হৈয়ে ঘৰটোৰ পদুলি পায়। নানু নায়াৰে ঠেলামাৰি জপনাখন খোলে। ঘৰটোৰ বাৰন্দাতেই মানুহ কেইজনমান থিয় হৈ আছিল।

"সৌৱা আহিছে, মোৰ বাছা আহিছে।"

কাণত সোণৰ ফুল আৰু বগা কাপোৰ পিন্ধা মহিলা এগৰাকী চোতালৈলৈ দৌৰি ওলাই আহে আৰু তাক বুকুৰ মাজত সাবটি লয়। সি কিন্তু ভয় খায়। তাকে দেখি নানু নায়াৰে গহীনাই হাঁহি মাৰি কয়..."তোমাৰ মা, বোপা।"

সি মাকৰ বুকুৰ মাজত সোমাই পৰে। মাকৰ মুখৰ পৰা তামোলৰ গোন্ধ ওলাইছিল। সি এইবাৰ বাৰান্দালৈ যায়। নানু নায়াৰে প্ৰত্যেকৰে লগতে তাক চিনাকী কৰি দিয়ে।

"এয়া তোমাৰ দেউতা।"

দেউতাক কাপোৰৰ আৰামী চকি এখনত শুই আছিল। হৃষ্ট-পুষ্ট চেহেৰা, কাণত কুণ্ডল। দুৱাৰৰ পিছফালে ভয়লৰ শাৰী পিন্ধি থকা ছোৱালী এজনীলৈ আঙুলিয়াই নানু নানাৰে তাক সুধিলে..."সেয়া কোন তুমি চিনি পাইছানে?"

"উহু, নাই পোৱা।"

'চন্দ্ৰিকা, তোমাৰ পত্নী, বোপা।"

সি দুৱাৰৰ ওচৰলৈ গৈ তাইলৈ চায়। কপালত ফোঁটলৈ, শংখৰ দৰে ডিঙিটোৰে তাই দুৱাৰদলিত থিয় হৈ আছে। তাইৰ হাতৰ কোমল আঙুলীবোৰ সি মোহাৰি দিয়ে। লাজত তাইৰ গাল-মুখ ৰঙা পৰি যায়।

মাকে তাক কয়, "পানী থোৱাই আছে। গাটো ধুই আহ, বোপা। তেল-চাবোন আৰু গামোছাও গাধোৱা ঘৰতেই আছে.. ...।"

সি গাধোৱা ঘৰৰ পৰা ঘূৰি আহি দেখে যে টেবুলত খোৱাবস্তু সাজু হৈয়ে আছে।

"নানু নায়াৰ, আহা খাওঁ......।"

দেউতাক আৰু নানু নায়াৰে হাত ধোৱা দেখি সিও হাত ধুই কাঠ এখনত বহি আহাৰ খাবলৈ ধৰে।

খোৱাৰ সময়ত নানু নায়ৰে তাক সোধে......"সকলোৰে সৈতে তোমাৰ

চিনাকী হ'ল, নহয় জানো ?"

সি মূৰ দুপিয়াই শলাগে। খোৱাৰ পাছত দেউতাক আৰু নানু নায়াৰে তামোল-চালি খাই কথা পাতে। সি বাৰান্দাৰ খুটা এটাত মূৰটো থৈ আকাশ আৰু গছ-গছনিৰ সৌন্দৰ্য্য উপভোগ কৰে। সেউজীয়া ৰঙৰ গছ আৰু নীলা আকাশ, তাৰ মাজেৰেই যেন সি সকলো কথা বুজি পাইছিল। সি যেন জ্ঞানৰ পোহৰ পালে।

মাকে সোধে......"তিনি-চাৰিদিন বাট-কুৰি বাই আহি চাগে, ভাগৰ লাগিছে, নহয়নে ?"

দেউতাকে কয়··"অকণমান শুই ল, বোপাই।"

সি চিৰিৰে ওপৰলৈ উঠি নিজৰ কোঠালৈ যায়। খিৰিকিৰ ওচৰতে তাৰ পত্নী তলমূৰ কৰি বৈ আছিল। বতাহত তাইৰ কপালৰ আগৰ চুলিবোৰ বিশৃঙ্খল হৈ পৰিছিল।

সি তাইৰ ওচৰলৈ গৈ দুয়োহাতেৰে মুখখন তুলি ধৰে। তাইৰ কাজল-সনা চকুযুৰি যেন সেমেকি আছিল।

চন্দ্ৰিকাই কান্দিছে নেকি ?

সি অকণমান হাঁহি দিয়ে আৰু দুয়ো চকীত বহি পৰে। সি তাইৰ হাত এখন নিজৰ কোলাত লৈ তাইৰ হাতৰ প্লাষ্টিকৰ চুৰিবোৰ এক-দুইকৈ লেখিবলৈ ধৰে। তাইৰ কপাল আৰু চুলিবোৰত হাত বুলায়···। সেই তৰুণীৰ ডিঙিত সাৱটি সি শুই পৰে। তাৰ সোঁহাতখন তাইৰ বুকুৰ মাজত বৈ যায়।

কিছু সময়ৰ পাছত সি সাৰ পাই দেখে যে সন্ধ্যা লাগিছে। সি বহাৰ পৰা থিয় হয়। হঠাত তাৰ মনত পৰে, সি যে নানু নায়াৰৰ পৰা সকলো কথা বুজি ললে—এটা কথা কিন্তু তাৰ সোধা নহ'ল। সেইটোৱেই আটাইতকৈ মূৰ্খামীৰ কথা হ'ব। "মই কোন... এইটো কথা যে মই নুসুধিলো। সক-লোৰে পৰিচয় ললো। নামো সুধিলো, কিন্তু মোৰ নিজৰ নামটো নুসুধিলো। সচাঁকৈ মই একেবাৰে বুৰ্বক। নানু নায়াৰকে সোধাটো উচিত হ'ব।" এই বুলি সি চিৰিৰে তললৈ নামি আহে।

"দেউতা, নানু নায়াৰ ক'ত আছে ?"

"সেয়া বাহিৰলৈ গৈছে।"

সি জপনাখনৰ ফালে দৌৰি যায়। বাটলৈ ওলাই দেখে যে নানু নায়াৰ

ইতিমধ্যে গ'লগৈ, বহুদূৰ পালেগৈ। তথাপি সি চিঞৰিলে......

"নানু নায়াৰ।"

সি ৰিঙিয়ায়। কিন্তু নানু নায়াৰে নুশুনে। সি সকলো শক্তি প্ৰয়োগ কৰি চিঞৰি সোধে······

"মই কোন? মোৰ নাম কি···?" নানু নায়াৰে কিন্তু নুশুনে। তেওঁ এবাৰো উভতি নেচায়। সন্ধ্যাৰ এন্ধাৰ আৰু পোহৰৰ মাজত নানু নায়াৰ দূৰত অদৃশ্য হৈ যায়!

০-০

# ষষ্ঠ জৰ্জৰ আদালত

পেনাংগৰ পৰা এখন টেলিগ্ৰাম পালো--"মটতিৱাম চিৰিয়াছ, তৎক্ষণাত আহা।" মৃত্যুশয্যাত পৰি থকা ৰোগীৰ বেলিকাহে এনে টেলিগ্ৰাম কৰা হয়... টান বেমাৰ।

মটতিৱাম গুচি গ'লগৈ। মৰিল। মৰিবলৈ দিয়া। মানুহৰ মৃত্যু হয়েই। অসাধুজন একেবাৰে মৰে, সাধুজন উভতি আহে। সাধু আৰু অসাধুৰ মাজত এয়ে পাৰ্থক্য।

উভতি অহাৰ সংখ্যা কম; কাৰণ এই সংসাৰত সাধুজনৰ সংখ্যা বৰ বিৰল। উভতি অহাজনক মোক্ষপ্ৰাপ্ত আখ্যা দিয়া হয়।

এনে ক্ষেত্ৰত বগাপৰা চুলি ক'লা হয়। টপা মূৰত চুলি গজিবলৈ ধৰে। সোতোৰা-সোতোৰ ছাল পুৰঠ হয়, স্বাস্থ্য আহে। কণ্ঠস্বৰ গম্ভীৰ হয়। আৰু দাঁত সৰে। চুলি সৰে—এনেদৰে এটাৰ পাচত এটাকৈ স্তৰত উপনীত হৈ পুনৰ প্ৰথম স্তৰৰ লক্ষণ ফুটি উঠে, মনত পৰে 'কলৰী'ত (পুৰণি কালত কেবেলাৰ গাওঁ অঞ্চলত শাস্ত্ৰ আৰু শাস্ত্ৰসম্বন্ধীয় বিদ্যা শিকোৱা পাঠশালা) শিকাৰ, তালপাতত লেখাৰ দিনবোৰৰ স্মৃতি মনলৈ আহে। পুনৰ বিদ্যাৰম্ভ আৰু অন্নপ্ৰাশন। দিন গৈ থাকে। আঠুকাঢ়ি চুচৰিব লগা হয়.. যেন সেই শিশু। তাৰ পিচত যি বাটেদি আহিছিল সেই বাটেদি উভতি যায়।

উভতি পুনৰ মাতৃগৰ্ভলৈ।

ইয়াৰ পিচত ওভোটাকৈ গণনাক্ৰম আৰম্ভ হয়। এমাহ, দুমাহ ...কিছুমান খাদ্যৰ প্ৰতি ৰুচি নোহোৱা হয়, বমি হয়···, মাতৃৰ শৰীৰত বহু প্ৰতিক্ৰিয়া পৰিলক্ষিত হয়।

ৰক্তবিন্দু ৰক্তবীজ হৈ অহাৰ কি প্ৰক্ৰিয়া!

কিন্তু···তাৰবাবে মাতৃ ক'ত?

ক'ত মাতৃ? পিতৃ ক'ত? পূৰ্ব পৰিচয় ক'ত?

উভতি যোৱাৰ দুৱাৰ খোল খায়। চিকৃমিকাই থকা তামৰ হুক লগোৱা দুৱাৰ!

যুগৰ পৰিচয় ৰাখি সি উভতি যায়। কোল্লম (দক্ষিণ কেৰেলাৰ এখন প্ৰধান চহৰ। ৮২৫ খৃষ্টাব্দত মালয়ালম বছৰৰ গণনা ইয়াতে আৰম্ভ হয়) চহৰত প্ৰথম বছৰৰ গণনা। ৰোমত ক্ৰুছবিদ্ধ যীশু।

তাৰ পিছত এনে এক যাত্ৰা ... য'ত বছৰৰ কোনো হিচাপ নাথাকে। অতীত অৱতাৰৰ বিভিন্ন স্তৰ পুনৰ আৰম্ভ হয়... বৰাহৰ পৰা কুৰ্ম, কুৰ্মৰ পৰা মৎস্য; মৎস্যৰ পৰা মোক্ষ।

সংহাৰ আৰু স্থিতিৰ পৰা দৃষ্টিলৈ। সৃষ্টি আৰু সংহাৰ এক হৈ স্থিতি।

অসাধু মৰি যায়..। শিয়ালে মৃত জন্তুৰ হাড়, নাড়ী, ভুৰু, টানি-আজুৰি যেনেদৰে খায়...দুষ্টজনৰো শেষ দশা তেনেই হয়।

জীৱদেহৰ নাড়ী, ভুৰু, পাকস্থলী ---জীয়াই থকাৰ বাবে।

মাইকী গৰুৱে পোৱালী দিয়াৰ পাছত গৰ্ভৰ পৰা ওলোৱা নাড়ী (ফুল) নিজেই খায়। সেয়া মাতৃৰ গৰ্ভ ৰক্ষাৰ বাবে প্ৰকৃতিয়ে দিয়া ৰক্ষাকবচ।

মেকুৰীয়ে নিজৰ ক্ষুধা নিবাৰণৰ বাবে পোৱালীকে খাই পেলায়। কেঁকোৰা পোৱালীয়ে নিজৰ জীৱনৰ বাবে মাকক‌ে খুলি খুলি খায়।

কিন্তু টেঙৰ মানুহে চতুৰালিৰ গুণত চুৰ কৰি খায়।

চুৰ কৰি খোৱাজনেই অসৎ, দুষ্টপ্ৰকৃতিৰ।

মটত্তিৰামো তেনে এজন দুষ্টপ্ৰকৃতিৰ লোক।

শিৱৰাত্ৰিৰ নিশা পলসুৱা পথাৰত সি মোক আগচি ধৰি টকা দুটা লৈ যায়। চাহ একাপৰ বাবে মই যেতিয়া তাক মাত্ৰ দু অনা পইচা ওভোটাই দিবলৈ কওঁ, সি মোৰ হাতখনত ধৰি মুচৰি দিয়ে। আঙুলিবোৰ ভাঙি যাবৰ উপক্ৰম হৈছিল।

তাক মাৰি পেলাব লাগে। সকলো দুষ্টকেই মাৰি পেলাব লাগে।

ভাল মানুহ জীয়াই থাকে। জীৱনৰ পৰা গুচি গলেও তেওঁলোক উভতি আহে।

আকাশৰ পৰা দেৱতা পৃথিবীলৈ নামি আহে। জীৱৰ লগত সম্ভোগ কৰে। ফলস্বৰূপে সাধুলোকৰ জন্ম হয়—চুৰি-ডকাইতি নকৰা সৎজনৰ।

মৃগস্পতি মহৰ্ষিৰ জন্মও এনেৰূপে হৈছিল। মহৰ্ষিৰ তপোবনৰ পবিত্ৰতা

নষ্ট কৰা সেই মটত্তিৰাম নামৰ অসুৰটোকো শাপ দি ভস্ম কৰি দিছিল। ফলত যি ঠাইত সেই ভস্ম পৰিছে তাতেই 'চেহদ,' 'ববুল' আদি কাঁই-টীয়া গছৰ উৎপত্তি হৈছে। ভীষণ তিতা সেই গছৰ পাত আৰু বিহ যেন ফল। যেন সাপেখোটা মধুৰীআমহে।

'চেহ্দ' জাতীয় গছৰ গাখীৰ উলিয়াবলৈ এনে যাদুৰ আৱশ্যক হয়, যি যাদুৰ বলত ৰান্ধি থকা কুকুৰাটো উৰি যাব পাৰে। কিন্তু সেয়া বেয়া কাম।

ক'লা মেকুৰীৰ লাওখোলা তুলসী-তলত পোতা হয়, তাৰ পাচত ওপৰত এখন তক্তাৰে ঢাকি গজাল মাৰি দিয়া হয়।

তাৰ পিছত দেখিবা, সি কেনেদৰে লৰচৰ কৰিবলৈ ধৰে! ভূত।

এনেকৰাৰ পিছত সি বাৰু মোক পালে মোৰ চুৰিয়াখন সোলোকাই নেপেলাবনে?

ইয়াৰ পিছত সি মোৰ গালৈ কেনেকৈ শিলগুটি দলিয়াব? তাৰ হাত-দুখন যে তক্তাৰ লগত গজাল মাৰি থোৱা আছে।

লৰচৰ কৰিলেই যন্ত্ৰণা পাব। নীলাৰঙৰ তেজ ওলাব। দুষ্টৰ তেজ নীলাই হয়। সিহঁতৰ ধমনীৰ পৰা, হাওঁফাওঁৰ পৰা যি তেজৰ সঞ্চাৰ হয়, সি অশুদ্ধ হয়।

লাঠি এডালৰ দুই মূৰত দুটি কুকুৰৰ মূৰ।

লাঠিডাল সাপলৈ ৰূপান্তৰিত হয়। কুকুৰ বলিয়া হয়। বলিয়া কুকুৰৰ মূৰেৰে সাপ! বলিয়া সাপ। সেই সাপে তাৰ মূৰত দংশন কৰিব।

জাহাঙ্গীৰ বাদশ্বাহৰ দৰেই ন্যায়-বিচাৰ কৰি তাক শাস্তি দিব।

যেয়েই নহওঁক লাগিলে, অপৰাধীয়ে শাস্তি ভোগ কৰিবই।

মেহেৰুন্নিছা বেগমেই হওঁক বা মটত্তিৰামেই হওঁক—অপৰাধী সাৰি যাব নোৱাৰে।

মেজিষ্ট্ৰেটৰ আদালতৰ পৰা চেচন জাজৰ ওচৰত মোকৰ্দমা তৰা হয়। ন্যায়ালয়ত ফাঁচীৰ আদেশ হয়। উচ্চ ন্যায়ালয়ে পুনৰ্বিচাৰৰ আবেদন নাকচ কৰে। ফাঁচীৰ আগে আগে শেষ ভোজন। অপৰাধীৰ বাবে বাৰ নম্বৰ ৰছি!

পেনাংগৰ পৰা আক' টেলিগ্ৰাম। "দহা আদি হৈ গ'ল। এতিয়া আহিব নালাগে"। আহিব নলগাৰ জাননী আগতেই দিয়া হয়।

বিদেশত মৰিলে মোক্ষ লাভ নহয়। সেই মৃত্যুৰ বাবে পিতৃ-পিতামহেও পিণ্ড নাপায়। সেই পিণ্ডৰ চাউল কাউৰীয়ে স্পৰ্শ কৰে। কাক অসুৰৰ পিতামহ। মাইকী কাউৰী মানুহৰ। দেৱতাৰ পিতামহ কুলিচৰাই।

কিন্তু মটত্তিৰামৰ পিতামহ ঢোৰা কাউৰী আৰু সি অসুৰ। দেৱাসুৰৰ যুদ্ধ চলে। দেৱলোকৰ পৰা টেলিগ্ৰাম আহে-“মটত্তিৰাম, সোনকালে শুচি আহা। অসুৰৰ সৈতে লগ হৈ যুদ্ধ কৰিব লাগে।” আদেশ মঞ্জুৰ হয়। তুমুল সংগ্ৰামত অসুৰৰ পৰাজয়। মহাবিষ্ণুৰ সুদৰ্শন চক্ৰই দেৱতা-সকলক ৰক্ষা কৰে। শৰীৰৰ অংশবিশেষ আকাশৰ পৰা মাটিত পৰে। মুণ্ডহীন শৰীৰ।

এইটো কাৰ মূৰ ? এয়াতো মটত্তিৰামৰ হাত। আৰু এয়া চুৰিবিদ্ধ বুকুৰে মটত্তিৰামেই।

কুষ্ঠ ৰোগবিশিষ্ট এয়া কাৰ কৰ্কাল ? কাৰ এয়া লোমযুক্ত কাণ ? এয়াও তাৰেই।

মা, তুমি কান্দিছা কিয় ? তোমাৰ গৰ্ভৰ পৰা অসুৰৰ জন্ম হৈছিল। সিহঁত অভিশপ্ত। অসুৰৰ দ্বাৰা শোষিত তোমাৰ স্তন, চুম্বিত ওঁঠ, অসুৰক দেখি পুলকিত হোৱা তোমাৰ শৰীৰ। এই সকলোবোৰ অভিশাপ। তুমি অভিশাপৰ পৰা মুক্তি পাবলৈ প্ৰাৰ্থনা কৰা, বৰ বিচৰা মুক্তি-প্ৰাপ্তিৰ বাবে।

মটত্তিৰাম। তয়েই মোক বন্দী কৰিলি। চাবুকেৰে কোবালি। চোৰাত পাতেৰে কোবাই তাত পানী ঢালি অসহ্য যন্ত্ৰণা দিলি। মোৰ সমস্ত উৰু আৰু পিঠিত কোবৰ দাগ। মোৰ চকু দুটাও তই এৰি নিদিলি।

তই মোক ভোকত ৰাখিলি। পিয়াহত পানীৰ ঠাইত মোৰ মুখত নিমখ ঢালিলি—সৈন্ধৱ লোণ।

বলিয়ালিৰ ঔষধ— পিয়াহত নিমখ !

লবণো এবিধ ঔষধেই। তই মোৰ মুখত অকল নিমখ দিয়েই এৰা নাছিলি। তাৰ লগত গন্ধকো সুমুৱাই দিছিলি।

য'খাৰ আৰু গন্ধক। য'খাৰ, গন্ধক আৰু ছাঁই একেলগ কৰিলে তাত এবিধ ঔষধ হয়—তই জান ? ভণ্ড। তই সেই দৰবেই মোক দিছিলি। তাৰেই তই মোক দাঁত ঘঁহিবলৈ দিছিলি।

সেই দিনাৰ পৰাই মই দাঁত ঘঁহিবলৈ এৰি দিওঁ।

বসন্ত ৰোগৰ ছিটা দিয়া জনৰ বেশেৰে তই মোক বিচাৰি ফুৰ। কিন্তু তোৰ চিৰিঞ্জত বসন্তৰ কীট নাশক দৰব নাছিল। বৰং সেইৰোগৰ জীৱাণুহে আছিল।

নাৰদ মহৰ্ষিৰ সম্মুখত 'লাটগুৰু'। তাতেই এইবিলাকৰ সূচনা। তাৰ দ্বাৰাই মই প্ৰভাৱান্বিত আৰু সেই দিন ধৰি ময়ো মন্দিৰৰ পূজাৰী। কিন্তু দুষ্ট ব্ৰহ্মাণসকলে তাত মোক থাকিবলৈ নিদিয়ে। তেওঁলোকে মোক তাৰ পৰা উলিয়াই পঠিয়ায়। কেৱল উলিয়াই দিয়াই নহয়, পকা ভেটিৰে বন্ধোৱা প্ৰকাণ্ড বট গছৰ জোপাত মোক বান্ধিও থয়। এই জোপা বট গছতেই 'অহোৰনংপুতিৰি মঠ পদ্মনাথ' নামৰ মদমত্ত হাতীটোক বান্ধি ৰাখিছিল। তাতে মোকো বান্ধি ৰাখে।

ৰ'দ-বৰষুণৰ বাবে মোৰ শৰীৰত মলিয়ে ধৰে। উঁয়ে ভৰিৰ তলুৱা খাই পেলায়। আঙুলিৰ আগবোৰ ফুলি উঠে। সৰ্বাংগ জঠৰ হৈ পৰে, হাতবোৰ শুকাই যায়। গছৰ পাত সৰে, ন ন পাত ওলায়, সেউজীয়া ৰঙৰ কুঁহিপাত ওলায়। পকি হালধীয়া ৰং ধৰে, বসন্তত ফুল ফুলে, পখিলাই ফুলৰ ৰেণু বিচৰাৰ দৰে মোৰ ওপৰত পৰে, মোক ভাকুট-কুটাই যায়, উৰি যোৱা চৰাইবোৰ মোৰ গাৰ ওপৰত গছৰ ডালত বহাদি বহে, মই ধন্য হওঁ।

বিনামূলীয়াকৈ ভোজনী পোৱা, ভোজনালয় পতা ব্ৰাহ্মণে সেই গছৰ ডাল কাটি পেলায়। প্ৰথমে সেই গছজোপাত তুমিয়েই কুঠাৰ মাৰা, তোমাৰ কুঠাৰে কিন্তু কোনো দাগ পেলাব নোৱাৰে।

কোনে উময়ম্মা[১] ৰাণী'ৰ আঠোটি সন্তানক 'কুলিয়াপ্পন[২] কুলং' নামৰ পুখুৰীত ডুবাই মাৰিছে?

মটতিৰামে।

আয়লিং তিৰুনাল মহাৰাজক শ্ৰীপদ্মনাভ স্বামীৰ মন্দিৰৰ 'ভোগ' নৈবেদ্যত কোনে বিষ মিহলাই দিছিল?

মটতিৰাম, তয়েই নেকি?

কোনে বাণপল্লি কুণিক্কাৰৰ বিৰাট খেতিপথাৰখন দান হিচাপে পোৱাৰ পিছত বন্ধ কৰি ৰাখে। মই সুধিছোঁ, কোনে?

---

১ উময়ম্মা—তিৰুবাঙ্কুৰ ৰাজ্যৰ ৰাণী।

২ কুলিয়াপ্পন কুলং—এটি পুখুৰীৰ নাম।

মটণ্ডিৰাম ।

ব্ৰাহ্মণক চলনা কৰা মানে ব্ৰহ্মহত্যা কৰা। দেৱতাক চলনা কৰাও দেৱ-হত্যাৰ নিচিনা। গতিকে তেনে কৰ্মৰ পিছত ইহলোক আৰু পৰলোক দুয়ো লোকতেই শান্তি নাপাবি।

পলাশ গছৰ তলত, গণকৰ অধীনত সোতৰজন দেৱতা আছে। তেওঁ-লোকে দোষৰ বিচাৰ লয়। গতিকে সেই পলাশ গছৰ গণকৰ সৈতে খেলা কৰা মানে জুইৰ লগত খেলা কৰা। তই পলাশৰ তলত থকা গণককো বশ কৰি মোক বলিয়া কৰিব খুজিছিলি নহয় ? শবৰী গিৰিৰ দেৱতাৰ প্ৰসাদৰ ঠাইত মোৰ ওচৰলৈ পঠিয়াই দিছিল বিহ। যেতিয়া মই সেইখিনি খাব খুজিছিলো—তেতিয়া জেঠিয়ে তিনিবাৰ টিক্‌টিকাই কৈছিল...... নেখাবি, নেখাবি, বিহহে, প্ৰসাদ নহয় ।

সেই প্ৰসাদ মই নাখালো ।

তেতিয়া সেই দেৱতা আছে । কিন্তু লগে লগে পেৰকাম্পনি কুঞ্জন চোট্টা-নিক্কাৰ ধেবী মন্দিৰলৈ গৈ ভোজনালয়ত বহে আৰু ৰঙা ফুল আৰু তুলসীৰ নিৰ্মালি লয় । দেৱতা শুচি যায় । দেৱতাক বুজাই দিয়ে যে পেৰকাম্পনি কুঞ্জনৰ সৰ্বনাশ ইমান সহজে কৰিব নোৱাৰি । গণকে পুনৰ ভোজ দিয়ে ।

দোষীৰ দেৱতা দিনত আৰু যক্ষসকল নিশা নাক বজাই শুই থাকে। পলাশ গছৰ তলত এই যক্ষসকলক গণকসকলে ৰক্ষী হিচাপে ৰাখিছে। এই যক্ষসকলে নিশা জুনুকা বজাই আছে । ইহঁতৰ সংখ্যা এটা-দুটা নহয় ·· বহুতো। মন্দিৰৰ পুখুৰী তিৰুবাতিৰাত্[১] গা ধোৱে আৰু চকুৰে ইঙ্গিত দি যায় । মানুহেই কেৱল চুৰিয়াখনকে লৈ সিহঁতৰ পিছে পিছে যায়। কিন্তু কলৈ যায় ? ৰাজমহলৰ অন্তেষপুৰলৈ ? কাৰ অন্তেষপুৰলৈ ? আকবৰ বাদচাহৰ অন্তেষপুৰলৈ নেকি ? নহয়--পলাশৰ তলত থকা গণকৰ অন্তেষ-পুৰলৈ। সিফালে গীতা গোবিন্দ। এই যক্ষবোৰে মানুহক সাৱটি ধৰি আলিঙ্গন কৰোতে তেওঁৰ ডিঙিৰ সোণৰ অলংকাৰ ছিঙি লয়। চুমাৰ চলেৰে জিভাৰ মুখত লগোৱা সোণৰ দাঁত উভালি আনে, তেজ শুহি লয় আৰু ৰক্তহীন কৰি চকুত ক'লা কাপোৰ বান্ধি খেতিপথাৰৰ মাজত এৰি দিয়ে। আৰু তাতেই জৰাই কৰা কুকুৰা চৰায়ে চট্‌ফটাই মৃত্যুবৰণ কৰাৰ দৰেই মৃত্যুবৰণ কৰে।

---

[১] তিৰুবাতিৰা—কেৰেলাৰ এটি উৎসৱ, বিশেষকৈ মহিলাসকলৰ বাবে।

যিদিনাই তুমি পলাশ গছৰ তলত গণক দেৱতাক বন্দী কৰিলা সেইদিনাৰপৰা মই শুবলৈকে এৰি দিলো। মই ঠিক কৰি লৈছো যে নিশা শোৱাটো বেয়া হ'ব। চকু মুদ খালেই সকলো নষ্ট হৈ যায়। নিশাটো এটা ভুৱা। ছল, প্ৰবঞ্চনাৰে ভৰা।

বেশ কৰি কৰি ঘূৰি ফুৰা যখিনী ভীষণ চয়তান, মোৰ আৰু শিশুৰ বাবে প্ৰেত। সিহঁত পুলিচ। চোৰ।

কোনে যে কি কৰে।

সিহঁতৰ ভিতৰত বনবাসলৈ ওলোৱা পাণ্ডবসকল। কীচকৰ ৰাজমহলত থকা ভীমসেন। কাৰ ঘৰত কেতিয়া জুই লাগিব কোনেও নাজানে। মন্দিৰত লাখ লাখ মূল্যৰ সম্পদ।

কিন্তু লাখ লাখ ঘৰ জ্বলি শেষ হলেও দেৱতাৰ একো লোকচান নহয়। পেৰয়কাম্পল্লি কুঞ্জনৰ কোনেও লোকচান কৰিব নোৱাৰে।

নতুন নতুন পূজাৰী আহে আৰু যায়। মন্দিৰত মালা বেচি ফুৰা মহিলাসকল নজনাকৈয়ে বুঢ়ী হৈ যায়। শংখ, ঘণ্টা বজোৱাসকলো তেনেদৰে আহে আৰু যায়। মন্দিৰত কৰ্মকৰ্তাৰ সলনি হৈ থাকে। সম্পত্তিৰ বাবে ব্ৰাহ্মণসকলৰ মাজত কন্দল লাগে। কত্তিকাট্টুৰ সম্পত্তি কাৰ নামত আছে। এইবোৰৰ সিদ্ধান্তৰ বাবে আদালতৰ ওচৰ চাপে। শিৱৰাত্ৰিৰ নিশা বিচাৰৰ শুনানী হয়।

দেৱত্ব কাৰো নামতেই নাই। দেৱতাৰ নামতহে আছে। দেৱতা পৰিৱৰ্তনশীল নহয়।

পেৰয়াম্পল্লি কুঞ্জনৰো পৰিৱৰ্তন নহয়। কুত্তিকাট্টুই দেৱত্ব, পেৰয়কা-ম্পল্লি কুঞ্জনে শূদ্ৰত্ব পায়।

কিন্তু কুঞ্জনে শুব নালাগে। চকু মুদিবই নালাগে। কুকুৰাৰ তেজ খাবৰ কাৰণে পিশাচবোৰ বাগিচাৰ মাজত লুকাই থাকে। সাপ আৰু পিশাচে কুকুৰাৰ তেজ ভাল পায়।

সৰ্প পূজা অবাধ গতিত চলি থাকিব লাগে। বন্ধৰ দিনত চৰকাৰী কৰ্মচাৰীসকলে সাপৰ উপৰিও বিচা, কেৰ্কেটুৱা আদিকো পূজা কৰিব লাগে। যখিনী আৰু চোৰৰ ৰক্ষাৰ্থে সাপ পূজাৰ আৱশ্যক। সাপৰ বাবে কুকুৰাৰ তেজ বৰ প্ৰয়োজনীয়। কাল নাগ, তক্ষক নাগ, বাসুকী নাগকে ধৰি সকলো সাপৰে পূজা কৰিব লাগে।

সাপৰ দেৱতা হ'ল 'পাপুমেয়ক্কাট' মঠৰ নংপুতিৰি। পাপুমেয়ক্কাট মঠৰ পৰা দুডাল সাপ এটি পাত্ৰত ভৰাই বিল এখনত প্ৰতিষ্ঠা কৰে। তাতে সাপক গাখীৰ খুৱাই পূজা কৰে। গৰু, ম'হ, ছাগলীৰ গাখীৰ যথেষ্ট পৰিমাণে খাবলৈ দিয়ে।

"বিহ সোণৰ পাত্ৰত থলেও অমৃত হ'ব নোৱাৰে।"

সাপক গাখীৰ খুৱাই পুহিলেও সি পিছ পাকতে খোঁট মাৰি দিব।

মটত্তিৰামকো।

হে কৃষ্ণ। তুমি মোক সৰ্প-দংশনৰ পৰা ৰক্ষা কৰা।

মটত্তিৰামৰূপী অসুৰে গণকসকলক বশত ৰাখিছে। এয়েই এইবিলাকৰ কাৰণ।

মাংসাহাৰ প্ৰকৃতিৰ নিয়ম। কুকুৰাই উঁই পৰুৱাক খায়। শিয়ালে কুকুৰা খায়। মানুহেও শিয়ালৰ মাংস খায় আৰু মানুহে মানুহৰো মাংস খায়। শগুনে বাঘৰ মাংস খায়। পৰুৱাই আক' শগুনৰ মাংস খায়। পৰুৱাই পৰুৱাও খায়।

মানুহে মাছ খায়, মাছে মানুহ খায়।

এইবোৰ খেলি-মেলি ঠিক নহয়। মানুহ আত্মনিৰ্ভৰশীল হোৱা দৰকাৰ। আমি অন্য জীৱৰ মাংস খাব নালাগে।

নিজৰ নিজৰ মাংস খাব লাগে।

সাপৰ ভোক লাগিলে নিজৰ নেজডালেকে খাব লাগে। হাতীয়ে নিজৰ শুঁড়ডালকে খাব লাগে। ধানৰ তুহ ধানখেতিৰ সাৰ।

পৰাশ্ৰয়ী মটত্তিৰাম শাস্তি পাবৰ যোগ্য।

বিলাতৰ পৰা টেলিগ্ৰাম আহে। লগে লগে পেৰয়ক্কাপল্লি কুঞ্জন বিলাতলৈ যাব লাগিছিল। বিলাতলৈ গৈ ষষ্ঠ জৰ্জৰ ৰাজমহল পাব লাগিছিল। পেৰিয়ক্কাপল্লি কুঞ্জনে জৰ্জৰ অন্তেষপুৰত দ্বাৰপালৰ চাকৰি পাব, গতিকে সি বিলাতত থাকিব। কিন্তু কুঞ্জনে ৰাজমহলৰ আহাৰ গ্ৰহণ নকৰে, কাৰণ ষষ্ঠ জৰ্জ খৃষ্টীয়ান। খৃষ্টীয়ানৰ ঘৰত খাব নাপায়।

ষষ্ঠ জৰ্জক কুঞ্জনে এদিন কয়---

'মোৰ অন্নদাতা মাননীয় মহাৰাজ, কুন্নত্তনাট্টু তালুকৰ ৰায়মংগল গাঁৱৰ পুন্নুৰ্বাস কৰিয়ল মটত্তিবোট্টিল বেলুপিল্লে ৰামন নায়াৰৰ কাৰণে আমি বহুত আমনি পাইছোঁ। এই ৰামনে মানুহ আৰু জন্তু সকলোকে

মাৰি খায়, কৰো নয়।"

ষষ্ঠ জৰ্জৰ খং উঠে---

"কি, মোৰ ৰাজ্যত আৰু ৰজা আছে?"

লগে লগে আদেশ জাৰি কৰে।

পেৰয়কাম্পন্নি কুঞ্জনক গৈ মটত্তিৰামক বন্দী কৰি আনি হাজিৰ কৰিবলৈ কয়---

কুঞ্জনে দুজন চিপাহী আৰু এজন চন্তৰী লৈ মটত্তিৰামক হেণ্ডকাফ লগাই ৰাজপথেদি আনি ষষ্ঠ জৰ্জৰ সন্মুখত হাজিৰ কৰায়।

ষষ্ঠ জৰ্জৰ আদালতত।

আদালতত ষষ্ঠ জৰ্জ, মহৰাণী ভিক্টোৰীয়া, শ্ৰীচিত্তিৰা তিৰুনাল, মহাৰাজ বলৰাম বৰ্মা, অহিৰ মঠৰ মহাৰাজ বিষ্ণু নংপূতিৰি আৰু ৰাজবৈদ্য ধন্বন্তৰী মূণ্টত আদি উপস্থিত থাকে।

ষষ্ঠ জৰ্জে সোধে---

'মটত্তিলৰাম বা মটত্তিল ঘৰৰ ৰামন নায়াৰ উপস্থিত আছে?"

"হাজিৰ, মহোদয়"

"ষ্টেণ্ড আপ---চিট ডাউন---ষ্টেণ্ড আপ---চিট ডাউন।"

"মটত্তিৰাম কোৱা, উঠা-বহা কৰিবলৈ দিয়াৰ অৰ্থ কি?"

সি মনেমনে থাকে।

"জিওগ্ৰাফী মানে কি?"

এইবাৰে সি মৌন।

"বুৰ্বক, তুমি একো নাজানা। একো নপঢ়াকৈয়ে তুমি ইয়ালৈ আহিছা?"

"কোৱাচোন মটত্তিৰাম---বিছাৰ জন্ম কেনেকৈ হয়?"

"ডাঙৰ জাতৰ বিছাই সৰু বিছাৰ জন্ম দিয়ে।"

'পখিলা কেনেকৈ হয়?"

'পোহৰ দেখাৰ পিছত"

'ভুল, কুঞ্জন, তুমি কোৱাচোন।"

"উঁই-পৰুৱাৰ পৰা পখিলা হয়।"

"মটত্তিৰাম, এইবাৰ তুমি কোৱাচোন, জোনাকী পৰুৱাৰ জন্ম কেনেকৈ হয়?"

"কানৰপৰা জোনাকী পৰুৱাৰ সৃষ্টি হয়।"

"শ্ৰীফল খাই, জীয়াই থকা জন্তুবোৰ কি কি?"

"পৰাশ্ৰয়ী গাহৰি"

"সাতাইশটা চৰকাৰী চ'কৰ" ( তিৰুবিতাংকুৰত চলা এবিধ মুদ্ৰা ) মূল্য বৃটিছ টকাৰ হিচাপত কিমান ?

"আঠাইশ"

"ভুল, আঠাইশটা 'চক'ৰ মূল্য সাতাইশটা বৃটিছ টকাৰ সমান। বাৰু, যিয়ে নহওঁক, তুমি যাব পাৰা।"

দ্বিতীয় দিনৰ বাবে বিচাৰ স্থগিত ৰখা হয়। দ্বিতীয় দিনৰ বিচাৰত মটত্তিৰামৰ ফাঁচীৰ আদেশ হয়। বেলুটংপীক যেনেদৰে ফাঁচী দিয়া হৈছিল সেইদৰেই বজাৰৰ চকত খোলাকৈ ফাঁচীৰে শাস্তি বিহা হৈছিল। ফাঁচী দিবৰ দিনা দুপৰীয়া মটত্তিৰামে শেষবাৰৰ কাৰণে পঞ্চামৃতেৰে আহাৰ কৰিছিল।

ফাঁচী দিয়া মানুহটোৰে গা-পা ধুই কপালত ফোঁট লৈ উপস্থিত হয়হি। পলাশৰ গণকক মাতি আনি ফাঁচী কাঠ ঠিক কৰা হয়। বেজ আনি জৰাই-ফুকাই ভূত-প্ৰেত আঁতৰ কৰোৱাৰ ব্যৱস্থা কৰা হয়। নহলে যে মটত্তিৰাম প্ৰেত হৈ থাকিব। সেয়া অপমৃত্যু নহয় জানো ? কোন আহিছে ? কৈ দিয়া যে কুঞ্জন ইয়াত নাই, বিলাতলৈ গৈছে। পিশাচক এসেকা দিব লাগে।

আক' কোনোবা আহিছে। 'কিয় আহিছা ?---অ'--কি কৰিছা ? মই আগতেই কৈছো নহয়--কুঞ্জন ইয়াত নাই।

হঁা--- কোন আহিছে ?

অ' তুমি।

আৰে চোৱা ভাই, মোৰ লগত কোনো খেলা নেখেলিবা।

মোৰ কথা শুনা। "আঃ, আঙুলিকেইটাক অযথা আঘাত নিদিবা। আঙুলিবোৰ ভাগি যাব। ধুতি দিম। মটত্তিৰাম, মোৰ আঙুলিকেইটা নাভাঙিবা। আৰু চোৱা, জেপত দুটকা চাৰি অনা আছে। লাগে পইচা-খিনিকে লোৱা, ধুতিখন নিনিবা। মোৰ আৰু পিন্ধিবলৈ দ্বিতীয় এখন ধুতি নাই। মটত্তিৰাম। মোক এনেদৰে এৰি নাযাবা। মোক মোৰ ধুতিখন দি যলৈ যাব খোজা যোৱা---

হায়---মটত্তিৰাম।

মোৰ---

ক'তা, ক'ত আছে ষষ্ঠ জৰ্জ ?

# অস্থি পঞ্জৰ

বহু যুগ ধৰি থিয় হৈ থকা বুঢ়া আম গছজোপাৰ মূৰৰ ওপৰত আকাশখন আৰু এটা বাউসীত সূৰ্য্যটো ওলমি আছিল। গছজোপাৰ সেউজীয়া পাত আৰু সৰু সৰু ডালবোৰৰ মাজেৰে সূৰ্য্যৰ কিৰণ আহি বাটৰ ওপৰত পৰিছিলহি। আহাৰ মাহৰ বৰষুণে বাটৰ ওপৰত কৰা সৰু সৰু গাঁতৰ পানীৰ ওপৰত সেই পোহৰ পৰি একোটা আলপিনৰ দৰে জিলিকি উঠিছিল।

সি ওচৰ চুবুৰীয়া বা গাঁৱৰ সকলো মানুহৰে কটাক্ষ দৃষ্টিলৈ বৰ ভয় কৰিছিল। যিখন ঘৰত সেই ছোৱালীজনী আছিল সেইখন ঘৰৰ দুৱাৰ-মুখ পায়েই তাৰ ভৰিদুখন কঁপিছিল। পাকঘৰত থকা গিৰিহঁতনীৰ পোহ-নীয়া মুৰ্গীকেইটাৰ ওপৰত চকু পৰিলেও যেনেকৈ সিহঁতে ভয় নেখায় বৰং কৃতজ্ঞতাৰে ইফালে-সিফালে ঘূৰি ফুৰে, সিও তেনেকৈ মানুহৰ দৃষ্টিৰ আঁৰত কৃতজ্ঞতাৰেই থাকিব বিচাৰিছিল।

মনে মনে সি সবেগে আগবাঢ়ি যাবলৈ ইচ্ছা কৰিলে; কিন্তু ভয় হ'ল জানোচা চোতালত ভৰি দিয়াৰ লগে লগে ঘৰৰ সকলোৱে গম পায়। কিন্তু সি গৈ দেখে যে আগফালৰ দুৱাৰখন বন্ধ আছে। সি অতি সাৱ-ধানে আগবাঢ়ে। ছোৱালীজনীৰ পঢ়াকোঠাৰ আধামেলা দুৱাৰখনে যেন তাকেই আদৰণি জনাবলৈ বৈ আছে। সি বান্ধনি-ঘৰৰপৰা অহা শব্দ এটা কাণপাতি শুনে আৰু তাৰপাছত ভিতৰলৈ সোমায়। কোঠাটোৰ এটা চুকত কলেজীয়া দিনতে তোলা ফটো এখনে মিচিকিয়াই হাঁহি আছে।

টেবুলৰ কিতাপৰ ওপৰত মৰহা মালতী ফুলৰ পাপৰি, কাজলৰ পাত্ৰ, শুকান সেন্দূৰৰ গুৰি আৰু ৰচীত চিৰুকৰ শাৰী ওলমি আছিল। সেই গোপন সংসাৰত, সেই শূন্য কোঠাত তাইৰ মধুৰ শ্বাস আৰু সোণালী সপোনে তাইৰ অনুপস্থিতিতো বিচৰণ কৰি ফুৰিছিল।

সি খোলা খিড়িকীখনৰ ওচৰলৈ গ'ল। হঠাতে তাইক দেখি আচৰিত হৈ যায়। খিড়িকীৰ সিফালে বাৰাণ্ডাৰ মজিয়াত পৰি থকা তাইৰ সেই আউল-বাউল চুলি, হাতত ফণিখন। মুখখন তেনেই শেঁতা, চকুহালি করুণ আৰু দৃষ্টি উদাস। কলেজত তোলা ফটোখনত তাই লো ৰেইণ্ট শাৰী পিন্ধি আছিল। কিন্তু এতিয়া তাইৰ সেই পোছাক নাই। গাত মাত্র এখন সাধাৰণ ধুতি আৰু এটা ব্লাউজ। বেচেৰীয়ে পকা মজিয়াৰ ওপৰত একো কাপোৰ নপৰাকৈয়ে বহি আছে।

ফণিখন কোলাতে পৰি আছে। কপালৰ আগৰ কেকোঁৰা চুলিবোৰ আচুৰি থৈছে। শুকান ওঁঠযুৰিৰে সেপ চুকি তাই বহাৰ পৰা থিয় হয় আৰু শাৰীখন জোকাৰি থিয় কৰি লয়। তলৰ ওঁঠটো দাঁতেৰে কামুৰি তাই খিড়িকীৰ ফালে আগবাঢ়ে।

খিড়িকীৰে তাইৰ কেবল মুখখনেই দেখা গৈছিল। বেদনাসিক্ত তাইৰ মুখখন যেন লাজতে মৰহি গৈছিল। তাই সেইখিনি কেনেকৈ আহি পালে সি ভাবি আচৰিত হৈছিল। হঠাতে মুখৰ পৰা ওলাই পৰিল--'তুমি এইখিনি কেনেকৈ পালাহি।'

চকুৰে চকুৰে পৰি তাই হাঁহি দিলে --''বাহিৰত কিয় থিয় হৈ আছা, ভিতৰ সোমাই আহা।"

খিড়িকীখন বন্ধ কৰি তাই তাৰ কাষলৈ আহিল।

'মোৰ গা ভাল নহয়।'

'কি হৈছেনো, বেমাৰ নেকি?'

তাই কোনো উত্তৰ নিদিয়াকৈ অলপ আঁতৰি যায়।

মুকলি চোতালখনৰ একাষত কলগছৰ শাৰী। কল লাগি থকা এজোপা কলগছৰ পাতে বাৰাণ্ডা ছুইছেহি। চাৰিওফালৰ ৰঙা কলডিলবোৰ ওলমি আছে। কেউফালে চকুফুৰাই সি সুধিলে—

'তোমাৰ মা ক'ত?'

খিৰিকীখনত আউজি হাঁহি এটা মাৰি তাই উত্তৰ দিলে--

'মা বাইদেউৰ ঘৰলৈ গৈছে।'

সি একো নামাতে। তাই উত্তৰৰ বাবে অপেক্ষা কৰে। তাৰ পিছত খিড়িকীৰ ৰডত ধৰি থিয় হয়।

গোটেই মুখখনতে তাইৰ লাজৰ ৰাঙলী আভা ফুটি উঠে। অতীতৰ

সকলো ঘটনা যেন তাইৰ মুখখনতে ফুটি উঠিছে। তাই কয়—

'কোৱাচোন, কথা কোৱাচোন, একো নোকোৱা কিয়?'

'মই কি ক'ম?'

'আঃ--তোমাৰ খবৰকে কোৱা।'

তুমি গাঁৱৰ ছোৱালী। মাহিলী দৰমহা পোৱা চাকৰি পাই গাওঁ এৰি চহৰ পালাহি। গোটেই দিন ধৰি ফাইলৰ মাজত থাকি গধূলি শুকান মুখ লৈ প্ৰেমৰ দুষাৰ কথা পাতিবলৈকে হলেও গধূলি মহিলা সংঘলৈ অহা-যোৱা কৰিছিলা। কিন্তু সংঘৰপৰা ঘূৰি আহোতে কিমান যে দুখ লাগে। এটা গধূৰ মন লৈ নিশাটো ভাৰাঘৰত কটাব লগা হৈছিল।'

তাইৰ আকৌ মনত পৰে, এৰি অহা দিনবোৰলৈ--চহৰৰ সেই দুটা কোঠাৰ আবৰ্জনাৰে ভৰা ঘৰটো, ভয়লগা অন্ধকাৰ, উৎকট গৰম আৰু কাণৰ ওচৰত গুণগুণাই থকা মহবোৰ। এখন সৰু খাটত ঘৰ্মাক্ত দেহাৰে মহৰ অত্যাচাৰত চটফটাই থাকিবলগা সেই দিনবোৰ।

সি আকৌ সোধে—'এইবোৰ কথাৰ জানো কেতিয়াবা শেষ হ'ব?'

তাই—'ওহো' বুলি আঙুলি কামুৰি লাজতে তলমূৰ কৰে।

'তুমি মোলৈ চিঠি এখনকেতো লিখিব পাৰিলাহেঁতেন?'

মৰহি যোৱা ফুল এটিৰ দৰে তাই কেৱল হাঁহি এটি মাৰে।

সঁচা কথা ক'বলৈ গলে মই ঘৰত বহি বহি ভাগৰি পৰিছো। সেই-দিনা তুমি যিটো চাকৰিৰ কথা কৈছিলা সেইটো বাৰু পোৱাৰ আশা আছেনে?' শিশুসুলভ সৰলতাৰে সি তাইৰফালে চাই সোধে।

'তুমি চিন্তা কৰিছা কিয়? চাকৰিতো তুমি পাবাই।'

তাইৰ আশ্বাসপূৰ্ণ কথাষাৰ শুনাৰ পাছতো সি নিশ্চিত হ'ব পৰা নাছিল; অৱশ্যে ভাল-বেয়া বিচাৰ কৰিব পৰা শক্তি তাইৰ সিমান হোৱাও নাই।

কেৰ্কেটুৱা এটাই ওচৰৰে এজোপা কলগছৰপৰা আন এজোপালৈ জপিয়াই ফুৰিছিল। সি এইমাত্ৰ ফুলা কলডিল এটাৰ ওপৰত এনেদৰে নেজ জোকাৰি জোকাৰি বহি ললে যেন সি নিজৰ বাহতহে আৰাম কৰিছে।

সি কলে—'সৌফালে চোৱা, কেৰ্কেটুৱা এটাই কলডিলটোৰ ওপৰত বহি সপোন ৰচনা কৰিবলৈ ধৰিছে।'

তাই কেৰ্কেটুৱাটোৰ ফালে নোচোৱাকৈয়ে ক'লে—'মই তাক আগতেই দেখিছো। সি মোলৈ অলপো ভয় নকৰে। কেতিয়াবা আহি মোৰ গাৰ ওপৰতো উঠে।' —'তোমাৰ অন্তৰখন প্ৰেমেৰেই ভৰা। সেইবাবে কেৰ্কেটুৱায়ো মৰম কৰিবলৈ আহে।'

কলগছৰপৰা কেৰ্কেটুৱাটো চোতালত জপিয়াই পৰিল। আৰু তাইৰ পৰা কিছুদূৰতে বৈ তাৰ মাতেৰে কিবা ক'বলৈ ধৰিলে।

সিহঁত দুয়ো হাঁহিবলৈ ধৰিলে।

'এই কেৰ্কেটুৱাই মোৰ স্বামী।' কথাষাৰ শুনি তাৰ মুখৰ হাঁহি নিমিষতে নাইকিয়া হ'ল।

আঠুৰ ওপৰত মুখ গুজি তললৈ চাই থকা ছোৱালীজনীৰো মুখৰ হাঁহি নাইকিয়া হৈ গ'ল।

ছোৱালীজনীয়ে ক'লে—'এৰা, মই বৰ দুখ পাইছো।'

'কিয়? তোমাৰনো কি হৈছে? দুখৰ কাৰণটো কোৱাচোন।'

'মই মোৰ আলহীক একাপ চাহো কৰি খুৱাব নোৱাৰিলো।'

'মই তোমাৰ আলহী। তোমাৰ হাতৰ চাহ একাপ খাবলৈ মোৰ ইচ্ছা যথেষ্ট আছে। তোমাৰ হাতৰ চাহ খাবলৈ পোৱাটো সপোনৰ নিচিনা নহয় জানো?'

তাই তলমূৰ কৰে।

তাৰ অনৰ্গল কথাত তাই শংকিত হয়।

'চোৱা, ঘৰ সম্পূৰ্ণ খালী। তোমাৰ মাহঁত ফুৰিবলৈ গৈছে। এয়া সোণালী সুযোগ নহয়নে বাৰু? তোমাৰ মাহঁত আহি নোপোৱালৈকে আমি অলপ ধেমালিকে কৰো, আহা। এয়া আমাৰ সংসাৰ, তুমি পত্নী আৰু মই তোমাৰ স্বামী।'

তাৰ চকুযোৰ উজ্জ্বল হৈ উঠে।

'হেৰা মোৰ পত্নী। মই তোমাৰ হাতৰ একাপ চাহ খাবলৈ ইচ্ছা কৰিছো।'

'নহয় নাথ। মোৰ অসুখ। মই তোমাক চাহ কৰি খুৱাব নোৱাৰো।'

'তেতিয়াহলে কি কৰা যায়?'

'নাথ, তুমিয়েই চাহ কৰা।'

আদেশ পাই সি ৰান্ধনি ঘৰলৈ গ'ল।

জুহালত জুই জ্বলিয়েই আছিল। সি কেট্‌লীটো হাতত লৈ পানী ক'ত

আছে সুধিলে—ঢাকি থোৱা পাত্ৰ এটালৈ তাই আঙুলীয়াই দেখুৱালে। ঢাকনি গুচাই সি নিৰাশ হৈ কলে---ইয়াত পানী নাই।

'অ' মায়ে তাত পানী নভৰালে। এতিয়া কি কৰা যায়? কুৱঁাৰ পৰা পানী তুলিবলৈও মোক মানা কৰিছে।' তাই দুখ কৰি কলে। 'তুমি, মই আৰু এই নিৰিবিলি ঘৰ। এনে এটা পৰিবেশত তুমি, মই কৰা চাহ খাব খুজিছা নহয়?'

--সি কুৱঁাৰ ফালে আগবাঢ়ে, খোজবোৰ মোহাৰি মোহাৰি তায়ো তাৰ পিছে পিছে যায়। কুৱঁাৰ ভিতৰত বাল্টি পেলোৱাৰ শব্দ হোৱাত পত্নীয়ে খৰ-ধৰকৈ কয়--লাহে লাহে তুলিবা। যাতে ওচৰৰ কোনোৱেই গম নাপায়।'

স্বামীয়ে কোনো শব্দ নোহোৱাকৈ কুৱঁাৰপৰা পানী এবাল্টি তুলিলে। জ্বলি থকা জুইৰ ওপৰত পানী তুলি সি সুধিলে---'চাহপাত ক'ত আছে?'

'সেই ৰঙা টিনটোত।'

'এইটো?'

'সেইটো ৰঙা নহয়। হালধীয়া টিনটোৰ ওচৰৰ ৰঙা টিনটোত।' কওঁতে কওঁতে তাইৰ খং উঠে। তাই হাতত দীঘল খৰি এডাল লৈ ভিতৰৰ ফালে টোঁৱাই কয়—'চোৱা, মই এই খৰিডালেৰে দেখুৱাই দিছো।' চেনি দিয়া সময়তো পতিয়ে পত্নীৰ ফালে চায়।

এইবাৰ তাই সমবেদনাৰে কলে—'অ' মোৰ স্বামী, ঘামত একেবাৰে তিতি গৈছে।'

'যিয়েই নহওক, চাহতো হ'ল।'

এঢোক চাহ মুখত দি তাই কলে—'চাহখিনি বৰ ভাল হৈছে।'

'ধন্যবাদ।' সি উত্তৰ দিলে।

চাহ খোৱা শেষ হোৱাৰ আগেয়েই তাই কলে—গিলাচ কেইটা বাৰু ময়েই ধুই থ'ম। এইবুলি তাই গাখীৰৰ খালী পাত্ৰটোকে ভালদৰে ঢাকি থ'লে। জুইকুৰা নুমাই দুয়ো পড়াকোঠালৈ গ'ল।

পকা জামু খাই ওচৰৰে গছৰ ডালত বান্দৰে খেক্‌খেকাই আছিল। নতুনকৈ সজা ঘৰটোৰ ফালৰপৰা উই পৰুৱাবোৰ উৰি আহিছিল। ক'ৰবাত কুলি চৰাই এটাৰ মাত শুনা গৈছিল।

খিড়িকীৰ ৰডৰ মাজেৰে তাৰ চঞ্চল হাত এখনে তাইৰ পদুম ফুলৰ পাহিৰ দৰে কোমল আঙুলিবোৰ মোহাৰি দিয়ে। তাইৰ বুকুৰ

মাজত তাৰ হাতখন বৈ যায়। তাই লাজ পায়।

'মো-মোক-নুছুবা।'

কিন্তু সি তাৰ হাতখন আঁতৰোৱা নাছিল। তাইৰ হাতত ধৰে আৰু দুয়ো বাৰাণ্ডালৈ যায়।

তাইৰ গাল দুখন ৰঙা বৈ পৰে। চকুত চঞ্চলতা আৰু ওঁঠযুৰিও কিবা এক আনন্দত পুলকিত হৈ উঠে।

তাইৰ মিহি পাতল ওঁঠদুটি তাৰ ওঁঠেৰে হেঁচি ধৰে। দুয়ো আনন্দত বিভোৰ হয়।

তাইৰ চকুযোৰ হঠাতে চলচলীয়া হৈ উঠে আৰু খন্তেকতে দুয়োগালে চকুপানী বৈ যায়। কিছু সময় নীৰৱে পাৰ হৈ যায়।

আন্ধাৰত লুকাই থকা ফেঁচা এটাৰ কুৰুলি শুনা গ'ল। তাৰ বৰ ভাল নেলাগিল। তায়ো ভয় খালে। ভয়তে তাই চোতালৰ ফালে দৌৰ মাৰিলে আৰু ফোপাই-জোপাই আহি কলেহি—মা-বাইদেউহঁত আহিছে। লগত ৰৰজনাও। লৰা-লৰিকৈ তাই কোঠাটোৰ চুক এটাত লুকাই থাকে। বেচেৰায়ো এনেকুৱা এটা পৰিস্থিতিৰপৰা ৰক্ষা পৰিবলৈ উপায় বিচাৰি কিতাপ এখনকে মেলি লয় আৰু পঢ়াত মন দিয়াৰ দৰে কৰে। তথাপি দুৱাৰৰ ফালে অহা কাৰোবাৰ ভৰিৰ শব্দই তাক শংকিত কৰি তোলে—

কিন্তু তাৰ সেই নাটকীয় কাৰ্য্য কাৰো চকুত ধৰা নপৰাকৈ নাথাকিল।

তাইৰ মাকে হাঁহি এটা মাৰি সুধিলে—'তুমি বহুত দিন দেখাই দিয়াহি নাই দেখোন; কোৱাচোন তোমাৰ খা-খবৰ কি?'

বাইদেৱেকে কঠোৰ স্বৰে কলে—'মা, তুমি চাহ কৰাগৈ। এতিয়া কথা পতাৰ সময় নহয়।'

মাক পাকঘৰলৈ যোৱাত বায়েকে ব্যঙ্গভৰা হাঁহি মাৰি কলে—'কি, এই কোঠাত বহাতো তোমাৰ উচিত হৈছেনে? এইটো কিন্তু ভাল হোৱা নাই। যদি আমাৰ লগত অহা জনে দেখা পালেহিহেঁতেন কথা ভাল হ'ল-হেঁতেন নে?'

পাকঘৰৰ পৰা মাকে চিঞৰি সোধে—'মই ঢাকি থৈ যোৱা গাখীৰ দেখোন এটোপালো নাই; খালী পাত্ৰটোহে ঢাকি থোৱা আছে।'

বাইদেৱেকে কলে—'তেতিয়াহলে গাখীৰ কোনে খালে?'

চুটুক-চামাককৈ দুৱাৰৰ ফালে অহা মেকুৰীটো দেখি মাকে ক'লে—'আমাৰ মেকুৰীটোৱেতো গাখীৰ চুৰকৈ নেখায়।'

'মেকুৰীৰ কথা এৰা, মা। এতিয়াই গৈ গাখীৰ খীৰাই আনা। এই কলৈ গ'ল।'

'তাইতো পাকঘৰৰ বাহিৰতেই আছে। তাইৰ গা সিমান ভাল নহয়। তাই আজি কাকো চাহ কৰি খুৱাব নোৱাৰে।'

'কিয় নোৱাৰিব। তায়ো মাহেকীয়া ধৰ্ম পালিব লাগিব নেকি ? ব'বা, মই তাইক ভাল শাৰী পিন্ধাই এতিয়াই লৈ আহিম।' এইবুলি তাইৰ বায়েকে মাটিতে গোৰ এটা মাৰি পাকঘৰলৈ গুচি যায়—

সমুখৰ ঘৰটোৰ বাহিৰেও চাৰিওফালৰ ঘৰবিলাকত তাইৰ কথাকেইটা ধ্বনিত হৈ পৰিল। বেৰ পাৰহৈ আহি য'ত এওঁলোকে বহি কথাপাতি আছিল সেইখিনিলৈকে তাইৰ মাতটো শুনা গ'ল।

'মাহেকত ছশ টকা দৰমহা, থকাঘৰ, প্ৰমোচনৰ সুবিধা, আৰু ছোৱালী যদি গ্ৰেজুৱেট হয় তেতিয়াহলে এমাহৰ ভিতৰতে চাকৰি চৰকাৰী হ'ব।'

সেই সময়তে কুৱাঁত বাল্টি পেলোৱাৰ শব্দ হ'ল। বায়েকৰ গালিৰ শব্দও অলপ অলপ শুনা গ'ল।

ৰঙা কল গছজোপাৰপৰা কেৰ্কেটুৱাটো বাৰাণ্ডাৰ সিটো মূৰত য'ত ছোৱালীজনী বহি আছিল সেইখিনিত জপিয়াই পৰিলহি। আৰু নেজ-ডাল জোকাৰিবলৈ ধৰিলে। গোল চকুকেইটাৰে কেৰ্কেটুৱাটোৱে চাৰিও-ফালে চাবলৈ ধৰিলে। সেই সময়তে খিড়িকীৰ কাষত থকা ল'ৰাটোৰো চকুকেইটা ৰঙা হৈ পৰিল। সি মাৰি এডালেৰে কেৰ্কেটুৱাটো খুচি মাটিত পেলাই দিলে। কেৰ্কেটুৱাটোৱে লৰচৰ কৰিব নোৱাৰা হ'ল। সি মাত্ৰ মূৰ তুলি চাৰিওফালে এবাৰ চালে। সি তাক আকৌ খুচিবলৈ ধৰিলে। এইবাৰ কেৰ্কেটুৱাটোৰ মূৰটো ফাটি গ'ল। সি এবাৰ মাথো নেজডাল জোকাৰি চটফটাই উঠিল। কেৰ্কটুৱাটো মৰি থাকিল। মজিয়াখন তেজেৰে ৰাঙলী হ'ল—

'মোৰ—কেৰ্কেটুৱাটো মাৰি পেলালা।'

জামুগছৰ তলৰপৰা চলচলীয়া চকুৰে তাই সুধিলে— 'মাৰি পেলালা তাক ?'

সি খিড়িকীৰ সিপাৰে দূৰলৈ চায়। সেইফালে আন্ধাৰ বাঁহনি এখন

আছিল । ক'ৰবাত ফেঁচাৰ কুৎসিৎ কুৰুলি শুনা যায় ।

'তোমাৰ মুখত থকা তিলৰ সৌন্দৰ্য্য, তোমাৰ দেহত গোটখোৱা হীৰাৰ নিচিনা ঘামৰ টোপাল । চকুত বিজুলীৰ চমকনি । মুখৰ কমনীয়তা । এই সকলোবোৰৰে মালিক কি আন কোনোবা হ'ব ? কিন্তু তোমাৰ হাড় আৰু ছালৰ মাজত থকা জীৱটো কোনেও নিবিচাৰে ।'

সি বাঁহনিত থকা ফেঁচাটোক সুধিলে—কিন্তু দূৰৰ অন্ধকাৰ বাঁহনিত ফেঁচাটোৱে পুনৰ মৃত্যুৰ কান্দোনহে শুনালে—নিউ, নিউ, নিউ ।

তেনেতে তাইৰ বায়েক কোঠাটোলৈ সোমাই আহিল । বছীত থকা শাৰীবোৰ এখন-এখনকৈ মেলি চালে । ছোৱালীজনীক পিন্ধাবলৈ এখন শাৰী পছন্দ কৰিলে । তাৰ পাছত তেওঁ উপহাৰ পোৱা কাপোৰৰ টোপোলাটো খুলিলে ।

কিছুমান পুৰণি কথা তেওঁৰ মনলৈ আহিল । কোঠাত সোমাই কাপো-ৰৰ টোপোলা খোলোতে তেওঁ সেইখন কাপোৰকে পালে যিখন কাপোৰ বিয়াৰ সময়ত তেওঁ পিন্ধিছিল । যিখন কাপোৰত ৰঙা ৰঙা ৰংবোৰ এতিয়াও লাগি আছে । লগে লগে তাইৰ বায়েক চক খাই উঠিল । হাতৰ পৰা কাপোৰবোৰ সৰি পৰিল ।

:—:

# উৎপত্তি

যগৰ আৰম্ভ হ'ল। আৰম্ভ হ'ল মানে এতিয়াহে আৰম্ভ হৈছে। সেই এটা ক্ষণতেই দুটা জন্মৰ সমাপ্তি ঘটিল। তৃতীয় জন্মৰো অন্তিম সময় আহি পাইছেহি।

বেচেৰা বান্দৰটোৱে মন্দিৰৰ সন্মুখৰ বটগছ জোপাৰ ডাল এটাত বহি বহি ভাবে।

এই জন্মত যিখিনি পোৱা হ'ল কেৱল সেইখিনিৰ কথাই নহয়—পূৰ্বজন্মত পোৱাখিনিৰ কথাও সি ভাবি আছিল।

বটগছৰ ডালটোত খামোছ মাৰি ধৰি তাৰ ধূলিময় ভ্ৰূযোৰ তুলি এন্ধাৰৰ ফালে চায়।

আকাশীযানে আকাশ ভেদ কৰি এক বিৰাট আকাৰৰ বিন্দু যিদৰে সৃষ্টি কৰে, ঠিক তেনেকৈ বিৰাট আকাৰৰ গোপুৰ নগৰখন আৰু তাৰ গাতে লাগি থকা স্তনৰ দৰে লগা ঘড়ীটোৰ ওপৰত তাৰ চকু পৰিল। পূৰ্বজন্মৰ স্মৃতিবোৰে গৰ্ভস্থ শিশুৰ দৰে তাৰ অন্তৰত গুজৰি-গুমৰি থকাত তাৰ চকুৰেদি লোতক বয়। তাৰ চকু যেতিয়া চলচলীয়া হৈ পৰে তেতিয়া সকলো দৃশ্যই অস্পষ্ট হৈ ধৰা দিয়ে। গোপুৰ নগৰো অস্পষ্ট হৈ ৰয়। ঘড়ীৰ সময়ো অস্পষ্ট হয়। মন্দিৰটোও চকুৰপৰা আঁতৰ হৈ যায়। অস্পষ্টতা বাঢ়ি বাঢ়ি কেউফালে আন্ধাৰে আৱৰি ধৰে। আন্ধাৰৰ মাজতেই তাৰ অন্তৰ্চক্ষু চমকি উঠে। সেই চমকতে পূৰ্বজন্মৰ স্মৃতিবোৰ তাৰ চকুৰ আগত ভাঁহি উঠে।

তাৰ প্ৰথম জন্ম হয়-মৰুভূমিৰ মাজত এক মানব-পুত্ৰ হিচাপে এক উচ্চকুলৰ কুল-পুৰোহিতৰ চতুৰ্থ পত্নীৰ ত্ৰয়োদশ পুত্ৰ।

সেই ল'ৰাই যেতিয়া যৌৱনত ভৰি দিয়ে উটৰখীয়া হৈ খেজুৰ ফল খাই ব্যভিচাৰ আদিৰে দিন কটাবলৈ ধৰে। তাৰ মাজতে সি বিয়া কৰায় আৰু সাতোটা সন্তানৰ পিতৃ হয়।

সেই সময়তে এজন ধৰ্মগুৰুৰ উপদেশ তাৰ কাণত পৰিল। মৰু-ভূমিত সেই সময়ত ধৰ্মগুৰুৰ শিষ্যসকল আৰু শত্ৰুপক্ষৰ মাজত তুমুল সংঘৰ্ষ চলি আছিল।

ইফালে হীৰা পাহাৰত বহি ধৰ্মগুৰুৱে ভগৱানৰ সৈতে কথা পাতি আছিল। তেওঁলোকে পৱিত্ৰ গ্ৰন্থৰ অধ্যায়বোৰ এটি-এটিকৈ আলোচনা কৰিছিল।

সাতাইশ দিন বিৰতিৰ পাছত ভগৱানে নিজৰ দৰবাৰলৈ ধৰ্মগুৰুক নিমন্ত্ৰণ কৰে। আচৰিত হৈ ধৰ্মগুৰুৱে ভগৱানক সোধে—

'মই তোমাৰ দৰবাৰলৈ যাম? এখন নহয়—দুখন নহয়--সপ্ত আকাশৰ ওপৰলৈ?—মই এই সপ্ত আকাশ আৰু তাৰ মাজৰ শূন্য আকাশকো অতিক্ৰম কৰিবলৈ গলে এযুগ যাব। হে ভগৱান, তুমি মোক তোমাৰ ওচৰলৈ যে মাতিছা মই যাবই লাগিব নেকি? নেজানো তুমি মোৰ কিবা পৰীক্ষাই ল'ব খুজিছা নেকি?

ভগৱানে কলে--'ধৰ্মগুৰু, এটা কথা মনত ৰাখিবা, মই যদি সহায় হওঁ--ব্ৰহ্মাণ্ডত এনে কোনো কাম নাই যে সি হৈ নুঠিব। কিন্তু, এই কথা পাহৰি গ'লা নেকি যে তোমাৰ মনৰ উপৰিও ষড়েন্দ্ৰিয় আছে?'

বিনয় ভাবেৰে ধৰ্মগুৰুৱে মূৰ দুপিয়ায়। ৰাতিৰ প্ৰাৰ্থনাৰ পাছত ধৰ্ম-গুৰু ৰথত উঠিল। ৰথ ওপৰলৈ উঠি যায়, আৰু এখনৰ পাছত এখনকৈ আকাশ আৰু শূন্য অতিক্ৰম কৰি ধৰ্মগুৰু ভগৱানৰ ওচৰ পালেগৈ।

এনেকুৱা সাক্ষাৎ কেতিয়াও পাহৰিব নোৱাৰি।

দুয়োৰো মাজত গুপ্ত আলোচনাৰ বৈঠক বহে, পুনৰ ধৰ্মগুৰু পৃথিবীলৈ নামি আহে। দূৰত আজানৰ শব্দ ধ্বনিত হয়। ধৰ্মগুৰু আনন্দত আত্ম-হাৰা হয়। হে প্ৰভু, একে ৰাতিৰ ভিতৰতে ই তোমাৰ কি লীলা! কি অদ্ভুত মায়া!

ধৰ্মগুৰুৱে নিজৰ শিষ্যসকলক এই কথাও নুসুধিলে যে তেওঁলোকে কেতিয়াৰপৰা তেওঁৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিছে।

এই কথাবোৰ শুনি তেওঁলোকে হাঁহিবলৈ ধৰিলে। চহৰৰ চাৰিওফালে এই কথা বিয়পি পৰিল। আন মানুহবোৰেও তেওঁলোকৰ লগ হৈ ধৰ্ম-গুৰুক হাঁহি উৰাই দিলে।

ধৰ্মগুৰুৰেও হাঁহি হাঁহি ঘৰ পালেগৈ। তেওঁৰ পত্নীয়ে তেতিয়া পাকঘৰত ৰুটি কৰি আছিল; ল'ৰা-ছোৱালী কেইটাই খেজুৰ গছৰ গুটিৰে খেলি আছিল। তেওঁৰ মুখত হাঁহি দেখি পত্নীৰ চকু স্থিৰ হয়। সময় নষ্ট নকৰি তেওঁক সোনকালে গা ধুই আহিবলৈ কলে।

তেল—চাবোন লৈ তেওঁ ঘৰৰ আগফালে থকা পুখুৰীত গা ধুই আহিবলৈ গল'।

পানীত নামি এবাৰ বুৰ মাৰি পানীৰ তলৰ পৰা ওলাই তেওঁ আচৰিত হ'ল। তেওঁ দেখিলে যে এখন ডাঙৰ নৈৰ মাজত তেওঁ ঠিয় হৈ আছে। তেওঁৰ চাৰিওফালে কিছুমান গাভৰুৱে গা ধুই আছে। আচৰিত, তেওঁ ইমানবোৰ অৰ্ধনগ্ন তৰুণীৰ মাজত! কান্ধৰ ওপৰত ওলমি পৰা দীঘল চুলি আৰু গধুৰ বুকুখনলৈ তেওঁৰ চকু পৰে। ঘামত তিতি তেওঁ অস্থিৰ হ'ল। তেৰোঁ এগৰাকী সুন্দৰী গাভৰু হৈ পৰিল। কানি-কাপোৰ সলাই পাৰলৈ তেওঁ উঠি আহিল।

কোনোবা এটা দিনত সেই গাভৰুৰ বিয়া হ'ল। তেওঁ স্বামীৰ লগত দিন কটাবলৈ ধৰিলে। পাচোঁটি সন্তানৰ মাতৃ হোৱাৰ পাছত তেওঁ বাৰ্ধক্যৰ ফালে আগবাঢ়িবলৈ ধৰিলে। লাহে লাহে এডালি-দুডালি কৰি তেওঁৰ মূৰৰ চুলি শুকুলা হ'বলৈ ধৰিলে। সময় গৈ আছে। এদিন তেওঁ নৈত গা ধুবলৈ গ'ল।

নৈৰ পানীত ডুব মাৰি উঠি অহাৰ পাছত তেওঁ পুনৰ নিজকে দেখি আচৰিত হয়। এয়া দেখোন তেওঁলোকৰ পুৰণি গাওঁৰ পুৰণি পুখুৰী— যিটো পুখুৰীত তেওঁ পুৰুষ ৰূপেৰে শেষবাৰ গা ধুইছিল।

তেওঁ এতিয়া আৰু নাৰীৰ ৰূপত নাছিল।

বছীত আঁৰি থোৱা কাপোৰ তেনেকৈয়ে পৰি আছিল। তেওঁ কাপোৰ সলাই সেই একেটা বাটেৰে ঘৰলৈ লৰ মাৰে। ঘৰ পাই দেখে যে পত্নীয়ে তেতিয়াও ৰুটি কৰি আছে। আৰু ল'ৰা-ছোৱালীবোৰে খেজুৰ গুটিৰে খেলি আছে।

ঘৈণীয়েক সুধিলে—'ইমান সোনকালে গা ধুলে দেখোন! কাউৰীয়ে গা ধোৱাৰ নিচিনাকৈহে ধুলে নেকি?' সময়ৰ বৈচিত্ৰ্যখিনি তেওঁ উপলব্ধি কৰিবলৈ ধৰিলে।

তাত বছৰৰ পাছত বছৰ পাৰ হৈ গ'ল। ইয়াত কিন্তু কেইপলমানহে

অতিবাহিত হৈছে। তেওঁ ভাবিলে যে ধৰ্মগুৰুৱে আকাশত অতিবাহিত কৰা সময়খিনি পৃথিবীত চলি থকা বৰ্ষাৰ দৰে এটা ঋতুৰ সমানেই হ'ব। তথাপি সেই বিষয়ে তেওঁ কিছু জ্ঞান লাভ কৰিলে।

কিন্তু এই বিষয়ে তেওঁৰ মনৰ আকৌ সলনি হ'ল। তেওঁ ভাবিলে—

সময়ৰ অৰ্থ কি?

আকাশৰ সীমা ক'ত?

সময়ৰ বিষয়ে চিন্তা কৰোতে কৰোতে এটা সিদ্ধান্তত উপনীত হ'ল, আৰু সময়ৰ তাৎপৰ্য্য তেওঁ লিখিবলৈ ধৰিলে।

সময় আছিল।

সময় থাকিবও।

সময় আছে হয়; কিন্তু তাৰ কোনো স্থিতি নাই। পল, অনুপল শেষ হোৱাৰ পাছতেই আকৌ সময়ৰ গতি আগবাঢ়ি গৈ থাকে। সূৰ্য্য উদয় হয়; আকৌ অস্ত যায়। মানুহে তাকেই দিন বুলি কয়.—

সময়ৰ গণনা হ'বলৈ ধৰে। খেজুৰৰ সাঁতোটা বীজৰ দ্বাৰা সপ্তাহ নিৰ্ণয় কৰা হয়। চাৰিটা গজালিৰে মাহ স্থিৰ কৰা হয়। আৰু কুঁহিপাত মেলাৰ লগে লগে বছৰৰ সূচনা ধৰা হয়। আকৌ দহটা সোণৰ মুদ্ৰাৰে দশাব্দিৰ অংকণ কৰা হয়।

সময় নিৰূপণ কৰা হ'ল। ছাঁও জুখি চোৱা হ'ল—নক্ষত্ৰবোৰৰ অৱস্থিতি আদিলৈ চাই পোহৰৰ নিৰিখ কৰা হ'ল। লাহে লাহে সংখ্যাবোৰ দৃষ্টি গোচৰ হ'বলৈ ধৰিলে।

কেলেণ্ডাৰৰ আবিষ্কাৰ কৰা হ'ল—

এনেদৰেই সময়ৰেই এটি পদক্ষেপত সময়ৰ গণনা কৰিবলৈ এটি আচৰিত বস্তু ঘৰীৰ সৃষ্টি হ'ল।

তাৰ পাছত তেওঁ লাহে লাহে অকাশ সম্বন্ধেও চিন্তা কৰিছিল। কিন্তু সেই চিন্তাক ৰূপ দিবলৈ নৌপাওতেই তেওৰ মৃত্যু হয়—

(২)

ভাৰতবৰ্ষ নামে দেশত মানুহৰ ৰূপত তেওঁ দ্বিতীয়বাৰ জন্ম গ্ৰহণ কৰিলে। জন্ম হোৱাৰ পাছত তেওঁৰ মনত মাথো পূৰ্ব জন্মৰ স্মৃতিখিনিহে বাকী ৰৈছিল। তেওঁ সেই স্মৃতিৰ ওপৰতেই চিন্তা আৰম্ভ কৰিলে।

পৰমানুৰ পৰা, জিজ্ঞাসাৰ পৰা, ঘৰীৰ ক্ষণ আদিৰ পৰা, দিনৰ পাছত

নিশাৰ পৰা, মাহৰ পৰা, বছৰৰ পৰা তেওঁৰ বিকাশ হ'বলৈ ধৰিলে ।

পুণ্য নদীত স্নান কৰি, তীৰ্থজল পান কৰি ভগবানৰ মহিমাৰ আগত, পশু-পক্ষীৰ প্ৰতি মৰম-চেনেহ ৰাখি, ফল-মূল খাই তেওঁ ডাঙৰ হ'বলৈ ধৰিলে।

ডাঙৰ হোৱাৰ লগে লগে তেওঁৰ বুদ্ধিৰ বিকাশ হ'বলৈ ধৰিলে । তেওঁ নিজকেই সুধিলে—

'কাল কি ?'

কাল সম্পৰ্কে জ্ঞান লাভ কৰিবলৈ তেওঁ দিন-ৰাতি অনুসন্ধান আৰম্ভ কৰিলে । এইবাৰ তেওঁ উঠি-পৰি লাগিল হয়; কিন্তু কোনো ফল পোৱা নগ'ল । লাহে লাহে তেওঁ বুজি পালে যে এই বিশ্বব্ৰহ্মাণ্ডত তেওঁক জ্ঞান দিব পৰা ক্ষমতা কেৱল ব্ৰহ্মাৰহে আছে ।

আঠ প্ৰহৰ ধৰি তেওঁ তপস্যা আৰম্ভ কৰিলে । শৰীৰ জহি গ'ল, স্মৃতিহে মাত্ৰ বাকী ৰ'ল—মূৰত জটা বান্ধিলে। বিষ্ণুৰ নাভিস্থলত উৎপন্ন হোৱা পদুমৰ পাহিত বহি থকা ব্ৰহ্মাৰ স্মৃতিয়ে তেওঁৰ শৰীৰৰ প্ৰতিডাল নোমৰ বিন্ধাই বিন্ধাই বিৰাজ কৰিলে।

বছৰৰ পাছত বছৰ পাৰ হৈ গ'ল।

দূৰ দিগন্তত এটিবাৰ মাথো হাঁহি শুনা গ'ল। মাত্ৰ কিছু ক্ষণৰ বাবে ব্ৰহ্মা তেওঁৰ সন্মুখত আবিৰ্ভাব হ'ল ।

তেওঁ ব্ৰহ্মাৰ পদশব্দ শুনি চকু মেলি চালে। কিন্তু ব্ৰহ্মাই চকু নেমেলে। তেওঁ ক'লে—'বৎস, এই ব্যৰ্থ চেষ্টা কিহৰ বাবে? সময়ৰ হিচাপ কেৱল মোৰ ওচৰতহে আছে।'

'প্ৰভু, দয়াকৰি মোক কওক।'

'বৃথাই কিয় শুনিবলৈ চেষ্টা কৰিছা ?'

'প্ৰভু, এই আগ্ৰহ মোৰ অতি স্থিৰ।'

ব্ৰহ্মাই ক'লে—'তেতিয়াহলে শুনা দিন, ৰাতি, মাহ, ঋতু, মানববৰ্ষ, দেববৰ্ষ, যুগ, কল্প এই সকলোবিলাক মোৰ দিন আৰু ৰাতিত মিলিছে। মোৰ এই দিন তোমালোকৰ ৮৬৪,০০,০০,০০০ বছৰৰ সমান—

তেওঁ কলে-- 'প্ৰভু, মোক ক্ষমা কৰক--',

ব্ৰহ্মাই হাঁহি মাৰি অদৃশ্য হ'ল। তেৰোঁ তপস্যাৰ পৰা উঠিল।

সেই সময়লৈকে তেওঁৰ নিজৰ পৰিশ্ৰমেৰে সৃষ্টি কৰা নদীপৰীয়া সংস্কৃতি মাটিত মিহলি হৈ গ'ল। ইয়াৰ পিচত আৰু সেই সংস্কৃতিয়ে

কাকো ব্যাকুল কৰি নোতোলে।

মৌচুমীৰ প্ৰবেশ ঘটাবৰ বাবে যি দুৱাৰ উন্মুক্ত হ'ল--সেই দুৱাৰেদি লুকাই লুকাই প্ৰবেশ কৰিলে বহুতো বিষাক্ত জীৱ।

বৰ্ণ তথা জাতি ভেদৰ সৃষ্টি হ'ল। সংস্কৃতিৰ ৰূপ মিশ্ৰিত হ'ল।

অতি মানসিক যন্ত্ৰণাৰ দ্বাৰা তেওঁ এটি তথ্য বুজি পালে।

তেওঁৰ প্ৰিয় ব্ৰহ্মাৰ সংকল্প শেষ হৈ আহিছে। তেওঁৰ পৰম্পৰা ম্লান হৈ আহিছে।

তেওঁ বিদেশী ভাষা পঢ়িবলৈ বাধ্য হয়। সেই ভাষাৰ যোগেদিয়েই তেওঁ সময় সম্বন্ধে, শূন্য আকাশ সম্পৰ্কে চিন্তা কৰে।

ৰাইট আৰু লেফট্--?

টাইম চিয়ৰ্চ--দা ফেট অব স্পেচ।

আৰ অল পইণ্টচ অব ব্য ইকুয়েল ?

ডা ৰিলেটিভ এপিয়েৰ্চ এবচ্লিউট ?

ডা এবচলিউট টানৰ্চ আউট টু বি ৰিলেটিভ

ভেলছিটি হেজ ইটছ লিমিট।

ইমানবোৰ দৈবিক বাক্য গ্ৰহণ কৰাৰ পাচত কোনোবাই তেওঁক কয়---'বিয়লি পাঁচ বাজি গ'ল।''

তেওঁ সোধে, 'কত ? ভাৰতত নে আমেৰিকাত ?'

এই দৰেই আইনষ্টাইনৰ সিদ্ধান্তৰ আধাৰে পঢ়িবলৈ তাৰ দ্বিতীয় জন্মৰ সমাপ্তি হয়।

পূৰ্ব জন্মৰ অনুসন্ধানত তেওঁৰ আত্মা ঘূৰি ফুৰিছিল।

সেই দুভগীয়াৰ তৃতীয় জন্ম হ'ল বান্দৰৰ ৰূপত, তাৰ কোনো আত্মীয়-স্বজন নাছিল। বান্দৰীবোৰক উমেহতীয়া সম্পত্তিৰ দৰে মাথো ব্যৱহাৰ কৰা হৈছিল---সেই কাৰণে সি নিজৰ পিতৃৰ বিষয়ে একোকে নেজানিছিল। মাকৰ পিছে পিছে সি ঘূৰি ফুৰিছিল। মাকৰ পিয়াহ খায়, মাকৰ মূৰৰ পৰা ওকনি আনি মাৰে। এই সকলোবোৰ কথা তাৰ মনত আছে। মাকেই আছিল তাৰ লগ; কিন্তু দ্বিতীয়বাৰ গৰ্ভধাৰণ কৰাৰ পাছতেই মাকে তাক আঁতৰ কৰি দিয়ে।

আন লগৰীয়াৰ সৈতে সি বেলেগে বাস কৰিবলৈ লয়। সিহঁতৰ সৈতে গছৰ ডালে ডালে জপিয়াই, ডাঙৰ ডাঙৰ দেৱালবোৰ বগাই মন্দিৰৰ

ছালত উঠি আনন্দৰে দিন কটাইছিল। এদিন সি মধুৰীআমৰ বাগিছাত চুৰকৈ মধুৰীআম খাবলৈ সোমাইছিল। মালীয়ে দেখি তাৰ পিঠিলৈ কেটেপা মাৰি পঠিয়ালে। পিঠিত সি গুৰুতৰ আঘাত পালে। দুদিনমান পাছত দুখপোৱা ঠাইখিনি ৰঙাপৰি ফুলি উঠিল। যন্ত্ৰণাত সি কান্দি দিয়ে। এসপ্তাহমানৰ পাছত ঘাঁ লাগে, ঘাঁডোখৰৰ চাৰিওফালৰ নোমবোৰ সৰি যায়। তাৰ পৰা তেজ-পুঁজ বৰলৈ ধৰে, আৰু সি সকলোৰে পৰা আঁতৰ হব লগা হয়।

সি আজি সম্পূৰ্ণ অকলশৰীয়া। পিতৃ-মাতৃ নাই। আত্মীয়-কুটুমো কোনো নাই, কোনো লগৰীয়াও নাই। পিঠিত গেলা ঘাঁ লৈ মহ খেদাই সি সময়বোৰ পাৰ কৰি দিয়ে।

মন্দিৰৰ সন্মুখত থকা বট বৃক্ষডালেই তাৰ সময় কটোৱাৰ ঠাই। গছ-জোপা এনেকুৱা ঠাইত আছিল যে তাৰ ডালৰ পৰা মন্দিৰটো, চহৰখনৰ পুলিচ চকী, নৈ, বাট আদি সকলোবোৰ দেখি। ডাল-পাত-সিপাৰে বহু ঠাই জুৰি, নিঃসঙ্গভাবে প্ৰকাণ্ড বট গছজোপা ঠিয় হৈ আছে। গছজোপাৰ খোৰংবোৰত সাপৰ বাহ: ডালবোৰত পাতৰ মাজে মাজে চৰাইৰ বাহ। বিস্তৃত ডালবোৰৰ কোমল পাতবোৰে বতাহত কঁপি কঁপি চাৰিওফালে এক সজীৱতাৰ ঘোষণা কৰে।

কেবা বছৰ ধৰি সেই গছজোপাৰ এটা ডালতেই নিশাবোৰ কটাই সি তাৰ পূৰ্বজন্মৰ স্মৃতি ৰোমন্থন কৰিছিল।

বাটেদি অহা-যোৱা কৰা মানুহ বা জন্তু আৰু উৰিযোৱা চৰাইবোৰক পূৰ্বজন্মৰ কাহিনী ক'বৰ বাবে তাৰ মনটো উচ-পিচাই থাকে। কিন্তু মুখৰ পৰা যে কথা নোলায়। সি ছাঁ জুখি সময় নিৰ্দ্ধাৰণ কৰে, আৰু বালিৰ আয়নাৰে সময় নিৰূপণ কৰি সংখ্যাৰ আবিষ্কাৰ কৰে। কেলেণ্ডাৰ তাৰ নিজৰেই সৃষ্টি। তপস্যা কৰি সি ব্ৰহ্মাকো নিমন্ত্ৰণ কৰিছিল। এনেকুৱা কিমান ঘটনাৰ ছবি যে তাৰ মনত ভাহি উঠে।

বাটৰুৱাবিলাকে তালৈ লক্ষ্য নকৰে। ল'ৰা-ছোৱালীবোৰেও একো ভ্ৰূক্ষেপ নকৰে। খাবলৈ সি আহাৰ নেপায়। ফল-মূল, প্ৰসাদ আদিৰ থাললৈ যাত্ৰীবোৰ যেতিয়া মন্দিৰৰ ভিতৰলৈ যায়, সেইবোৰ দেখি তাৰ মুখৰ পানী পৰিবলৈ ধৰে। পেটে কলমলাবলৈ ধৰে। মন্দিৰৰ পূজাৰীয়ে যেতিয়া দুৱাৰ বন্ধ কৰি ভোগ

খায় সি অপলক দৃষ্টিৰে চাই থাকে। আৰু তেনেকৈয়ে সি নিজৰ ভোক পলুৱায়।

নিশা সকলো শোৱাৰ পাছত সি গছৰ পৰা নামি মন্দিৰৰ চোতাললৈ যায়। দিনত পূজাৰীয়ে কাটি পেলাই দিয়া কল-নাৰিকলৰ টুকুৰা, ধূলি লগা মিঠাইৰ পেলাই দিয়া অংশ নাইবা আধাখোৱা আমৰ টুকুৰাকেই সি খায়। একো নেপালে মন্দিৰৰ পুখুৰীত নামি হেপাহ পলুৱাই পানী খায় আৰু পূজাৰীয়ে যদি নেদেখে, মন্দিৰৰ ছালৰ ওপৰত উঠি ঘন্টা বজাই সাউৎকৰে নামি আহি গছৰ ওপৰত উঠে।

শোৱাটোহে বৰ মস্কিলৰ কথা। কাৰণ ঘাঁ থকা পিঠিৰে অতীতৰ দিনবোৰৰ কথা সুঁৱৰি সুঁৱৰি সি বুকুত এক তীব্র যন্ত্রণা অনুভৱ কৰে আৰু তেনেকৈয়ে বিনিদ্র ৰজনী পাৰ কৰি দিয়ে। ৰাতিপুৱাৰ লগে লগে তাৰ চকু মুদ খাই যায়।

'চায়ৰেণ'ৰ শব্দ শুনি প্রতিদিনে সি সাৰ পায়। গোপুৰৰ নগৰপালিকাৰ কাৰ্য্যালয়ৰ সন্মুখত চায়ৰেণ বাজে আৰু তেতিয়াই ঘৰীৰ কাঁটাও ছয় পায়হি।

গোপুৰৰ বুকু অংশত এটি স্তন যেন লগা ঘৰীটো সি যেতিয়াৰ পৰাই দেখিছিল তেতিয়াৰ পৰাই ঘৰীটোৰ আকৰ্ষণে তাক বিহ্বল কৰি পেলাইছিল।

গোপুৰলৈ গৈ সি সেই ঘৰীটো হাত কৰিবলৈ বিচাৰিছিল। সম্ভৱ হলে সি ঘৰীটোৰ যোগেদিয়েই চন্দ্রটোকো স্পর্শ কৰিব খুজিছিল। সেই অভিলাষে কুশানলৰ দৰে কলিজাত বিন্ধিবলৈ ধৰিছিল, যিখন অন্তৰেৰে সি সময় সম্পর্কে ইমান অধ্যয়ন কৰিলে, ইমান চিন্তা কৰি ঘৰী অবিষ্কাৰ কৰিলে সেইখন অন্তৰ এই অভিলাষে থকাসৰকা কৰি দিলে।

বহুত নিশা সি গোপুৰলৈ গৈছে। কিন্তু সেইসময়ত গোপুৰৰ দুৱাৰত তলা লগাই গোৰ্খা পহৰাদাৰ দুৱাৰদলিত শুই থকা কাৰণে সি ঘৰীটো হাত কৰিব নোৱাৰিলে।

অৱশেষত সেই দিনটো আহিল, যিটো দিনৰ কাৰণে সি আগ্রহেৰে বাট চাই আছিল। শুভ্র জোনাক নিশা, গোপুৰৰ জোঙা অংশটোৱে যেন ত্রিশূলৰ দৰে জোনটোক স্পর্শ কৰিছে। সেইদিনা চকিদাৰে গোপুৰৰ

দুৱাৰ বন্ধ কৰিবলৈ পাহৰিলে, নাকৰ ঘোৰঘোৰণি তুলি চকিদাৰ শুই থাকিল।

বাৰ্দ্ধক্যক আওকাণ কৰি, পিঠিত গেলা ঘাঁৰে সৈতে ভোকৰ কথা পাহৰি সি গোপুৰৰ চিৰিত বগাবলৈ ধৰিলে।

কিমান সময় পাৰহৈ গ'ল সি ক'ব নোৱাৰে। শ শ হেজাৰ হেজাৰ চিৰি বগাই সি ওপৰলৈ আগবাঢ়ে। ঘামত তাৰ সমস্ত শৰীৰ তিতি গ'ল। মূৰটো ঘূৰাবলৈ ধৰিলে। ভাগৰত তাৰ হাত-ভৰি চিগি যোৱা যেন লাগিল। হৃদয়ৰ স্পন্দন বাঢ়িবলৈ ধৰিলে। উশাহ-নিশাহ প্ৰবল ধুমুহাৰ দৰে হ'ল।

অৱশেষত সি তাৰ লক্ষ্যস্থলীত উপনীত হ'ল। সি ঘৰীটো প্ৰবল আবেগেৰে সাৱটি ধৰে। আৰু ঘৰীটোৰ কাঁটাবোৰত চুমা খায়। তাৰ পাছত সি শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি গোপুৰৰ ঘৰীটো হাতলৈ আনিলে।

গোপুৰৰ বুকুৰ স্তন নাইকিয়া হৈ গ'ল। সূৰ্পনখাৰ দৰে গোপুৰ যন্ত্ৰণাত কাতৰ হৈ পৰিল।

তাৰ অভিলাষ পূৰ্ণ হ'ল। যি ঘৰী সিয়েই আৱিষ্কাৰ কৰিছিল, সেই ঘৰী তাৰ হাতলৈকে আহিল।

ঘাঁত উৰলি যোৱা পিঠিত ঘৰীটো লৈ গোপুৰৰ টিংভাগত সি ঠিয় হ'ল। জোনৰ স্নিগ্ধ পোহৰত সদ্যস্নাতা আকাশ। গোপুৰৰ ত্ৰিশূলৰ কিছু আঁতৰতে যেন জোনটো। ইচ্ছা কৰিলে হয়তো হাতেৰে চুকি পোৱা যাব। সি ভাবিলে চন্দ্ৰটোক এবাৰ হাতেৰে চুই সি যিটো বাটেৰে গৈছিল সেই বাটেৰে উভতি আহিব।

চন্দ্ৰটো স্পৰ্শ কৰিবৰ বাবে সি ভৰিৰ বুঢ়া আঙুলিটোৰ ওপৰত ভৰ দি এহাতে ঘৰীটো লৈ আনটো হাত ওপৰলৈ তোলে। হঠাতে দেখোন তাৰ ভৰিটো পিছলি গ'ল। তাৰ পাচত আৰু কি হ'ল তাৰ মনত নাই।

পিছদিনা মন্দিৰৰ ভক্তসকলে দেখিলে যে তেজেৰে ৰাঙলী হোৱা বান্দৰৰ মৃতদেহ এটা গোপুৰৰ তলত পৰি আছে আৰু তাৰ কাষতে ঘৰীটো ছিন্ন-ভিন্ন হৈ পৰি আছে।

এইদৰেই যুগৰ আৰম্ভ হ'ল।

ঃ—ঃ

# যমৰজা

মৃত্যুৰ বিষয়ে কাৰত্তু নামৰ ধাই এজনীয়ে মোক পোন প্ৰথমে কৈছিল। ক'লা দাগ থকা মুখ, সোঁতোৰা-সোঁতোৰ ছাল। ওলমি পৰা বুকুৰে কাৰত্তু ধাই।

বিশবছৰৰ আগৰ এটা বৰষুণৰ নিশাত মই তিতি-বুৰি মাৰ গা'ৰসৈতে লিপিত খাই পৰি আছিলো। মোৰ চাৰিওফালে সদ্য প্ৰসৱৰ গোন্ধ। প্ৰসৱ বেদনাত অচেতন হৈ পৰি থকা মা'ৰ বিচনাৰ কাষত বুঢ়ী কাৰ-ত্তুৱে তামোল চোবাই আছিল। মূৰটো জোকৰাৰ লগে লগে তাইৰ কাণৰ কাণফুলিও জোকাৰ খাই উঠিছিল।

কিছুসময়ৰ পাছত মায়ে যেতিয়া চকু মেলিলে, কাৰত্তুৱে কাপোৰেৰে মেৰিয়াই থোৱা মোক দাঙিধৰি মাক দেখুৱালে।

'কল্যাণী মা, তোৰ ল'ৰা উপজিছে।'

তাৰ পাছত তাই নিজৰ লেতেৰা পিক লগা ওঁঠ দুটা মোৰ কপালত থৈ ফুচফুচাই ক'লে--লৰাটো জন্ম হ'ল হয়। কিন্তু ইও মৰিব লাগিব।

মায়ে এই কথাষাৰ নুশুনিলে। প্ৰথম প্ৰসৱৰ বেদনাত জৰ্জৰিত হৈ ভাগৰি পৰাত মাৰ টোপনি ধৰিছিল।

কাৰত্তুৱে মোৰ কাণৰ কাষত সুধিলে --- 'বেটা, তই মৃত্যুক ভাল পাব নেকি?' মই মূৰটো জোকাৰি দিছিলো।

'তেতিয়াহলে তই আকৌ কিয় জন্ম ল'লি।

মই ইয়াৰ উত্তৰ বিচাৰি নেপালো। ক'ব পৰা হলে হয়তো কলোহেঁতেন 'তুমিয়েইতো মোক জন্ম লবলৈ টানি আনিছা।' কিন্তু মই একো ক'ব নোৱাৰিলো।

কেইবছৰমানৰ পাছতহে মই বৰ্ণশিক্ষা আৰম্ভ কৰিছিলো। কিন্তু তেতি-য়াও মই আখৰৰ ৰূপ চিনি পোৱা নাছিলো। সেইবোৰ মোৰ বাবে কিছুমান চিত্ৰৰ দৰে আছিল। বিভিন্ন ৰূপ আৰু ৰঙৰ ছবিয়ে মোৰ

কোমল মগজুত বাগৰ সলাই আছিল। পাঁচ বছৰমানৰ পাছত মই গছত উঠিবলৈ শিকিলো। সেই বয়সতেই এদিন সন্ধ্যাসময়ত মই কাৰত্তুৰ মৃত্যু দেখিলো।

যি কাৰত্তুৱে মোক মোৰ মৃত্যুৰ কথা সুধিছিল সেইজনী কাৰত্তুৰেই চোন এতিয়া মৃত্যু হ'ব খোজে। তাইলৈ মোৰ খং আৰু পুতৌ দুয়োটাই উপজিল। মৃত্যু তাইৰ দুৱাৰদলিত বুলি জানিও মই তাইৰ কুটীৰলৈ সোমাই গলো।

গোবৰেৰে পৰিস্কাৰকৈ মছি থোৱা ঠাই এডোখৰত চাৰি এখনৰ ওচৰত কম্বল এখন পাৰি তাৰ ওপৰত কাৰত্ত্ব ধাই নিথৰ হৈ পৰি আছিল। তাইৰ মূৰ-শিতানৰ কাষত এগছ চাকি জ্বলি আছিল। আৰু সেই বুঢ়ীৰ তিনিটা ল'ৰাই বাহিৰৰ বাৰান্দাত বহি বিৰি হুপি হুপি বহি আছিল। দক্ষিণ প্ৰদেশত থকা ভৱানী নামৰ বুঢ়ীৰ জীয়েকজনীক কোনোবাই মাতিবলৈ গৈছিল। চোতালৰ একাষত নাৰিকলৰ বাকলি গোটাই থোৱা হৈছিল।

ঘড়ী পিন্ধি দেহ সংস্কাৰ কৰিবৰ বাবে বৈ থকা চিতিয়ন ৰামন নায়ৰে বাৰে বাৰে ঘড়ী চাইছিল। দক্ষিণফালে কেইজনমান যুবকে চিতা সাজিছিল।

সকলোবোৰ যেন তাৰেই অপেক্ষাত আছিল।

মোৰ বৰ ভয় লাগিছিল। মৃত্যুৱে এটা ক'লা শগুনৰ দৰে পাখি মেলি ঘৰৰ ওপৰত ঘূৰি ফুৰিছিল। নাইবা এটা বনৰীয়া ম'হৰ ৰূপত বাহিৰত গুজৰি আছিল—মোৰ এনে লাগিছিল, মৃত্যু হয়তো এডাল ৰচী হৈ ক'ৰবাত কোঁচ খাই পৰি আছিল। চাৰিওফালে কেৱল মৃত্যুৰ গোন্ধ। এই ঘৰৰ সকলোবোৰে তাকেই খামোচ মাৰি ধৰি আছে। ভুলতেই যদি মৃত্যুৰ কু-দৃষ্টি আন এজনৰ ওপৰত পৰে তেতিয়া হয়তো কাৰত্তু ৰক্ষা পৰিব আৰু সিজনৰ মৃত্যু হ'ব। ইয়াৰ আগতে এনেকুৱা ঘটনা কেবাটাও হৈ যোৱাৰ কাৰণে মই বৰ আচৰিত হৈছিলো। তাৰপৰা ক'ৰবালৈ পলাই যোৱাৰ কথা ভাবিলো।

গদ্ গদ্ কণ্ঠে মই মাতিলো—"কাৰত্তু মা,"

মোৰ চিঞৰ শুনি চুকত থকা বুঢ়ীগবাকীয়ে মূৰ তুলি চাই কলে—

"বাছা, এই তিনি সন্ধ্যাৰ সময়ত তই ইয়াত কিয় বৈ আছ। মাৰে গালি পাৰিব নহয়।"

মই বুকুত সাহস বান্ধি কলো-- 'নহয়, নহয়, মই কাৰত্তু মা'ৰ মৃত্যু হোৱা চাবলৈহে আহিছো। মোৰ মৃত্যুৰ কথা তেৱেঁই কৈছিল। সেই বাবেই মই তেওঁৰ মৃত্যু হোৱা চাব লাগিব। আৰু মই তেওঁক এটা কথা সুধিব লাগে।

"বুঢ়ী, তুমি এতিয়া মৰিবলৈ ওলাইছা নহয়?"

বুঢ়ীৰ মৃত্যুলৈ কিমান সময় আছে, সেই বিষয়ে মই অনুসন্ধান কৰো।

বুঢ়ী কেইজনীৰ ভিতৰত এজনীয়ে হাঁচিয়াই কয়--"তেনেকুৱা কথা নক'বা ঋেপা, এই সংসাৰৰ মোহ এৰা ইমান সহজ নহয়। মায়াৰ বান্ধোনে সকলোকে সাঙুৰি থৈছে। সেই বান্ধোন ঢিলা কৰিব খুজিলেও ঢিলা নহয়। কাটিব খুজিলেও কটা নাযায়।"

মই বুঢ়ীৰ ওচৰত আঠুত ভৰ দি কোমল মাতেৰে মাতিলো- "কাৰত্তু মা"-কেবাবাৰো মতাৰ পাছত তেওঁ চকু মেলি চালে।

লগে লগে মই সুধিলো--'তুমি কেতিয়া মৰিবা?' তেওঁ লাহেকৈ কলে--"ভগবানে যেতিয়াই মাতিব, তেতিয়াই গুচি যাম, বোপাই।"

"কিয়? তুমি মৃত্যুক ভালপোৱা নেকি?"

"নহয়--বোপাই, ভৱানীৰ বিয়া নোচোৱাকৈ কেনেকৈ মৰো।"

"তেতিয়াহলে তুমি মোৰ মৃত্যুৰ কথা কিয় কৈছিলা?"

"বোপাই, তইতো সোনকালেই মৰিব লাগিব। মোৰ লগতে বল, মই তোক লৈ যাম।"

বুঢ়ী কাৰত্তুৰ শেন চকু চমকি উঠিল। তাইৰ দৃষ্টিত এক অদ্ভুত শক্তি আছিল। মই ভয় খাইছিলো। বুঢ়ীয়ে মোৰ মৃত্যুৰ কথা পুনৰ সোঁৱৰিবলৈ ধৰিছে। ইচ্ছা হ'ল যেন তাৰপৰা দৌৰি পলাই সাৰিম। যেতিয়া জন্ম হৈছিলো-- তেতিয়া কৈছিলো--"মৃত্যুলৈ ভয় নকৰো"; কিন্তু এতিয়া মাৰবলৈ বৰ ভয় লাগে। সেই বুঢ়ীৰ পৰা বহুত কথাই জানিবলৈ ইচ্ছা হয়।

"মই কেতিয়া মৰিম? কেনেকৈ মৰিম?"

কাৰত্তুৰ শৰীৰ কঁপি উঠিল। মূৰটো এফালে হালি পৰিল। মুখখন মেল খালে। এটা ক'লা কুকুৰাই বাহিৰত চিঞৰি উঠিল। মই চমকি উঠিলো।

গোটেই বাগিছাখনতে মৃত্যুৰ ধ্বনি বাজি উঠিল। চকু আধা মেলা অৱস্থাৰে বুঢ়ী পৰি ৰ'ল। বুঢ়ী কেইগৰাকীয়ে বহাৰ পৰা উঠি আঁচলৰে চকু মচি ফেকুৰি-ফেকুৰি কান্দিবলৈ ধৰিলে।

বাৰান্দাত বহি বিৰি হুপি থকা বুঢ়ীৰ ল'ৰাকেইটা দৌৰ মাৰি সোমাই আহিল। ৰামন নায়ৰে ঘৰীলৈ চাই এটি দীঘল উশাহ লৈছিল। মোৰ শৰীৰটো ইমান অৱশ লাগি গৈছিল যে মই যেন এইমাত্ৰ এটা বেয়া সপোনহে দেখিলো। যিজনী বুঢ়ীয়ে মোক মৰাৰ কথা কৈছিল সেইজনী বুঢ়ীহে এতিয়া মৰি থাকিল। তাৰ লগে লগে সেই ৰহস্যৰো অন্ত পৰিল। এই বিষয়ে মই এতিয়া কাকো সুধিবৰ আৱশ্যক নাই। সেই কথা এতিয়া আৰু কোনেও ক'ব নোৱাৰিব।

অতীতৰ কথাবোৰ মোৰ মনত পৰে। দশম বাৰ্ষিক জন্ম উৎসৱৰ দিনটোৰ কথা মনত পৰে।

বৰষুণ দি থকা এটা দিনত মই যেতিয়া স্কুলৰ পৰা আহি আছিলো তেতিয়া কোটল নামৰ পাহাৰটোৰ সিফালৰ পৰা কোনোবাই মোক মাতিলে।

"অপ্পু কুট্টা ----"

মই চাৰিওফালে ঘূৰি চাই কাকো নেদেখিলো। তাত কোনো নাছিলো। অলপ পাছতে সন্ধ্যা নামিছিল। যিটো মন্দিৰৰ সন্মুখত ল'ৰা-ছোৱালীবোৰে খেলছিল সেইখন পথাৰ তেতিয়া নিজম পৰি আছিল। কাজু গছৰ পাতৰ পৰা তেতিয়াও টোপ-টোপকৈ পানী পৰি আছিল। মোৰ ভয় লাগিছিল। বৰষুণৰ লগে লগে নিশাৰ আন্ধাৰ ঘনহৈ আহিছিল। যদি সোনকালে আগ নেবাঢ়ো হয়তো আন্ধাৰত ক'ৰবাৰ গাঁতত সোমামগৈ। সেইকাৰণে তাৰপৰা পলাই সাৰিবলৈ মই বেগাই খোজ দিলো। লগে লগে আকৌ সেই শব্দ শুনিবলৈ পালো।

"অপ্পু কুট্টা----"

এইবাৰ মই কাজু গছৰ ঠাল এটাত এটা ক'লা চৰাই ঠোঁট দুটা মেলি বহি থকা দেখিলো। মই আচৰিত হৈ সুধিলো-"তোক কি লাগে?

"তুমি মোক চিনি পাইছানে?"

"ওহোঁ, নাই পোৱা।"

"নহয়-আকৌ এবাৰ মনত পেলাই চোৱাছোন।"

"ওহো, তোমাৰ কথা দেখোন মোৰ অলপো মনত নাই।"

চৰাইটোৱে ঠোটটো মেলি এটা বিকৃত হাঁহি মাৰিলে। বৰষুণৰ মাজ-তেই চৰাই এজাকে চিঞৰ-বাখৰ কৰি উৰি গ'ল। প্ৰবল বৰষুণৰ ফলত গছৰ পাতবোৰ সৰি গৈছিল। পাহাৰৰপৰা অহা বতাহে গছৰ পাতবোৰ উৰুৱাই নিছিল। মোৰ সমস্ত শৰীৰ তিতি ঠাণ্ডাত গাৰ নোম সিঞৰি উঠিছিল। দাঁত দুয়োপাৰি লাগি গৈছিল।

"মোক চিনি পোৱা নাই নহয়? হাঁ - হাঁ -- -- ময়েই তোমাক, তোমাৰ মাৰ গৰ্ভৰ পৰা বাহিৰলৈ আনো। সেই কথা পাহৰি গলা নেকি?'

ভয়ত পেপুৱা লাগি মই একোকে কব নোৱাৰি মাথো ৰৈ আছিলো। বৰষুণৰ নিশা কোট্টেল পাহাৰৰ বতাহৰ মাজত ক'লা চৰাইৰ মাতৰ পৰা ৰক্ষা পৰিবলৈ মই আম গছৰ তলত এডোখৰ নিৰাপদ ঠাই বিচাৰি ফুৰিছিলো। এনেতে আকৌ সেই শব্দ শুনিবলৈ পালো --

"অপ্পু কুট্টা, এবাৰ এইফালে চোৱা।"

মই ঘূৰি চালো। চৰাইটোৰ ডাঙৰ কাণদুখনৰ কাণফুলিযোৰ জোকাৰ খাই উঠিল। ৰঙা ঠোঁট দুটাৰ ওপৰত সোতোৰা-সোতোৰ হোৱা চাল।

স্মৃতিয়ে মোক আকৌ এবাৰ পৰাজয় কৰিলে।

"অপ্পু কুট্টা, আহা মই তোমাক লৈ যাম।"

"নেলাগে, নেলাগে," বুলি মই দৌৰিবলৈ ধৰিলো। উভটি নোচোৱাকৈ দৌৰিছিলো যদিও পাছে পাছে আহি থকা বিকৃত হাঁহিৰ শব্দ শুনিবলৈ পালো।

"পলাই সৰাৰ চেষ্টা নকৰিবা। মই আকৌ আহিম।"

ঘৰ পায়েই মোৰ মুখেৰে ফেন ওলাবলৈ ধৰে। মই অবশ হৈ পৰি গলো। তিনি দিনলৈ মই তেনে অৱস্থাৰেই পৰি আছিলো। জ্বৰত মই ছট্‌ফটাই থাকো। মায়ে কলে, ভয় খালে বোধহয়। তাৰপাছত মায়ে কান্দিবলৈ ধৰিলে।

গোপাল গণক আমাৰ ঘৰলৈ আহে। কেঁৰা চকুৰে গোপাল গণকে ৰাশিচক্ৰ চায়। মোৰ কোষ্ঠীত গ্ৰহ-গতিৰ গণনা কৰে। অৱশেষত কথাটো মই জানিবলৈ পালো।

"আয়ুস নায়েই। মৃত্যু যিকোনো মুহূৰ্তত হব পাৰে। আজি বা কাইলৈকে। হব পাৰে।"

মায়ে উচুপি উচুপি কান্দিবলৈ ধৰে। বহুদিন অপেক্ষা কৰাৰ পাছত আৰু বহুত প্ৰাৰ্থনাৰ পাছত পোৱা একমাত্ৰ পুত্ৰৰ জীৱনকালো অনিশ্চিত। আজি বা কাইলৈকো মৃত্যু হ'ব পাৰে।

কাৰত্তু ধায়ে যি কৈছিল সেয়া হাতে হাতে ফলিয়ালে। কাজু বাগিচাৰ ক'লা চৰাইটোৱে যি কৈছিল সেয়াও ফলিয়ালে। অনতিপলমে, আজি বা কাইলৈ -- -- --

উৰি ফুৰোতে পখিলাৰ জীৱন অৱসান হোৱাৰ দৰেই মোৰ জীৱন বন্তিও নুমাই যাব ধৰিছে।

গোপাল গণকে প্ৰত্যয়ৰে কলে--দুৰ্ঘটনা হলে মাটিতেই হ'ব। পানীত নহয়।

তেতিয়াৰ পৰাই মোৰ ওপৰত সকলোৰে চকু থাকিল। পহৰাদাৰৰ ব্যৱস্থা হ'ল। স্কুললৈ যাওঁতে দুজন ল'ৰা মোৰ ৰখীয়া হৈ যায়। ছুটিৰ দিনা ঘৰুৱা চাকৰ পুংকান্নি নায়াৰৰ ৰঙা চকু মোৰ পাছে পাছে ঘূৰি ফুৰে। গছত উঠাৰ অনুমতি নাছিল। আম, কঠাল, মধুৰীআমৰ পৰা মৃত্যুৰ ভয় আছিল বাবেই মোক উঠিবলৈ অনুমতি দিয়া নাছিল। পানীত কোনো ভয় নাই বাবে গা ধুবলৈ যাব পাৰো। সাতুঁৰিবলৈও যাব পাৰো।

দিনবোৰ আগবাঢ়ি গৈ থাকে কৌমাৰ্য্যৰ সন্ধ্যাৰ ফালে। স্মৃতিৰ স্মৰণ ভৰা গধূলিলৈ -- ।

পোন্ধৰ বছৰীয়া জন্মদিন আহে।

সেইদিনা গোসাঁই এজনে মোক বিচাৰি আহিছিল। অনিমন্ত্ৰিত আলহীৰ দৰেই তেওঁ আহি আমাৰ ঘৰত উপস্থিত হয়হি। তেওঁ দুটা ঘৰৰ মাজতে বহে আৰু কান্ধৰ পৰা টোপোলাটো নমাই থয়। তেওঁৰ কঁপালত ভস্মৰ ফোঁট। এটা ডাঙৰ চন্দনৰ ফোঁটো তাৰ মাজতে আছিল। তেওঁৰ গাৰ বৰণ ৰঙা আছিল। আনকি, তেওঁৰ ওঁঠদুটা আৰু কাণত পিন্ধা কুণ্ডলো ৰঙা আছিল।

মোৰ ফালে ঘূৰি চাই এটা কৃত্ৰিম হাঁহি মাৰি তেওঁ সুধিলে --"মনত আছে ?"

--"ওহো, "

"এবাৰ মনত পেলাই চোৱাছোন।"

"নাই, একেবাৰে মনত নপৰে।"

তেওঁ তেওঁৰ মোনাৰ পৰা এমুঠি ভস্ম উলিয়াই মোৰ মুখৰ ফালে মাৰি পঠিয়ায়। মই চকুৰে জলক-তভক দেখিবলৈ ধৰিলো। শৰীৰ লাহে লাহে অৱশ হৈ পৰিল। বহুত পুৰণি কথাই মোৰ মনলৈ আহিল। মই তেওঁৰ মুখতেই কাৰত্তু ধাইৰ মুখখন দেখিবলৈ পালো। কেইবছৰমানৰ আগতে সেই ভঙা-চিঙা বিচনাৰ ওপৰত একে চেহেৰাৰ ভস্মসনা মুখ, আধা মেলা চকু। গোসাঁয়ে মোলৈ উভটি চায়। চকুত চকু পৰে; তেওঁৰ আকৰ্ষণীয় দৃষ্টিত মই মোহিত হৈ পৰো।

"এতিয়া মনত পৰিছে?"

"হয় —।"

"কেতিয়া? ক'ত লগ পাইছিলা মোক?" "বহুবছৰ ধৰি - - অৰ্থাৎ জন্মৰ পৰা - -" তেওঁৰ চকুৱে ৰহস্যময় কথা ক'বলৈ ধৰিলে। তেওঁৰ মাতত মই বুঢ়ী কাৰত্তুৰ মাত শুনিবলৈ পালো। তেওঁ যেন মোক আকৌ মৃত্যুৰ কথা সোঁৱৰাবলৈ আহিছে। বুঢ়ীৰ কণ্ঠধ্বনিয়ে মোৰ পিছে পিছে সাপৰ দৰে খেদি ফুৰিছিল।

জন্মৰ হোৱাৰ পাছতে মৃত্যুৰ বিষয়ে তেওঁ মোক কৈছিল; মাজতে তেওঁ মোক এবাৰ সোঁৱৰাই দিছিল। এতিয়া আকৌ মনত পেলাই দিছে।

ধাই কাৰত্তুৱে প্ৰেত হৈ কিয় বাৰু মোৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছে? মোৰ জীৱন আৰু মৃত্যুৰ সময় নিৰ্শিচত কৰাৰ অধিকাৰ তেওঁক এইকাৰণেই দিয়া হ'ল —কাৰণ তেওঁ মোক মোৰ মাতৃগৰ্ভৰ পৰা পৃথিবীৰ পোহৰলৈ লৈ আনিছিল। সেই ধায়ে টানি লৈ নহাহেঁতেন মায়ে জানো মোক জন্ম দিব নোৱাৰিলেহেঁতেন? হয়তো মই মাৰ গৰ্ভতে উশাহ-নিশাহ বন্ধ হৈ নষ্ট হোৱা বীজৰ দৰে শেষ হৈ গলোহেঁতেন।

গোসাঁয়ে উপহাস কৰি হাঁহিবলৈ ধৰিলে। দুই আঙুলিৰ টিলিকিৰ ইংগিতেৰে তেওঁ মোক সুধিলে-- --

"মোৰ লগত যাবা?"

"নাই-নেযাওঁ-"

"তেন্তে আকৌ কেতিয়া আহিম?"

"দশম শ্ৰেণীৰ পৰীক্ষাৰ ফল ওলোৱাৰ পাছত।"

"বাৰু, মই তেতিয়াই আহিম, মনত ৰাখিবা।"

নহয়, নহয়, ইয়ালৈ কেতিয়াও নাহিবা, মই তোমাৰ মুখ চাব নোখোজো। কাৰত্তুৰে এবাৰ এটা ক'লা চৰাই হৈ কাজু গছৰ ডালত আহি বহিছিল। এইবাৰ এজন গোসাঁইৰ ৰূপ লৈ আহিল। "এই ঘৰলৈ আৰু কেতিয়াও নাহিবা। আকৌ যদি এইফালে আহা, মই চিঞৰ-বাখৰ কৰি গণ্ডগোলৰ সৃষ্টি কৰিম। তেতিয়া তোমাক মানুহে মাৰি পেলাব।"

"হাঁ, হাঁ, হাঁ,"—তেওঁৰ কণ্ঠৰ হাঁহিটো বাগিছাৰ চাৰিওফালে প্ৰতি-ধ্বনিত হ'ল। বহু বছৰৰ আগতে কুটীৰত যি শব্দ শুনিবলৈ পাইছিলো পুনৰ সেই ধ্বনিৰেই চাৰিওদিশ মুখৰিত হৈ উঠিল। বাহিৰত ক'লা কুকুৰা চৰাইৰ চিঞৰ শুনা গ'ল। যমৰাজৰ শংখধ্বনি। মৃত্যুৰ জয় নিনাদ। ম'হৰ গোজৰণি--

মই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলো। মোৰ কান্দোন শুনি মা আৰু বাইদেউ দৌৰি আহিল।

"কি হ'ল, অপ্পু কুট্টা?"

"গোঁসাই, গোঁসাই," মই দুৱাৰৰ ফালে আঙুলিয়াই দেখুৱালো।

"গোঁসাই, ক'ত?"

দুৱাৰ খোলা আছিল, তেওঁ গ'লগৈ --

"ক'ৰবাত কিবা দেখি ভয় খালে বোধহয়। এনেয়ে কিয় ভয় খাব লাগে? মই এনেকুৱা ভয়াতুৰ মানুহ কতো দেখা নাই।" মায়ে কলে--

মই থত-মত খাই গলো। স্মৃতিবোৰ মোৰ বাবে অভিশাপ হৈ পৰিল।

স্মৃতিৰ সন্ধ্যাৰ ফালে মই আকৌ আগবাঢ়িলো, মোৰ আয়ুস শেষ হৈ আহিবলৈ ধৰিছিল। ফুল যেনেকৈ মৰহি যায়, মোৰ জীৱনো তেনেকৈ মৰহি যোৱাৰ উপক্ৰম হৈছিল। গছৰ পকা পাত এটাৰ দৰে মোৰো জীৱন কাল শেষ হৈ আহিছিল।

স্মৃতিবোৰ ধুনি ধুনি কৈশোৰটো পাৰ কৰি দিলো। স্কুলীয়া জীৱন শেষ কৰি কলেজত ভৰ্তি হলো। হাফপেণ্ট এৰি ধুতি পিন্ধিবলৈ ললো। যৌৱন আহিল। নাকৰ তলত লাহে লাহে গোফ গজিবলৈ আৰম্ভ কৰিলে। ক'ৰবাত যদি মৃত্যু আছেও এবাৰ মুখা-মুখি হ'বৰ মন গ'ল।

মায়ে আন এজন গণকক লগ ধৰিলে। তেওঁৰ পৰা জানিব পাৰিলো যে মোৰ বিপদ মাটিত নহয় —পানীত হে।

তোমাৰ ল'ৰা যিমানেই ডাঙৰ নহওক, তাক কেতিয়াও পানীলৈ অকলে

যাবলৈ নিদিবা। যদি সি পানীলৈ যায়, পানী লাগে একাঠুৰেই হওক, জলপিশাচে তাক টানি লৈ যাব।

মোক নৈ, জান আদিলৈ যাবলৈ মানা কৰিছিল। বিংশতম বাৰ্ষিক জন্মোৎসৱত মই গছত উঠিবলৈ অনুমতি পাইছিলো।

সেইদিনাই পুৰোহিত দেউৰ জীয়েক ৰাধাৰ লগত মোৰ চিনাকি হ'ল। মিঠা বৰণৰ কোমল মুখৰ ৰাধাৰ শৰীৰত যৌৱন উথলি উঠিছিল। উৎসৱ পতা পথাৰখনৰ সিপাৰে, দুৰ্গাদেৱীৰ মন্দিৰটোৰ সিফালে নৈৰ পাৰত আমি দুয়ো সদাই লগ হৈছিলো। সেই সময়ত ৰাধাই সদাই গা ধুবলৈ আহিছিল। হৃষ্টপুষ্ট চেহেৰাৰ ৰূপৱতী ৰাধাই গাত এখন পাতল কাপোৰ মেৰিয়াই-গা ধুবলৈ পানীত নামে। মই পাৰতে তাইৰ অপেক্ষাত ৰৈ থাকো। কাৰণ পানীত নামিবলৈ মোক অনুমতি দিয়া নাছিল। মোক শুনাই থোৱা হৈছিল যে মোৰ মৃত্যু পানীতহে হ'ব।

মোৰ আৰু ৰাধাৰ মাজত মাথো এডালেই সীমাৰেখা আছে। সেইডাল হৈছে পানীৰ ৰেখা। সেইডাল অতিক্ৰম কৰিলেই মোৰ মৃত্যু হব।

তাই কপট হাঁহি এটা মাৰি তিতা কাপোৰেৰেই পানীৰ মাজত থিয় হৈ মোকো নামি যাবলৈ ইঙ্গিত দিলে। তাইৰ কটাক্ষৰ ফান্দত নপৰিবৰ বাবেই মই দৃঢ়তাৰে পাৰত থিয় হৈ থাকিলো। গা ধুই উঠি তাই মোৰ ফালে নোচোৱাকৈয়ে গুচি গ'ল। মোক তাইৰ পানীতেইহে দৰকাৰ। মাটিৰ ওপৰত কোনো আৱশ্যক নাই। এদিন সন্ধিয়া নৈৰ পাৰত ৰাধাই যেতিয়া তাইৰ গাৰ কাপোৰ সোলোকাই পেলালে ময়ো মোৰ সীমাৰেখা অতিক্ৰম কৰি গলো।

নৈৰ পাৰৰ বালিৰ ওপৰত ৰাধা ফোপাই-জোপাই শুই পৰিল। উভয়ে আলিঙ্গনত লিপ্ত হৈ পৰিলো। মোৰ শৰীৰৰ উত্তাপত তাই লেতু সেতু হৈ পৰিল। প্ৰেমৰ নিজৰা বৈ গ'ল। এবাৰ জলপিশাচ এটাৰ নিচিনাকৈ তাই পানীলৈ লুটি-বাগৰ দিলে। লগতে মোকো টানি লৈ গুচি গ'ল।

প্ৰথম মিলনৰ মাদকতাতেই পানীত জপিয়াই পৰিল। আৰু পানীতেই আমোদ কৰিবলৈ ধৰিলে। ফুলজাৰিৰ দৰে পানী কেউফালে ছিটিকি পৰিল আৰু পানীৰ ঢৌৰ মাজত তায়ো অদৃশ্য হৈ পৰিল। কিন্তু তাইৰ খিলখিলীয়া হাঁহি আৰু উশাহৰ ঘন-ঘন শব্দ শুনা গৈছিল। আকাশৰ বুকুত তেতিয়া সূৰ্য্যৰ শেষ কিৰণখিনিও নাইকিয়া হৈ পৰিছিল। কেবল

আন্ধাৰৰ মাজতেই যেন ক'লা পানীবোৰে ঢৌ খেলি আছিল। অতৃপ্তিত হতাশ হৈ মই চুচৰি-চুচৰি পানীৰ পৰা উঠি আহিব খোজো। তাইক বিচাৰি ফুৰোতে মোৰ হাত-ভৰিবোৰ অৱশ হৈ পৰে। তথাপি মই বহুত দূৰ আগবাঢ়ি যাওঁ। অন্ধকাৰৰ মাজত মোৰ চকুয়ে ধোৱা-কোৱা দেখে..।

পানীৰ মাজৰ পৰাই মই পুনৰ সেই মাত শুনিবলৈ পালো। " অপ্পু কুট্টা, মনত আছে?"

মই চমকি উঠিলো। সেই ক্ষণটো যেন ভয়ানক আছিল। চকুৰ আগত পানীৰ ক'লা ফুলজাৰিৰ ছিটিকি পৰিল। শৰীৰ ধুমুহা আহিবলৈ ধৰিলে। গাভৰুৰ করুণ কণ্ঠস্বৰ অপ্পু কুট্টা, মোৰ লগলৈ আহিবা?

হা....হা ।

ভয়ৰ পৰা মূৰলৈ মোৰ শৰীৰ কঁপি উঠিল। মূৰটো ঘূৰণ খাবলৈ লাগিল। পিশাচে পুণ শক্তিৰে মোৰ হাত ধৰি টানিছে। নহয়, নহয়, ইয়াক আকৌ মোৰ বাবলৈ দিয়া নহ'ব।

কাবতু ধাইৰ কপত, ক'লা চণ্ডাইৰ সাপ, গোসাঁইৰ কপত আৰু এই বাধাৰূপী জলপিশাচৰ কপত।

"নহ'ব"

"নহ'ব"?

"নহ'ব "।

পাগলৰ দৰে মই অতি জোৰেৰে ক পৰাই পৰিলো। পানীৰ ঢৌ কলা বাকলিৰ দৰেই আঁতৰি গ'ল। ক'লা চণ্ডাইৰ উশাহ নাইকিয়া হ'ল। গধূলি মনোৰে মই পানলৈ দৌৰি আহিলো। শৰীৰ নিৰ্মল হ'ল। যদিও তেতিয়া এক অপূৰ্ব শান্তি অনুভৱ কৰিলো। মই মূৰটো পানীৰ পৰা তুলি পেলাইছো। মোৰ পিছফালে আছু থকা ছায়াটোও আঁতৰি গ'ল।

মই শান্তিতে আছিলো যদিও কাৰো মোৰ। উকীলজন আহিছিল। কাঠ-ঘৰৰ সিপাৰৰপৰা তেওঁ এজন দাৰ্শনিকৰ দৰে কৈছিল "মৃত্যুৰ হাতৰ পৰা ৰক্ষা পোৱাটো অসম্ভৱ কথা। মৃত্যুৰ ওচৰত অতিশয় শক্তিশালী পক্ষও নিৰুপায় হয়।"

কালি ৰাতি কাবতু ধাইৰ করুণ কণ্ঠস্বৰ আকৌ শুনিবলৈ পাইছিলো। কাঠঘৰৰ সিপাৰৰ পৰা তাই মোক বিচাৰি আছে।

"অপ্পু কুট্টা, মোৰ লৈতে যাবা?"

"অ' অ' যাম," মই চিঞৰি উঠো।

# যেচুপুৰম পাব্লিক লাইব্ৰেৰীৰ সম্বন্ধে এটি অভিযোগ

মান্যবৰ,

বহু পুৰণি এটি মহান অনুষ্ঠান হ'ল—যেচুপুৰম পাব্লিক লাইব্ৰেৰী। এই অনুষ্ঠানটিৰ বৰ্তমান অৱস্থা সংকটজনক। বৰ্তমানৰ এই অৱস্থা যদি অব্যাহত থাকে তেনেহলে ইয়াৰ বিনাশ ঘটিবলৈ সৰহ সময় নালাগিব। কৰ্তৃপক্ষ আৰু সৰ্বসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰাৰ উদেশ্যে মই যেচুপুৰম লাইব্ৰেৰীৰ বিষয়ে কিছু তথ্য সংগ্ৰহ কৰিছো।

মই এই লাইব্ৰেৰীটোৰ এজন আজীৱন সভ্য। অৰ্থাৎ আমৰণ মই ইয়াৰ সভ্য হৈয়েই থাকিম। এদিন মোৰ মৃত্যু হ'ব, এই লাইব্ৰেৰীটোৰ কিন্তু কেতিয়াও মৃত্যু হ'ব নালাগিব। ই চলি থাকিব লাগিব। যেচুপুৰম লাইব্ৰেৰীৰ আৰু ভালেমান আজীৱন সভ্য আছে। মোকে ধৰি অন্যান্য যিসকল সদস্যৰ ইয়াৰ লগত সম্পৰ্ক আছে সেইসকলৰ কথাই প্ৰথমে দাঙি ধৰিছো। মোৰ দশাই চাওক। এই লাইব্ৰেৰীটোৰ অৱস্থা সংকটময় হোৱাটো মোৰ দৰে আজীৱন সভ্য এজনৰ বাবে অতি দুখ লগা কথা। কিয়নো ইয়াৰ ভৱিষ্যতৰ লগত মোৰ অস্তিত্বৰ প্ৰশ্নও জড়িত আছে। যিদিন ধৰি মই ইয়াৰ আজীৱন সভ্য হওঁ, সেইদিন ধৰি ইয়াৰ সৈতে মোৰ সম্বন্ধ আছে। মুখেৰে কৈ মই এই কথাৰ প্ৰমাণ কৰিব নোৱাৰিম। এই লাইব্ৰেৰীটো নোহোৱা হলে ইয়াৰ অন্যান্য সভ্যসকলৰ মাজত থকা সম্পৰ্কও গাঢ় নহ'লহেঁতেন। সুদীৰ্ঘকাল জীয়াই থকাটো মোৰ ইচ্ছা। মই মৰিব নোখোজো। আপুনি জানো মৃত্যু বিচাৰে? ওহো, নিশ্চয় নিবিচাৰে। আমি প্ৰত্যেকেই মৃত্যুলৈ ভয় কৰো। আপোনালোকক কাতৰেৰে অনুৰোধ কৰিছো--এই অনুষ্ঠানটিৰ যদি মৃত্যু হয়

তেনেহলে ইয়াৰ আজীৱন সভ্যসকলৰ অৱস্থা কি হ'ব ভাবি চাওকচোন। যেচুপুৰম লাইব্ৰেৰীৰ সাধাৰণ পাঠকলৈ মোৰ এক বিশেষ নিবেদন আছে। তোমালোকৰ হয়তো একো ক্ষতি নহয়, কিন্তু তোমালোকে আমাক পাহৰি নাযাবা। যিকোনো মুহূৰ্তত তুমি এই লাইব্ৰেৰীৰ লগত সম্পৰ্ক ছেদ কৰি ওলাই যাব পাৰা, সেই অধিকাৰ তোমাৰ আছে, আৰু' যেতিয়াই ইচ্ছা কৰা তেতিয়াই ইয়াৰ সভ্যও হব পাৰা সেই অধিকাৰো আছে। কিন্তু আমাৰ তেনে অধিকাৰ নাই। আমাৰ জীৱন যেচুপুৰম লাইব্ৰেৰীৰ সৈতে সাঙোৰ খাই আছে, সেয়েহে ইয়াৰ স্থায়িত্ব আমাৰ জীৱনৰ পণ। কেইদিনমানৰ আগতে মই আজীৱন সভ্যসকলক লৈ এখন মিটিঙৰ আহ্বান কৰিছিলো। এই সভাতেই মই লাইব্ৰেৰীৰ লগত সম্পৰ্ক ৰখা সৰ্বসাধাৰণ পাইজ আৰু সাধাৰণ সভ্যসকলকো উপস্থিত থাকিবলৈ আহ্বান জনাইছিলো। যেচুপুৰম লাইব্ৰেৰীৰ অনাগত ভৱিষ্যতৰ আশঙ্কাই আমাৰ মুখ বন্ধাকো আতঙ্কিত কৰি তুলিছে। তোমালোকে, এই অনুষ্ঠানটি শেষ হৈ যাবলৈ নিদিবা।

আজীৱন সভ্যসকলৰ সভাত এজন সভ্যই সুস্পষ্ট ভাবেই ব্যক্ত কৰিছে যে এই অনুষ্ঠানটি যদি চিৰদিনৰ বাবে অটুট থাকিব পাৰে তেনেহলে ইয়াৰ আজীৱন সভ্যসকলৰো অস্তিত্ব স্থায়ী হ'ব। আমাৰ লাইব্ৰেৰীৰ বয়োবৃদ্ধ বিদ্বান সদস্য এজনেই এই অভিমত প্ৰকাশ কৰিছে। যদি আমি আজীৱন সভ্যসকলে দেহ-মন তথা ধনেৰে সকলোতে উভাদি শাক্তি এই লাইব্ৰেৰীটো ৰক্ষাৰ বাবে পৰিশ্ৰম কৰো, তেনেহলে ইয়াৰ লগতে আমাৰো অস্তিত্ব স্থায়ী হ'ব। আমি তেনে পৰিশ্ৰম কৰি তেনে পৰিশ্ৰমৰ বাবে সাজু আছো; কিন্তু প্ৰশ্ন হ'ল---ইয়াৰ গৌৰৱ ৰক্ষা কৰা।

আপুনি আৰু' এই বুলি নাভাবিব যে মই অথবা আমাৰ অন্যান্য আজীৱন সভ্যসকল স্বাৰ্থপৰ। আপোনাৰ দৰে আমিও অস্তিত্বৰ অনিশ্চয়তাত ভয়খোৱা মানুহ মাথোন। কিন্তু এইটো ঠিক যে আমি সেইটো অনুষ্ঠানৰ সৈতে বিশেষভাবে জড়িত হৈ আছো। বিশ্বাস কৰক--জীয়াই থাকিবলৈ আপোনালোকে যেনেদৰে খোৱা-বোৱা কৰে, ৰোগৰ পৰা মুক্ত হৈ থাকিবলৈ বিচাৰে, আমিও তেনেদৰে লাইব্ৰেৰীটোক সুস্থভাবে জীয়াই ৰাখিব খোজো। আপোনালোকো যদি কোনো অনুষ্ঠানৰ আজীৱন সভ্য হ'লহেঁতেন তেনেহলে আমাৰ অন্তৰৰ বেদনাৰ কথা বুজিব পাৰিলেহেঁতেন।

আপুনি কেবল জীৱনটোৰহে আজীৱন সদস্য। আপোনাৰ এই সদস্যতাৰ শেষ দিনতো ভৱিষ্যতৰ গুহাত লুকাই আছে। আপুনি তাৰ কথা পাহৰিবও পাৰে; আমি কিন্তু নোৱাৰো। আমি এনে এক ৰোগী যাৰ বিবৰণ ডাক্তৰে আগতেই লিখি থৈছে। ৰোগীৰ জীৱনৰ দৰেই লাইব্ৰেৰীটোৰো জীৱন ক্ষয় গৈ আছে। ইয়াৰ অস্তিত্ব লোপ পোৱাৰ লগে লগে আমাৰ অস্তিত্ব ক'ত থাকিব? ৰোগীৰ বাবে আন নহলেও মৃত্যু আছে, কিন্তু ইয়াৰ অৱস্থা অনিশ্চিত, শোচনীয়।

যেচুপুৰম লাইব্ৰেৰীৰ বিনাশৰ আশংকা কেইবা ফালৰ পৰাই দেখা গৈছে। প্ৰথমে পুস্তক বিতৰণ বিভাগটোলৈকে চোৱা যাওক। এই বিভাগটোক শিৱৰা পাগলা গাৰদ যেন লাগে। হেজাৰ হেজাৰ কিতাপ দ'ম বান্ধি আছে, আলমাৰীত ৰখা কিতাপবোৰৰ কোনো ক্ৰম নাই, পৰিপাটি নহয় বৰ্ণমালা বা বিষয়বস্তুৰ সামঞ্জস্য থকা দূৰৰ কথা, কিতাপৰ আকাৰ কিম্বা ৰঙৰ ফালৰ পৰাও কিতাপবোৰ সজাব পৰা নাই। ক্ৰম অনুযায়ী কিতাপবোৰ সজাই-পৰাই ৰখাটো নিৰ্ভৰ কৰে ইয়াত নিযুক্ত কৰ্মচাৰীসকলৰ জ্ঞান-বুদ্ধিৰ ওপৰত। মই কেইবাবাৰো একোজন প্ৰকাশকৰ কিতাপ সিঁচৰতি হৈ পৰি থকা দেখিছো। এবাৰ এটা কাণ্ড ঘটিল। সেইটো অৱশ্যে নিতান্তই আকস্মিক। আমাৰ জীৱনতো কেতিয়াবা কেতিয়াবা তেনে আকস্মিক ঘটনা ঘটে। এবাৰ এটা আলমাৰিত ক্ৰমাগতভাৱে পাঁচভাগ কৰি কিছুমান কিতাপ সজাই থোৱা দেখি মোৰ মনত যি আনন্দ লাগিছিল সেই কথা আজিও পাহৰা নাই। এবাৰ ছেক্সপীয়েৰৰ দুখন নাটক একেলগে থকা দেখিছিলো। সেই এজন কৰ্মচাৰীয়েই কেনেকৈ কিতাপবোৰ নিৰাৰিকৈ সজাই থৈছিল সেই কথা আজিও সোঁৱৰাই থাকো। তেতিয়া আলমাৰিবোৰ কিতাপৰ সৌন্দৰ্যৰে অপূৰ্ব হৈ উঠিছিল। মাত্ৰ কেইদিনমানৰ ভিতৰতে কেইজনমান সভ্য আৰু অযোগ্য কৰ্মচাৰী মিলি সেই শৃংখলা নষ্ট কৰি পেলালে। কিন্তু এজন যুৱকে সেই কিতাপবোৰ পুনৰ সজাই থবলৈ বৃথা চেষ্টা কৰে। কিন্তু সেই চেষ্টা মাথোন দুই-এদিনহে থাকে। কিয় নাজানো — সেই যুৱকজনে এদিন কাম এৰি ক'ৰবালৈ গুচি গ'ল।

কিতাপ বিতৰণৰ ব্যৱস্থা ৰীতিলৈ সমালোচনা কৰা ভালেমান লোক আছে। তেওঁলোকে ভাবে — যেচুপুৰম লাইব্ৰেৰীৰ প্ৰত্যেকটো আল-

মাৰিয়েই একোখন সংসাৰ, কাগজ-কিতাপৰ সংসাৰ। অৱশ্যে যেচুপুৰম লাইব্ৰেৰীৰ এইটো একপ্ৰকাৰ বৈশিষ্ট্যই বুলিব পাৰি, কিয়নো আন কোনো লাইব্ৰেৰীতেই এনে বিশ্বজ্ঞান সম্বলিত পুস্তকমালাৰ সমাবেশ পোৱা নাযায়। এটি আলমাৰিত কোনো এখন কিতাপ বিচাৰি ফুৰাজনে অন্যান্য বিষয়ৰ কিমান যে কিতাপ পায়! এওঁলোকে ভাবে যে এনে ব্যৱস্থাই জ্ঞান অন্বেষণৰ বাট সুগম কৰে, কাৰণ একেলগে থকা বিভিন্ন কিতাপে বিভিন্ন জ্ঞানৰ সন্ধান দিয়ে। মহাসাগৰৰ দৰেই বিস্তৃত ভালেমান কিতাপ। ভূগোলৰ আলমাৰিত আছে--জীৱনী, ভ্ৰমণ কাহিনী, জন্তু বিজ্ঞান, সাহিত্য, গণিত, দৰ্শন, সংগীত, সমাজ শাস্ত্ৰ, সমুদ্ৰ বিজ্ঞান, কাহিনী সাহিত্য, কৃষি বিজ্ঞান, হাস্যৰস, অৰ্থশাস্ত্ৰ, যৌন বিজ্ঞান, নৃত্যকলা, জীৱ বিজ্ঞান, ইতিহাস, জ্যোতিষ, আত্মজীৱনী, সংবিধান অধ্যয়ন, ক্ৰিকেট, যাদুবিদ্যা, চিকিৎসা বিজ্ঞান, নাটক, প্ৰাকৃতিক চিকিৎসা, মনোবিজ্ঞান, চাৰ্কাচ, বন্দুক নিৰ্মাণ কলা, এক্সৰে বিজ্ঞান প্ৰভৃতি। এই কিতাপবোৰ ভূগোল বিষয়ৰ কিতাপ ৰখাৰ আলমাৰিতে ৰখা হয়, মাথোন তাত ভূগোল বিষয়ৰ কিতাপহে এখনো নাথাকে।

অৱশ্যে এনে ব্যৱস্থাৰো কেইটিমান ভাল দিশ যে আছে, সেইযাৰ কথাও মই অস্বীকাৰ নকৰো। কিন্তু লগতে এযাৰ কথা চিন্তা কৰি চাব লাগে যে প্ৰত্যেকজন লোকেই লাইব্ৰেৰীলৈ যাবৰ কাৰণে সময় ক'ত? এখন কিতাপ বিচাৰোতে হেজাৰ হেজাৰ কিতাপৰ লগত যুঁজিবলগা হোৱাটো সময়ৰ অপব্যয় নহয়নে? আমি যিখন কিতাপ বিচাৰো বা আৱশ্যক বুলি ভাবো সেইখন কিতাপ হাত দিয়েই পাবলৈ বিচাৰো, কাৰণ কিতাপ বিচাৰি সময় নষ্ট কৰিবলৈ আমাৰ সময় নাই। ব্যৰ্থ অনুসন্ধানত আমাৰ যিমান সময় নষ্ট হয় সেইটোত মহত্ব একো নাই। আলমাৰিত থকা অন্যান্য বিষয়ৰ কিতাপবোৰে আমাক সংসাৰৰ যি জ্ঞানেই নিদিয়ক—সকলো সময়তে সেইবোৰৰ প্ৰয়োজন ক'ত? বহুত বিচৰাৰ পিছতো আমি যদি আমাৰ দৰকাৰী কিতাপখন নাপাওঁ অথবা কিতাপ বিচাৰি ফুৰোতেই লাইব্ৰেৰী বন্ধ কৰাৰ সময় হয়হি, তেনেদৰে অযথা সময় নষ্ট কৰিবলগা হোৱাৰ লাভ কি? সেইবাবেই লাইব্ৰেৰীৰ বহুতো সভ্যই এতিয়া লগা কিতাপখনো লাইব্ৰেৰীত বিচাৰিবলৈ বাদ দিছে। তেওঁলোকে এই আশংকতই লাইব্ৰেৰীত সোমাই যে কিবা কাৰণত যদি চাৰিওফালে চকু ফুৰাওতে বিচৰা কিতাপখন চকুত

পৰে পৰক, নহলে, অযথা ধুকুটিয়াই থকাৰ আৱশ্যক নাই। অৱশ্যে তেনে সুফল পোৱাৰ আশাও এতিয়া আৰু কৰিব নোৱাৰি।

আমাৰ মূল্যবান সময় এই নিৰৰ্থক অনুসন্ধানত ব্যয় কৰিবলগা অৱস্থাটোৱে যেচুপুৰম লাইব্ৰেৰীক ধ্বংসৰ বাটলৈ টানি দিয়াৰ অন্যতম কাৰণ। অনুসন্ধান কাৰ্য অনিবাৰ্য। কিন্তু এই অনুসন্ধানে গবেষকক সহায় কৰাৰ বিপৰীতে তাক ফুল ভুলৰ বাটলৈহে ঠেলি নিয়ে, তেতিয়া অনুসন্ধানকাৰী গবেষকৰ অৱস্থা কি হ'ব পাৰে?

মোৰ ফাইলৰ পৰা ... গলে -- এই লাইব্ৰেৰীটোৰ ক্ষেত্ৰত আৰু এষাৰ কথা আছে যে ... ভালেমান কিতাপ লুকুৱাই ৰাখিছে। আলমাৰিত খোলাভাকে সিঁচৰতি হৈ থকা কিতাপবোৰৰ মাজৰ পৰাও যদি আকস্মিকভাৱে কোনোবা এখনে আমাৰ গবেষণাত ইন্ধন যোগায় তেনেহলে কিছু সান্ত্বনা পোৱা গ'লহেঁতেন। কিন্তু বৰ্তমান যেচুপুৰম লাইব্ৰেৰীৰ পৰা সেই আশা কৰাটো বৃথা। কাৰণ এই আলমাৰিৰ পৰা ভালেমান কিতাপ বাহিৰলৈ গৈ আৰু উভতি নাহে। বিশেষকৈ দুলৰ্ভ মূল্যবান পুৰণি কিতাপবোৰ ভলাই যোৱা। পিছত পুনৰ নোসোমাইহি। নতুন কিতাপো নতুনকৈ নাহে। এইদৰেই যেচুপুৰম লাইব্ৰেৰীৰ ধ্বংসলীলা আৰম্ভ হয়। থকা কিতাপো নাইকিয়া হয় আৰু নতুন কিতাপো আহি নাপায়, এনেদৰে লাইব্ৰেৰীৰ সভ্যসকলে দুয়োফালৰ পৰাই লোকচান ভাৰিব লাগে। পুৰণি সঞ্চিত কিতাপ আৰু নতুন কিতাপৰ একেলগে একেসময়তে লোকচান হয়। সদায় যদি এইটোৱেই হৈ থাকে--তেনেহলে ইয়াৰ সভ্য হৈ থাকি কি লাভ? সহভাগ সভ্যই সেইকাৰণেই ইয়াৰ সভ্যপদ অব্যাহত নাৰাখে; কিন্তু আমাৰ দৰে আজীৱন সভ্যৰ কি হ'ব? আমি যে বান্ধ খাই আছো। আমি যদি এই ব্যৱস্থা উন্নত কৰিব নোৱাৰো তেনেহলে নিজেই পাগল হৈ যাব লাগিব। ই যদি অচল হৈ যায় তেনেহলে কি হ'ব? এই প্ৰশ্নটি হাঁহি উৰুৱাই দিবলগা প্ৰশ্ন নহয়। পুৰাণ কিতাপবোৰ কেনেদৰে নাইকিয়া হৈ যায় মই জানিব পাৰিছো। কোনো সভ্যই কিতাপ নিয়াৰ পিছত পঢ়ি-শুনি ঘূৰাই ওভোটাই দিবলৈ আহে তেতিয়া সেইবোৰ কাউন্টাৰৰ তলত পেলাই থোৱা হয়। কেইদিনমানৰ পাছত তাত কিতাপৰ দ'ম বান্ধে, অৱশেষত কিতাপবোৰ মিনাৰৰ দৰেই মূৰ দাঙি উঠে আৰু তেতিয়া চুবলৈ গলেই তললৈ বাগৰি পৰে। পাছত যেতিয়া কিতাপ থবলৈ

ঠায়ে নটা হয় তেতিয়া সেইবোৰ টোপোলা বান্ধি কাযালয়ৰ ভিতৰৰ ডাঙৰ কোঠালীটোত থৈ দিয়া হয়। আচলতে এই কাম কেৱল সাময়িক-ভাবেহে কৰা উচিত; কাৰণ কিতাপবোৰ বেলেগ কোঠালীত থোৱাৰ উদ্দেশ্য হৈছে সুবিধামতে সেইবোৰ নিৰ্দ্ধাৰিত ঠাইত আলমাৰিত সজাই থোৱাটো। কিন্তু বছৰৰ পিছত বছৰ ধৰি সেই কাম আৰু হৈ নুঠে। কোনোবাই যদি সোধে এই কিতাপবোৰ সেই কোঠালীলৈ নিয়াৰ উদ্দেশ্য কি, সেই উত্তৰ কোনেও দিব নোৱাৰে। এই কোঠালীত কিতাপ সোমায়েই থাকে, একো একোটা প্ৰকাণ্ড স্তূপ হয়, সিহঁতে কোঠাৰ মজিয়াৰ পৰা মুধলৈকে স্পৰ্শ কৰে, কোঠাটো সম্পূৰ্ণকৈ গিলি পেলায়। কোঠাত সোমাবলৈকে উপায় নোহোৱা হয়। আনকি দুৱাৰখনো সম্পূৰ্ণকৈ খুলিব নোৱাৰা হয়, আধাহে মেলিব পাৰে। কৰ্মচাৰীসকলে আধামেলা দুৱাৰেদি হাত ভৰাই দুই-এখনকৈ কিতাপ ওপৰলৈ দলিয়াই দলিয়াই থবলৈ আৰম্ভ কৰে, কেইদিনমানৰ পাছত দুৱাৰখন একেবাৰে খুলিব নোৱাৰা হয়। আমি, আজীৱন সভ্যসকলে চিন্তা কৰিবলৈ বাধ্য যে এনেদৰে কিমান দিন চলিব? এদিন দ্বিতীয় কোঠাটোৰ দুৱাৰখনো খুলিব নোৱাৰা হ'ব, সিও চিৰদিনৰ বাবে বন্ধ হৈ যাব। তথাপি আমাৰ আশা আছে। এই লাইব্ৰেৰীৰ ৰেফাৰেন্স বিভাগ আৰু এই অন্ধকাৰ কোঠালীবোৰতেই আমাৰ আশা। এই আশা এতিয়ালৈকে অটুট আছিল। আশা আছিল লাইব্ৰেৰীৰ কৰ্মীসকলৰ ওপৰতো। লাইব্ৰেৰীৰ পৰা নাইকিয়া হোৱা কিতাপৰ বাবদ কৰ্মীসকলৰ দৰমহাৰ পৰাই তাৰ মূল্য আদায় কৰিব পাৰে। কিন্তু তেনে ব্যৱস্থা মোৰ চকুত পৰা নাই। পুৰণি কৰ্মীয়ে অৱসৰ গ্ৰহণ কৰাৰ পিছত নতুন কৰ্মীয়ে খালী আলমাৰিবোৰহে পৰ দিবহি লগা হয়। মই ভাবিছিলো যে এই অনুষ্ঠানৰ দায়িত্ব চৰকাৰে লোৱাত ভাল হৈছে। আমাৰ আশা যিবোৰ দায়িত্ব নুবুজা সভ্যই কিতাপ নি ভুল কৰিয়েই হওঁক বা জানি-বুজিয়েই হওঁক ওভোতাই দিয়া নাই--সেইবোৰ ওভোতাই আনিব পৰাতহে লাইব্ৰেৰীটোৰ অস্তিত্ব আৰু ভবিষ্যতৰ সম্ভাৱনা নিহিত। আমাৰ এয়েই দাবী, এয়েই বিশ্বাস। কিন্তু এই কাম কোনে দায়িত্ব লৈ কৰিব? আমি চিৰদিন ধৈৰ্য্য ধৰি আশা কৰি থাকিব পাৰিম বুলিও ক'ব নোৱাৰো।

সভাত আমাৰ মাজৰ পৰা কোনোবা চিন্তাশীল তথা বৈপ্লৱিক দৃষ্টি-ভঙ্গীৰ এজনে এষাৰ কথা কৈছিল। তেওঁৰ মতে লাইব্ৰেৰীৰ

আলমাৰিবোৰ খালী হ'বলৈ বেছি সময় নালাগে, গতিকে আজীৱন সভ্যসকলে যি কোনো উপায়েৰে ঘৰলৈ কিতাপবোৰ নিব লাগে। এই পুস্তকালয়ৰ অস্তিত্ব সম্পূৰ্ণ ধ্বংস হোৱাৰ পৰা ৰক্ষা কৰিবলৈ এইটোৱেই উপায়। তেওঁ যুক্তি দৰ্শাই যে কিতাপ ঘূৰাই নিদিয়া লোকসকলৰ পৰা কিতাপ ঘূৰাই পাবলৈ আশা কৰাতকৈ বিশ্বাসী আজীৱন সভ্যসকলে নিজৰ ঘৰত কিতাপবোৰ ৰাখি দিয়াই ভাল। কিন্তু মোৰ লগতে আন কেবাজনো সভ্যই তেনে কাৰ্যক নীতিবিৰুদ্ধ হোৱা বুলি আপত্তি দৰ্শায়। কিন্তু অন্ততঃ এটা কথাই বাগে ৰাখে খণ্ডনীয়াকৈ যে এনে ধৰ্মসংগত নীতি আৰু নীতিবিৰুদ্ধ বুলি কিবা কথা আছেনে? এই সন্দেহৰ মাজতে অৱশিষ্ট কেইখনমানহে কিতাপ আছে। মানুহৰ, প্ৰবন্ধতে জোৰাই থকাটোহে আচল কথা, ধৰ্ম-অধৰ্মৰ কথা পিছতহে।

নতুন কিতাপৰ প্ৰসংগত মই ক'ব খোজো যে ইয়াৰ বা আৰু কি অৱস্থা হয়। আটাইয়া নতুন কিতাপৰ টোপোলাবোৰ খুলিবই নোৱাৰি। প্ৰতিবছৰেই মজিয়াৰ সিকাষে থকা ৰেফাৰেন্স বিভাগৰ ওচৰত কিতাপৰ দ'ম আৰম্ভ হয়। মই এজন পুৰণি মানুহ। বৰ্তমানৰ নতুন পদ্ধতি সম্পৰ্কে মই একো নাজানো, তথাপি মই এবাৰ আন্ধাৰে-মুন্ধাৰে কোঠা-টোলৈ সোমাই মোৰ চাবিৰ লগত থকা পেন টৰ্চটো জ্বলাই কিতাপবোৰত চকু ফুৰালো। ইমান বেছি নতুনত্ব থকা ৰচনা, নতুন বিচাৰ পদ্ধতি, নতুন বিশ্লেষণ এইবোৰ যিমানেই অপৰিচিত নহওক লাগে এইবোৰ আন্ধাৰ কোঠাত পৰি থকা দেখিলে বৰ দুখ পাওঁ। কেতিয়াবা এই দৃশ্যই মোক ৰহস্যময় অন্য এটা দিশলৈকো মনত পেলাই দিয়ে। সেইটো হ'ল-যেতিয়ালৈকে এই টোপোলাবোৰ খোলা নাযাব, তেতিয়ালৈকে এক প্ৰকাৰ লাইব্ৰেৰীৰ ভৱিষ্যত উজ্জ্বল। কাৰণ আলমাৰি খালী হৈ যোৱাৰ পিছত এই পৰি থকা কিতাপৰ দ'মবোৰকে দেখুৱাই ক'ব পৰা হ'ব—এয়া আমাৰ আজীৱন সভ্যৰ সংৰক্ষিত সম্পত্তি।

সঁচাকথা ক'বলৈ গ'লে ৰেফাৰেন্স বিভাগৰ কোঠালিটো এটা বিৰাট কোঠালি। এই বিভাগটোৰ নাম হ'ল—ৰেফাৰেন্স বিভাগ; কিন্তু বছৰে বছৰে বাণ্ডিলবোৰে দ'মাই থোৱা কিতাপে কোঠালিটো সৰু কৰি আনিছে। মই কেইবাৰো কোঠাটোৰ দুৱাৰ মুখত ঠিয় হৈ ভাবিছো যে যোৱা কিমান বছৰৰ নতুন চিন্তাধাৰা এই কোঠালিৰ ধূলিত পোত খাই

আছে। মই মনে মনে ভাবো কেতিয়াবা নহয় কেতিয়াবা এই আন্ধাৰৰ মাজত লুকাই থকা নতুন চিন্তাৰ টিমিক-টামাক দীপশিখাই পুনৰ পূৰ্ণ প্ৰজ্বলিত শিখালৈ ৰূপান্তৰিত হৈ পোহৰ পেলাব। দুৱাৰদলিত ঠিয় হৈ যদি কেইঘণ্টামান থাকি আন্ধাৰৰ সৈতে পৰিচিত হৈ লব পৰা যায়—তেনেহলে দেখা যাব কোঠালিটোত চাৰিকোণীয়া কিতাপৰ টোপোলা আৰু মাজৰ ঠাই এডোখৰত চকী-মেজ লৈ এজন মানুহ। সেইজন মানুহেই ৰেফাৰেন্স বিভাগৰ কেৰেণী। সিদিনাৰ কথা মোৰ বৰ ভালদৰেই মনত আছে। কি অদ্ভুত ঘটনা। মই অকলে বহু কষ্টে ঘূৰি-পকি সেই অন্ধকাৰ কোঠালিৰ আকৰ্ষণত তালৈ সোমাই গৈ মোৰ হাতৰ পেন টৰ্চটো জ্বলাই চাৰিওফালে চালো। যি দৃশ্য মোৰ চকুত পৰিল--ভয়ত মই ঠৰঠৰকৈ কঁপিবলৈ ধৰিলো। সেই চকিৰ পিছফালে বৈ দূৰলৈ দৃষ্টি নিক্ষেপ কৰি অচলমূৰ্তি এটা তাৰ মাজত থাকিব বুলি মই ভবা নাছিলো। মই কেতিয়াও ভবা নাছিলো যে কোনোকালে নোখোলা ৰেফাৰেন্স বিভাগৰ এই কিতাপৰ অন্ধকাৰ কোঠাত কোনোবাই সেইবোৰ পহৰা দি থাকিব। এই অন্ধকাৰ কোঠালিটোত কিতাপ আৰু আলমাৰিৰ সৈতে সেই মূৰ্তিটোৰ কিবা সম্পৰ্ক থাকিব বুলি মই ভবাই নাছিলো। যি কি নহওঁক—এই দৃশ্য বুজি পোৱাৰ পিছত মোৰ চিন্তা আৰু দুখ কিছু কম হ'ল। মোৰ এনে লাগিল যেন সেই মূৰ্তিবোৰেই আমাৰ দৰে আজীৱন সভ্যসকলক ৰক্ষা কৰাৰ শক্তি লৈ আছে। তেওঁক মই একো কোৱা নাছিলো। কিবা কথা পাতিবলৈ মন গলেও মোৰ ভয় হৈছিল। কথা পাতিবলৈ যাওঁতে জানোচা কোঠালিটোৰ ৰহস্যময় নীৰৱতাখিনি ভংগ হৈ যায়। তেতিয়া কি হ'ব? কেবল সেয়ে নহয়--মই কথা পাতিবলৈ গলে উত্তৰ হিচাপে যে কিবা শুনিবলৈ পাম সেই আশাও মোৰ নাছিল। সেই ৰখীয়াজনৰ সৈতে মোৰ এই সাক্ষাতৰ কথাহে মই উল্লেখ কৰিলো। এয়েই হ'ল ৰেফাৰেন্স বিভাগৰ অৱস্থা।

ৰেফাৰেন্স বিভাগটো কেইবাটাও বৰ বৰ খুটাৰে আৱৰা, যেন এটি ভূগৰ্ভ। কোঠাটোৰ দুফালে দুটা মৃদু পোহৰৰ বাবে কোঠাটো অধিক আন্ধাৰ কৰি পেলোৱা যেনহে লাগে। সেই অস্পষ্ট পোহৰৰ মাজত ভীমকায় খুটাবোৰে পেলাই থোৱা ছাঁ অতিক্ৰম কৰি ইফালে-সিফালে চাবলৈ পালে আলমাৰিত ৰখা দুই-এখন ডাঙৰ কিতাপ ছাঁয়াময়কৈ দেখিবলৈ

পোৱা যায়। এই প্ৰতিষ্ঠানত পাঁচমাহমান কাম কৰা মোৰ এজন বন্ধু চকুৰ অসুখত হস্পিটেলত আছে। এটা চকুৰে এতিয়াও তেওঁ ভালদৰে নেদেখে। সেয়েহে একেবাৰে পাঁচমাহ কাম কৰাৰ পিছতো তেওঁ গবেষণা বিভাগৰ কেৰেণীজনৰ বিষয়ে সম্ভৱ একো খবৰ নাপালে। খুব কম সংখ্যক লোকেহে গৱেষণা বিভাগটো দেখিছে। তাৰে ভিতৰত দুই-এজনে বুকুত সাহস বান্ধি ইয়ালৈ আহিছেও। মই এই ভীমকায় খুটা-কেইটাৰ মাজেৰে বহুবাৰ অহা-যোৱা কৰিছো, মোৰ অস্পষ্ট ছাঁই নীৰ-ৱতা আকোঁৱালি লয়, মই দৃঢ় পদক্ষেপেৰে আগবাঢ়ো। মই সেই আল-মাৰিৰ অন্ধকাৰক স্পৰ্শ কৰি পৰীক্ষা কৰিবলৈ চেষ্টা কৰো। স্পৰ্শ কৰি জানিব পাৰিলো যে সেই আলমাৰিত থকা অধিকাংশ কিতাপ শব্দকোষ। সৰু-বৰ কেইখনমান শব্দকোষ আৰু এখন বিৰাট মানৱশৰীৰ সম্পৰ্কীয় কিতাপ আছিল। আন এখন ডাঙৰ গ্ৰন্থ আছিল — সচিত্ৰ বাইবেল, এখন আছিল -- হেডলাক এলিচৰ 'চাইকোলজী আৰু ছেক্স'ৰ দুটা খণ্ড' ইফালে-সিফালে থকা কিতাপবোৰো মোৰ পেন টৰ্চটোৰে পৰীক্ষা কৰি চাওঁ। প্ৰায়বোৰ কিতাপ ডাইনীৰ কাহিনীৰে ভৰা। মই নিজেই ভবা নাছিলো যে এনেদৰে আন্ধাৰ কোঠাত কিতাপ বিচাৰি ফুৰোতে মোক এনেকৈ ডাইনীয়ে অনুসৰণ কৰি বিভ্ৰান্ত কৰি তুলিব। মই পিছলৈ উভতি চাই চাই চিৰি বগাই ওপৰলৈ উঠিছিলো, তেনেতে আৰু এখন কিতাপত চকু পৰিল---জে কৃষ্ণমূৰ্তিৰ কমেণ্টৰীজ অন লিভিঙৰ দ্বিতীয় ভাগ। ভেতিয়া মই সমূলি ভবা নাছিলো যে মোৰ বাহিৰে এই অন্ধকাৰ ভূগৰ্ভত অন্য এজন লুকাই থাকিব পাৰে। যিয়েই নহওক আজীৱন সভ্য হিচাপে আমাৰ এই ৰেফাৰেন্স বিভাগ আৰু তাৰ পহৰাদাৰজনৰ প্ৰতি সদ্ভাৱ ৰখা উচিত; কিয়নো উল্লেখকৰা ধৰণেৰে সকলোৰেই এই কিতাপবোৰ ইয়াত সজাই থব পাৰে। ভৱিষ্যতে এওঁলোকে ইয়াত আৰু বহুতো কিতাপ নিশ্চয় এনে নিৰাপদে ৰাখিব পাৰিব।

কিন্তু মহোদয়, আজি মোৰ আশা-ভাৰসাৰ ওপৰত কুঠাৰাঘাত হয়। এই কাৰণেই মই মোৰ এই নম্ৰ অভিযোগ আগবঢ়াইছো। মই এতিয়া আৰু অপেক্ষা কৰিবলৈ অসমৰ্থ। এতিয়া ৰেফাৰেন্স বিভাগটো একেবাৰে শেষ হৈ যোৱাৰ আশংকা হৈছে।

আজি ৰাতিপুৱা মই ৰেফাৰেন্স বিভাগলৈ গৈছিলো। তাত সোমায়েই

মই কিবা এটা দুৰ্গন্ধ পাওঁ। দুৰ্গন্ধৰ কাৰণ অনুসন্ধান কৰিছিলো মোৰ পেন টৰ্চৰ সহায়ত। চাৰিওফালে টৰ্চটো ঘূৰাই দেখো ৰেফাৰেন্স বিভাগৰ কেৰেণীজন। তেওঁ আত্মহত্যা কৰিছে। ওপৰৰ ছালত ওলমি আছে। মৃতদেহটো এনেদৰে ওলমি থকা অতি কমেও তিনদিনমান হ'ব। আপোনালোকে জানেনে ইয়াৰ পৰিণাম কি ভয়ংকৰ হ'ব পাৰে? এতিয়া এই ৰেফাৰেন্স বিভাগৰ দায়িত্ব লবলৈ কোনোবা দ্বিতীয় এজন ওলাব বুলি নিশ্চিত হ'ব পাৰিবনে? সেই কিতাপখিনিও যে এখন এখনকৈ উধাও নহ'ব তাৰো কি নিশ্চয়তা আছে? মই অনতিপলমে আজীৱন সভ্যসকলৰ এখন সভা আহৱান কৰিম। ভবিষ্যতে কাৰ্য্যপন্থা কেনেদৰে লব পৰা যাব তাৰ আয়োজন কৰিম। ভবিষ্যত কাৰ্য্যব্যৱস্থা লোৱাটো নিতান্ত প্ৰয়োজন হৈ পৰিছে। মই মাত্ৰ এই ঘটনাটি বিনম্ৰভাবে দাঙি ধৰিলো। হে ভগৱান, ভবিষ্যতে আৰু কি হয়— কোনে জানে?

—০ঃ০—

# অভিযোগ পত্ৰৰ উত্তৰ

মই কে, সত্যৰূপ, যোৱা পোন্ধৰ বছৰ ধৰি আপোনাৰ দপ্তৰত এজন চাপ্ৰাছী হৈ আছো। এই সময়ছোৱাত মোক যি কামকেই কৰিবলৈ দিয়া হৈছে, সেই কামকেই নিষ্ঠা আৰু একাগ্ৰতাৰে মই কৰি গৈছো। ইয়াৰ সাক্ষী আন থাকক নাথাকক মোৰ নিজৰ বিবেকেই ইয়াৰ সাক্ষী। আজি চল্লিছ বছৰ বয়সত মোৰ যি অৱস্থা হৈছে তাৰবাবে মই মোৰ নিজৰ ভাগ্যকেই দোষাৰোপ কৰিছো। লোককনো কিয় দোষাৰোপ কৰো। যিদিন ধৰি নিলম্বিত কৰি মোক চাকৰিৰ পৰা আঁতৰাই পঠিয়ালে, সেইদিন ধৰি মোৰ চকুৰ টোপনি হৰিল। আপুনি নিজেই অনুমান কৰিব পাৰিব যে মাহে মাত্ৰ এশ চৌৱন্ন টকা দৰমহা পোৱা চাপ্ৰাছী এজনে চাচপেংসনৰ সময়ত পোৱা টকাৰে নগৰীয়া জীৱন নিবাহ কৰে কেনেকৈ? মই সপোনতো ভবা নাছিলো যে আপোনাৰ দৰে ভাগ্যবান, উচ্চ পদবী-ধাৰী যুৱক এজনে মোৰ প্ৰতি এনে নিষ্ঠুৰ ব্যৱহাৰ কৰিব। ছাত্ৰ অৱস্থাত আপুনি প্ৰগতিবাদী বিদ্যাৰ্থী সংঘৰ নেতা আছিল আৰু এতিয়াও আপুনি শ্ৰমিকৰ বাবে হিতৈষী লোক বুলি ধাৰণা এটা আছে বাবেই আপোনাৰ এই ব্যৱহাৰত বৰ বেজাৰ পাইছো।

যিদিনাখন আপুনি মোক এই অভিযোগ পত্ৰখন দিছিল, সেইদিনাখন মই আপোনাক লগ ধৰিবলৈ বহুত যত্ন কৰি ভালেমান সময় ৰৈ থাকিব লগা হোৱাৰ পিছতহে লগ ধৰিবলৈ কোনোমতে সুবিধা পাওঁ। আপুনি ৰিভলভিং চকীত বহি ইংৰাজী বাতৰি কাকত এখন পঢ়ি আছিল। মোক দেখি আপুনি খং আৰু ঘৃণাত কাগজখন মোহাৰি সামৰি টেবুলত থলে। সিদিনা আপুনি মোক যিখিনি কথা কৈছিল এতিয়া বোধহয় আপোনাৰ মনত নাই। কিন্তু চাহাব, মই সেইদিনাৰ আপোনাৰ শব্দ কেইটা পাহৰিব নোৱাৰো। কাৰণ সেই শব্দ কেইটাই মোৰ বুকুত বিষাক্ত শেল এপাতৰ দৰে ক্ৰিয়া কৰিছিল।

আপোনাৰ ওচৰত মোৰ যি নিবেদন আছিল সেইখিনি শুনিবলৈ আপোনাৰ ইচ্ছাও নাছিল আৰু সময়ৰো অভাৱ হৈছিল। আপুনি হুংকাৰ দি কৈছিল-- "কোঠাৰ পৰা এতিয়াই ওলাই যোৱা, নহলে, তোমাক বাহিৰ কৰি দিবলৈ মই অন্য উপায় অবলম্বন কৰিবলৈ বাধ্য হম।" কৰযোৰে মই ৰৈ আছিলো। আপোনাৰ চাপ্ৰাছী এজনে আপুনি চহী কৰি দিয়া ফাইলটো লৈ যোৱাৰ সময়ত জোতাৰ আগটোৰে মোৰ ভৰিৰ বুঢ়া আঙুলিত গছক মাৰি গ'ল। ময়ো এজন চাপ্ৰাছী, এজোৰ ফটা জোতা কিনিবলৈকো অসমৰ্থ চাপ্ৰাছী। তথাপি সেইজন মানুহলৈ এবাৰো ঘূৰি চোৱা নাছিলো। কাৰণ-- সেই সময়ত মই অভিযোগৰ কাঠগড়াত ঠিয় হৈ আছিলো - আৰু তাৰ পৰা কেনেকৈ সাৰি আহিব পাৰো তাৰেই চিন্তাত ডুব গৈ আছিলো।

আপোনাৰ ওচৰত যেতিয়া মই "মহোদয়, মোক ৰক্ষা কৰক" বুলি কৰযোৰে অনুনয় বিনয় কৰিছিলো, তেতিয়া আপুনি খণ্ডত মেজৰ ওপৰত ভুকু মাৰি কৈছিল-- "গেট আউট"।

সেই মুহূৰ্ততে মই বাহিৰলৈ ওলাই আহো আৰু অভিযোগ পত্ৰখন হাতত লৈ "গড ইজ ট্ৰুথ" বুলি লেখি যোৱা ঠাইখনতেই ৰওহি। তেনেতে আপোনাৰ চাপ্ৰাছীয়ে আহি মোক আপুনি মাতিছে বুলি কলেহি। কথাষাৰ শুনিয়েই মোৰ মনত এক নতুন উৎসাহ জাগি উঠিল।

আপোনাৰ চকুৰে-মুখে উত্তেজনাৰ চিন আছিল। আপুনি আপোনাৰ দীঘল চুলিকোচাত হাত বুলাই বুলাই অতি কঠোৰ শব্দেৰে কলে---

"এই অভিযোগ পত্ৰৰ উত্তৰ দিবলৈ দহ দিন সময় দিয়া হৈছে। ইয়াৰ পিছত আৰু সময় বঢ়াই দিয়া নহব। উত্তৰ দিব নোৱাৰিলে এক্সপাৰ্টৰ দ্বাৰা মীমাংসা কৰা হব। বিশেষ এষাৰ কথাৰ প্ৰতি মন দিয়াৰ প্ৰয়োজন--অভিযোগ যদি অস্বীকাৰ কৰো আমি প্ৰমাণেৰেসৈতে বিচাৰকৰ প্ৰমাণ সঠিক হলে--চাকৰিৰ পৰা বৰ্খাস্ত কৰিবলৈ বাধ্য হম। অপৰাধ স্বীকাৰ কৰিলে—শাস্তি কিছু লাঘব হব। এতিয়া যাব পাৰা।"

নমস্কাৰ কৰি মই বাহিৰলৈ ওলাই আহিছিলো। চিৰি অতিক্ৰম কৰি আহি বাৰাণ্ডাত ভৰি দিলোহি—আৰু য'ত মই ইমান দিনে কাম কৰি আহিছিলো সেই 'ডেচপাচ' বিভাগটো দুৰৰপৰা দেখি বুকুখন মোৰ কঁপি উঠিছিল। গম আঠাৰ গোন্ধ আৰু লা গলোৱাৰ গোন্ধেৰে আমোল-মোলাই

থকা সেই পৰিবেশটোলৈ মই জানো আক' ঘূৰি যাব পাৰিম। য'তেই হাত দিয়া যায় ত'তেই আঠা-আঠা লগা সেই কোঠালীটোলৈ আৰু উভত যাব পৰা সৌভাগ্য মোৰ হবনে ?

অভিযোগ পত্ৰ মোৰ হাততেই আছিল। নিজৰ ওপৰতেই মই বিৰুদ্ধ হৈ পৰিছিলো। মোৰ নাম সত্যৰূপ, সত্য-ৰূপ। কোনে মোৰ এই নাম থৈছিল।

এয়া জানো ধেমালিৰ কথা। মায়ে বোধহয় মোৰ এই নাম থৈছিল। মোৰ দেউতাই মোৰ নামকৰণ কৰিবলৈ পোৱা নাছিল। তেওঁ মোৰ জন্মৰ ছমাহৰ আগতেই জেললৈ গৈছিল। ডেড়বছৰ পিছতহে উভতি আহিছিল। তেতিয়া মোৰ বয়স এবছৰ।

মহোদয়, মোৰ দেউতাই যি দোষ কৰিছিল—সেই বিষয়েওতো আপুনি জানিব নালাগে জানো ? তেওঁ লোহাৰ মাৰিৰে ৰামন পিল্লাই নামৰ চাব ইন্স-পেক্টৰ এজনক মাৰি কান্ধৰ হাড় টুকুৰা-টুকুৰ কৰি দিছিল। সেই অপ-ৰাধৰ বাবেই তেওঁ দণ্ড ভুগিব লগা হৈছিল। কিন্তু তেওঁৰ পুতেক (মই) নিৰ্দোষী হৈয়ো দণ্ড ভুগীবলৈ ওলাইছো! হায়ৰে ন্যায় !

প'ৰ্চিকত থিয় হৈ মই অভিযোগ পত্ৰখন পঢ়িবলৈ ল'লো। পঢ়ি উঠি স্তব্ধ হৈ গলো। অন্তৰখন মোচোকা খাই গ'ল, চাৰিওফালে আন্ধাৰ আন্ধাৰ দেখিলো।

মোৰ ওপৰত অনা অভিযোগবোৰ বৰ বিচিত্ৰ আছিল কিন্তু তাৰ এটিও সত্য নাছিল। এনে অভিযোগো যে মোৰ বিৰুদ্ধে উত্থাপিত হব পাৰে মই কেতিয়াও ভাবিব পৰা নাছিলো। মোৰ ওপৰত প্ৰথম অভিযোগটো আছিল যে—মই ঘোচ খাইছো। অসহ্য অভিযোগ। মোৰতো এনে কোনো শত্ৰু নাছিল যে মোৰ বিৰুদ্ধে এনে মিছা অভিযোগ আনি মোৰ বিষয়াক লগাবহি।

অভিযোগটি আছিল এনে ধৰণৰ: হেড কনিষ্টবল শ্ৰীপি, কে, কুঞ্জ-মোয়দীনে নিজৰ জীয়েকৰ বিয়াৰ কাৰণে বুলি প্ৰভিডেণ্ট ফাণ্ডৰ পৰা 'নন্‌ৰিফাণ্ড' হিচাপে এহেজাৰ টকা লবলৈ আবেদন কৰিছিল। আবেদন-কাৰীৰ পৰা দুটকা ঘোচ লৈ বিভাগীয় কেৰেণীৰ যোগেদি মই কামটো সহজে কৰাই দিওঁ।

২) তালুকা কাৰ্য্যালয়ৰ পৰা পেঞ্চনপ্ৰাপ্ত শ্ৰীপি, কুঞ্জৰামন পিল্লাইৰ পৰা পোন্ধৰ টকা ভেটি লৈ মই সংশ্লিষ্ট বিভাগৰ কেৰেণীৰ সহায়ত পেঞ্চন আৰু গ্ৰেটুইটিৰ টকা এসপ্তাহৰ ভিতৰত মঞ্জুৰ কৰাই দিওঁ।

৩) মেডিকেল কলেজৰ এচিচটেণ্ট প্ৰফেচাৰ ডঃ কুঞ্জুপী নায়াৰৰ 'চাৰেণ্ডাৰ লীভ চেলেৰী' আৰু দুমাহৰ এহেজাৰ তিনিশতকৈও অধিক টকাৰ 'পে শ্লিপ' দিয়াই ট্ৰেজাৰীৰ কপি অতি সোনকালে পঠিয়াই দিম বুলি কথা দি সেই কামৰ বাবে প্ৰফেচাৰৰ পৰা পাঁচ টকা ভেটি লোৱা হয়।

চকুৰে মই ধোঁৱা-কোৱা দেখো। বাহিৰত প্ৰখৰ ৰ'দ। মোৰ ডিঙি শুকাই যাবলৈ ধৰে। ওচৰৰ ওৱাটাৰ কুলাৰটোও বেয়া হৈ পৰি আছে। নহলে এগিলাছ চেচাঁ পানীকে খাব পৰা গ'লহেঁতেন।

মহোদয়, নিজে নিজৰ পুকুত অলপ সাহস গোটাই লৈ মোৰ স্বাস্থ্যটো ভালে ৰাখিবলৈ ব্যৰ্থ চেষ্টা কৰো। নিজে নিজে কৈ উঠো— 'সত্যৰূপ, মূৰ্খ নহবি, ভয় খাই তই মুখামি কৰিছ। তই নিদোষী। তই শাস্তি নাপাব। ন্যায়ে তোৰ সংগ নেৰে। সাহস নেহেৰুৱাবি। তোৰ এই তৰুণ বিষয়াজন শ্ৰমিকৰ হিতৈষী। তোৰ কোনো অপকাৰ নহয়।'

মই অফিচৰ চৌহদৰ পৰা বাহিৰলৈ ওলাই আহো। গাড়ীবোৰে এনেদৰে হৰ্ণ বজাবলৈ ধৰিছিল যেন মই সিহঁতৰ কোনোবা কালৰ শত্ৰুহে। কফি হাউচৰ পৰা ওলাই আহোতে গোবিন্দ, টোমচ আৰু অচ্যুতে মোক দেখি ওচৰলৈ আহিল। এওঁলোক মোৰ প্ৰতি যথেষ্ট সহানুভূতিশীল। মোক যথেষ্ট মৰম কৰিছিল। এওঁলোকৰ বহুতো ব্যক্তিগত কাম মই কৰি দিছিলো। ডায়েৰীৰ পৰা গাখীৰ আনি দিয়া, ট্ৰেজাৰীত চালান জমা দিয়া-- আদি কামবোৰ মই কৰি দিছিলো। এওঁলোকে প্ৰত্যেকেই মাহে মোক এটকাকৈ দিছিল, আৰু কৈছিল-- 'সত্যৰূপ, ইয়াৰে তুমি চাহ খাবা। কিন্তু এইবাৰ এওঁলোকে মোৰ জেপত তিনি টকাকৈ সুমুৱাই দিয়ে। এওঁলোকে বোধহয় মই বৰ দুৰ্য্যোগত পৰিছো বুলি জানিছে। এওঁলোকৰ মুখত মোৰ প্ৰতি সহানুভূতি প্ৰকাশ পাইছিল আৰু সেইবাবেই ময়ো একো কব নোৱাৰিলো। এওঁলোকৰ মৰমত মোৰ মুখৰ মাত হৰে, মই তলমূৰ কৰি ৰওঁ।

চেক্ৰেটৰীয়েটৰ সন্মুখত কিছু ভীৰ হৈছিল। বতাহত ৰঙা পতাকা উৰি আছিল। মই ছাঁতে বৈ চাৰিওফালে চকু ফুৰাইছিলো, এনেতে

চিপাহী এজন মোৰ ওচৰলৈ আহিল, মোৰ কান্ধত হাত এখন থৈ আদেশ দিলে-- 'ইয়াৰ পৰা গুচি যোৱা, এই বদমাছবোৰে কাজিয়া কৰিব, দেখা নাই এই পতাকা। লাঠি যেতিয়া চলিব তেতিয়া লাঠিয়ে বন্ধু-বান্ধব একো বিচাৰ নকৰে। ইয়াৰ পৰা সোনকালে আঁতৰি যোৱা-টোৱেই তোমাৰ উচিত।'

পুলিচৰ মানুহে কোৱা সত্ত্বেও মই তাৰ পৰা আঁতৰি আহিব পৰা নাছিলো। ভয় অৱশ্যে লাগিছিল, কিন্তু প্ৰকাশ কৰা নাছিলো। কিছু-সময়ৰ পিছত মই লাহে লাহে আঁতৰি আহিলো। মোৰ লগে লগে অলপ দূৰলৈকে পুলিচৰ মানুহো আহে আৰু মোক কয়-- "তোমাৰ প্ৰতি মোৰ দুৰ্বলতাৰ কাৰণ আন একো নহয়-- উপকাৰী লোকৰ কথা মই পাহৰিব নোৱাৰো। তোমাক যিখিনি দুৰ্ব্যৱহাৰ কৰা হল তাৰ বাবে মই বৰ দুখ পাইছো।" এইখিনিকে কৈ চিপাহীজনে মোৰ পৰা বিদায় লয়। কিন্তু অকস্মাতে এটা হুলস্থূল শুনিলো। লাঠি চালনা হৈছে। মানুহ-বোৰ বিশৃংখল হৈ পৰে, বুটজোতাৰ খট্ খট্ শব্দ আৰু চিয়ঁৰ-বাখৰ বেছি হয়। মই বাওঁফালৰ বাটটোৰেদি বেগাবেগীকৈ গুচি যাওঁ।

মোৰ ভেৰোনীয়া কোঠাটো পোৱাৰ পিছতো মোৰ কঁপনি মাৰ যোৱা নাছিল। সেই চিপাহীজনৰ পৰামৰ্শমতে আঁতৰি নহা হলে ইমান সময়ে ময়ো হস্পিটেলত পাবগৈ লগা হলহেঁতেন। চাওঁক মহোদয়, সাধাৰণ মানু-হৰ প্ৰতি তেওঁৰ দৰদ কিমান আছিল। উপকাৰীজনক পাহৰিব নোৱাৰি বুলি চিপাহীজনে মোৰ আগত যিখিনি কথা কৈছিল সেয়া মোৰ বাবে কি আছিল? তেতিয়া অৱশ্যে মই একো ভৰা নাছিলো, এতিয়াহে ভাবি চাইছো-- চিপাহীজনে মোক ভুল কৰিছিল নিশ্চয়, তেওঁ মোক হয়তো চিনি পোৱা নাছিল, পুলিচৰ মাজতো এনেকুৱা সহানুভূতিশীল মানুহ আছে।

আপুনি মোৰ ভেৰোনীয়া কোঠালিটো দেখা নাই, দেখা হ'লে মোৰ নিচিনা হতভগীয়া এজনক আমনি কৰাৰ মনোভাব-- আপোনাৰ নহল-হেঁতেন। কোঠালিটোত এখনেই মাথোন খিড়িকী, কিন্তু তাৰ গাতে লাগি থকা এটা ঘৰ, গতিকে সেইখন খিড়িকীৰেও বতাহ কিম্বা পোহৰ একেবাৰেই সোমাব নোৱাৰে। খিড়িকীৰ মুখত সেই ঘৰটো এটি ৰক্ষসৰ দৰেই ঠিয় দি আছে। এই দুমহলীয়া ঘৰটো এজন সুখ্যাত নাগৰিকৰ

ঘৰ। মোৰ কোঠাটোৰ সম্পত্তি-- এটি ষ্টোভ, এলুমিনিয়ামৰ কেইপদমান বাচন, এডাল আলনা আৰু তাত কেইখনমান মলিয়ন কাপোৰ। বহু, ইমানেই-- ।

মহোদয়, মই ৰেচন কাৰ্ড এখন পাবৰ কাৰণে কিমান কষ্ট কৰিব লগা যে হৈছিল। ৰাতিপুৱা ভাতৰ মাৰ অলপ খাওঁ আৰু চাউলৰ বাবে মোনা এখন লগত লৈ অফিচলৈ যাওঁ। পুষ্টিকাৰক খাদ্যৰ অভাৱত মই ছৰ্মৰোগত ভোগো।

বাতৰি কাকতৰ গ্ৰাহক হৈ কাকত পঢ়িব পৰা আৰ্থিক ক্ষমতা মোৰ নাই। সেয়েহে যিটো দিনত বাতৰি কাকতত ৰেচন কাৰ্ড দিয়াৰ তাৰিখ ঘোষণা কৰিছিল--সেইটো তাৰিখ মই নজনাকৈয়ে পাৰ হৈ গ'ল।

যোৱা সপ্তাহত মই ৰেচন নাপালো, সময় মতে যাব নোৱাৰাৰ বাবে। কিন্তু এতিয়া-- বিলম্বিত হোৱাৰ পিছত মোৰ বহুত সময়। মই ৰেচন কাৰ্ড দিয়া বিষয়াজনক লগ ধৰিলোগৈ। তেওঁ মোক টান কথা কলে। কলে বোলে-- মোৰ ৰেচনকাৰ্ডৰ কোনো আৱশ্যক নাই, কিয়নো আৱশ্যাক থকা হলে মই ঘোষণা কৰা নিৰ্দিষ্ট তাৰিখতেই আহিলোহেঁতেন। এতিয়া আৰু দুই-তিনি সপ্তাহ লাগিব। এই দুই-তিনি সপ্তাহ হোটেলত খাব লাগিব।

কথা শুনি মোৰ জীৱ উৰিল। সম্পূৰ্ণৰূপে দৰমহাৰ পইচা কেইটা পাই থকা অৱস্থাতো জীৱন কটোৱা টান হৈছিল, এতিয়া চাচ্পেণ্ড হোৱাৰ পিছত পোৱা টকাৰে কেনেকৈ জীৱন কটাওঁ। মই হতাশ হৈ ৰেচনকাৰ্ড দিয়া অফিচৰ বাৰাণ্ডাতে বৈ থাকো।

হঠাত কোনোবা এজনে মোৰ পিঠিত থপ্থপাই দিলে। মই চমকি উঠিলো। বগা চুলিকোছাৰ এজন মানুহ। তেওঁ মোক দেখি হাঁহিছে। তেওঁক মই চিনি নাপাওঁ—তথাপি মই হাঁহি দিলো।

"আৰে, ইয়াত কেনেকৈ?"...... তেওঁ প্ৰশ্ন কৰাত মই মোৰ দুখখিনি পাতল কৰিবলৈকে সকলো কথা কলো। "অতি সহজ কাম" এই বুলি কৈ তেওঁ মোৰ পুৰণা ৰেচনকাৰ্ডখন ললে আৰু মোৰপৰা আঁতৰি গ'ল।

মই বাৰে বাৰে মনত পেলাবলৈ চেষ্টা কৰিছিলো.. এই বৃদ্ধৰ সৈতে মোৰ পৰিচয় ক'ত হৈছিল। তেওঁক সোধাও অসুবিধা। মই যে বহুত কথাই পাহৰি যাওঁ।

মহোদয়, মই চমুতে কওঁ যে — আধাঘণ্টাৰ ভিতৰতে মই নতুন ৰেচনকাৰ্ড পাই গ'লো।

পাছত বাটৰ দুই এজন মানুহ দেখি তেওঁ মোৰপৰা বিদায় লৈ আঁতৰি গ'ল।

আপুনি বোধকৰো ভাবিছে যে অভিযোগ পত্ৰৰ কথা কবলৈ গৈ এইবোৰ কথা মই কিয় উল্লেখ কৰিছো। মহোদয়, আপুনি উঠি অহা ডেকা, সংসাৰৰ জ্ঞান আপোনাৰ এতিয়াও হোৱা নাই। এই সংসাৰত কেৱল আপুনি আৰু ময়েই নাই। কোটি-কোটি মানুহেই ইয়াত আছে। তাৰ মাজত কেনে বহল মনৰ মানুহ আছে তাকে মই দেখুৱাই দিছো। ক্ষমা কৰিব মহোদয়।

উত্তৰ দিবলৈ মোক মাথোন দহদিন সময় দিয়া হৈছিল, তাৰে পাঁচ দিন অতিবাহিত হৈ গ'ল। বাতিও মোৰ টোপনি নহয়। অৱশ্যে ৰাতি শুব নোৱাৰো বাবে দুঃস্বপ্নৰ পৰা হাত সাৰি আছো।

এদিন আচৰিতভাবে মোৰ গোটেই গাটোত খজুৱতিয়ে ধৰিলে। ভাতৰ মাৰ আৰু মগুমাহহে খাই আছো। সপ্তাহত এদিনহে মাথোন মূৰত তেল ঘহোঁ। গোটেই নিশা খজুৱাই থাকো। ফলত সমগ্ৰ শৰীৰত নখৰ আচোঁৰ। শেষত অসহ্য হৈ মেডিকেল কলেজলৈ যোৱাৰ সিদ্ধান্ত ললো।

হস্পিতেললৈ গৈ মই দীঘলীয়া লাইনত ঠিয় হৈ থাকি ভালেমান সময় অপেক্ষা কৰো। অৱশেষত মই ডাক্তৰৰ ওচৰ পাওঁগৈ। ডাক্তৰক মই হাতযোৰ কৰি নমস্কাৰ কৰো। তেওঁ মোক টুল এখনত বহিবলৈ দি মোৰ ৰোগৰ বিবৰণ লয়। মোৰ শৰীৰটো ভালদৰে পৰীক্ষা কৰে। কেইবাবিধো ঔষধ লিখি দিয়ে।

তেখেতে শেষত মোক লিখি দিয়া ঔষধবোৰ তাত নথকাৰ বাবে বজাৰৰপৰা কিনিবলৈ পৰামৰ্শ দিয়ে। দামো বহুত হব। প্ৰত্যেকটো টেবলেটতে ৬৫ পইচাকৈ পৰিব। কিনাতো বৰ টান কথা নহব, নহয় জানো?

ডাক্তৰে ড্ৰয়াৰ খোলে আৰু "এইটো লোৱা" বুলি চেম্পল হিচাপে ঔষধ কোম্পানীয়ে দি যোৱা টেবলেট এটা খাবলৈ দিয়ে।

ডাক্তৰৰ ব্যৱহাৰত মই স্তব্ধ হৈ যাওঁ। চৰকাৰী হস্পিতেলৰ ডাক্তৰৰ

ভিতৰতো যে ইমান ভাল মানুহ আছে। মই ঠিয় হৈ তেখেতক পুনৰ সেৱা জনাওঁ।

শেষত তেখেতে পুনৰ কলে --- "এইখিনি খালেই তুমি সম্পূৰ্ণ সুস্থ হবা। যদি আৰোগ্য নোহোৱা তেনেহলে পুনৰ মোৰ ওচৰলৈ আহিবা। কোনো ভয় বা সন্দেহ কৰিব নালাগে। তুমি মোৰ কাৰণে এসময়ত কিছুমান কাম কৰি দিছিলা নহয় ?"

মোক আৰু কিবা কব খুজিছিল যাতে মোৰ মনত কোনো সন্দেহ নাথাকে। কিন্তু তেনেতে অন্য এজন ৰোগী আহি টুলখনত বহিলহি। মই বাহিৰলৈ ওলাই আহিলো।

বোধকৰো ডাক্তৰৰ কিবা ভ্ৰমেই হ'ল। মোৰ নিচিনা একে চেহেৰাৰ কিমান ধৰণৰ মানুহ এই পৃথিবীত আছে। মইনো তেওঁৰ কি কাম কৰি দিছিলো। তথাপি মোৰ মনত দুষ্ট-বুদ্ধি খেলালে। একো নকলো। যিয়েই নহওক --- বিনামূল্যে ঔষধ পাইছো যেতিয়া ইয়াৰ পৰা সোন-কালে আঁতৰি যোৱাই ভাল হব। 'ভুল হ'ল চিনিব পৰা নাছিলো' ... এই বুলি যদি তেওঁ মোক আক' মাতে!

হে শ্ৰদ্ধাস্পদ মহোদয়, এই ডাক্তৰজনৰপৰাও কিছু কথা শিকি লব পাৰি। মোৰ দৰমহাৰ তুলনাত ডাক্তৰে প্ৰায় চাৰিগুণ দৰমহা পায়। অথচ কি ব্যৱহাৰ ! ডাক্তৰৰ ব্যৱহাৰত মোৰ আধা ৰোগ দূৰ হোৱা যেনেই লাগিল। ৰোগীৰ প্ৰতি এইজন ডাক্তৰ যথেষ্ট সহানুভূতিশীল।

সময় গৈ থাকে। অভিযোগ পত্ৰৰ উত্তৰ দিবলৈ মোক যি সময় দিয়া হয়—সেই সময়ো শেষ হৈ আহে। আইন আপোনাৰ হাতৰ ৰবৰ এডালৰ নিচিনা। কিন্তু মোৰ কাৰণে সি ইস্পাত সদৃশ। কি যে আঁচৰিত কথা।

আজি পাঁচ বজাত দহদিন পূৰ্ণ হ'ব। আজি ৰাতিপুৱাই মই আপোনাক লগ ধৰিবলৈ চেষ্টা কৰোঁ। প্ৰথমে আপুনি মোক লগ কৰাৰ সুবিধা নিদিয়ে, কাৰণ সেই সময়ত আপুনি ডাঙৰ মানুহ কেইজনমানৰ সৈতে কথা পাতি আছিল। এঘণ্টাৰ পিছত মই পুনৰ আহো। আপোনাৰ চাপ্ৰাছীয়ে মোৰ বাবে দুৱাৰ খুলি দিয়ে।

ইয়াৰ পিছত মই যেতিয়া আপোনাৰ ওচৰ চাপোগৈ, মোৰ চকু চলচলীয়া হয়। মই আপোনাৰ ওচৰত আবেদন জনাও –"মহোদয়, মোক বচাওক, আপোনাৰ বাহিৰে মোক আৰু কোনেও বচাব নোৱাৰে।"

আপুনি ফাইল এটা চাই আছিল। মোক দেখি ফাইলটো একাষে থৈ কৈ উঠিছে—"উত্তৰ আনিছা ?"

মই নম্রভাৱে কওঁ—"নাই অনা।"

"আজি পাঁচ বজাৰ আগতে উত্তৰ পাব লাগিব, নহলে ইয়াৰ পৰিণতি কি হ'ব মই নিজেই নাজানো। ভেঁটি খোৱাটো অপৰাধৰ কথা। তুমি দোষ স্বীকাৰ কৰাই ভাল হ'ব। প্লিজ গেট আউট।"

কথাখিনি মোৰ শৰীৰত কাঁইটৰ দৰেই বিন্ধিবলৈ ধৰিলে। অফিচৰ প্ৰকাণ্ড ঘৰটোত মোৰ লগৰবিলাক কামে কামে ব্যস্ত আছিল। ঘামত মোৰ শৰীৰ তিতি গৈছিল। মই অফিচৰ সম্মুখত থকা সেই বিৰাট বটগছজোপাৰ তলত বওঁগৈ। মোৰ এনেকুৱা লাগিছিল যেন মোৰ শৰীৰৰ ঘাম আৰু কেতিয়াও নুশুকাব। হঠাৎ মই মূৰ ডাঙি চাওঁ যে সম্মুখত ইউনিয়ন অফিচ। আক্ৰাবতো মই আশাৰ পোহৰ দেখিবলৈ পাওঁ। সম্পাদকে সুধিব—"তুমি ইমান দিনে কি কৰি আছিলা ?" মই বাৰু তেতিয়া কি উত্তৰ দিম ?

মই চিৰিৰে ওপৰলৈ উঠো। সম্পাদকে কিবা লেখি আছিল। অলপ সময় মই ৰৈ থাকো। মই এবাৰ কাহ মৰাত সম্পাদকে মূৰ তুলি মোলৈ চালে।

—"হেল্লো, সত্যৰূপ। মই খবৰ পাইছো, চীফৰ লগত সকলো কথা পাতিছা নহয় ?"

"হয় ডাঙৰীয়া, কিন্তু একো আশা নেদেখিলোঁ।"

"তেওঁক ঘৰতো লগ কৰিছিলা নেকি ?"

অলপ সময় মই একো উত্তৰ দিব পৰা নাছিলোঁ। তাৰ পাছত কলোঁ, "নাই ডাঙৰীয়া, নাই কৰা।"

"ঠিক আছে" বুলি কৈ তেওঁ পুনৰ লেখাত ব্যস্ত হ'ল। অলপ সময়ৰ পাছত আকৌ কলে "বাৰু এই নটিচখন লিখা শেষ হলে মই চীফক লগ ধৰিম। অলপ ৰবা।"

মই সম্পাদকৰ মেজৰ ওচৰতে থিয় হৈ ৰলোঁ।

"আমি এষাৰ কথা বুজিব লাগে যে এই সংগঠনৰ মাজেদি কিছুমান লোকে ৰাজনৈতিক উদ্দেশ্য পূৰণৰ বাবে চেষ্টা কৰি আছিছে আৰু ইয়াক ৰাজনৈতিক মঞ্চ কৰি গঢ়ি তুলিব খুজিছে। তেওঁলোকৰ লগত

আমি যুঁজিব লাগিব। আমি এনে ব্যৱস্থা কৰাব লাগিব যাতে এওঁলোক কেতিয়াও জয়ী হব নোৱাৰে।—মোৰ দৃঢ় বিশ্বাস আছে—অভিবাদনেৰে সৈতে…"

সম্পাদকে অভিযোগ পত্ৰখন হাতত লয়। মই তেওঁৰ পিছে পিছে খোজ দিওঁ। আশাত মনটো ফৰকাল লাগে। জীয়াই থাকিব পৰা সম্ভাৱনা এটি দেখা যেন লাগে।

সম্পাদক চীফৰ কোঠালৈ সোমাই যায়। মই দুৱাৰমুখতে একোণত নিঃশব্দে থিয় হৈ থাকো। উৎকণ্ঠাত মোৰ হাত, ভৰি কঁপে।

সম্পাদকে অকস্মাত অপ্ৰত্যাশিত ভাবে জোৰেৰে দুৱাৰখন ঠেলা মাৰি বাহিৰলৈ ওলাই আহে। অভিযোগ পত্ৰখন নিঃসংকোচে মোলৈ দলিয়াই দিয়ে। তেওঁৰ চকু ৰঙা হৈ উঠিছিল। তেওঁ গৰ্জি উঠে—

"ভেটি খোৱা লোকক উদ্ধাৰ কৰিব পৰা কোনো আইন বা উপায় নাই। ভেটি খোৱাৰ সময়ত চিন্তা কৰা উচিত আছিল।" পুলিচ, ডাক্তৰ, পেঞ্চন-ভোগী লোক—সকলোৰে লিখিত অভিযোগ মোৰ আগত দাঙি ধৰে। লাজ আৰু অপমানত মই নিৰুত্তৰ হৈ ৰওঁ।

মহোদয়, মই জানি-বুজি কোনো অপৰাধ কৰা নাই। আৰু যিসকলৰ কথা কোৱা হৈছে সেইসকলৰ কোনো এজনেও মোৰ ওপৰত এনে অভি-যোগ অনাৰ কথা মই ক'ব নোৱাৰো।

"নাই, মোক আৰু কোনো কথা নকবা। অকল এইসকলৰ আপত্তি হোৱা হলেও বচাব পাৰিলোহেঁতেন। কিন্তু সংশ্লিষ্ট বিভাগীয় কেৰেণীজনে লেখি দিছে যে তেওঁ তোমাক ভেটি লোৱা দেখিছিল।"

"মিছা, এয়া একেবাৰে মিছা কথা।"

"মিছা? গোবিন্দ খোমাছ আৰু অচ্যুতে নিজ হাতেৰে যি লেখি দিছে সকলো মিছা? হৈছে, হৈছে। ঘোচখোৰৰ চেক্ৰেটৰী হৈ থকাটোও মোৰ বাবে লাজৰ কথা। তুমি ৰসাতলে যোৱা, তোমাৰ লগত মোৰ কোনো কথাই থাকিব নোৱাৰে।"

সম্পাদক চিঁৰিৰে নামি অহাৰ পিছত মোৰ এনে লাগিছিল—মই যেন কেঁচুৱা এটিৰ দৰে চিঞৰি চিঞৰি কান্দি দিম।

মাননীয় বিভাগীয় অধ্যক্ষ মহোদয়, মই এতিয়া কি কৰো? কিমান দিন মই এইদৰে চকুপানী টুকি থাকিম? আপুনিতো এজন শ্ৰমিকৰ কল্যাণকামী

লোক আছিল, কিন্তু আজি তেনে এজন শ্ৰমিকক আপুনি অন্ধকাৰ কোঠাত বন্দী কৰি তাৰ ছাবিপাত কুৱাত পেলাই দিছে।

কেৱল সেয়ে নহয়, সম্পাদকে মোক যথেষ্ট উপেক্ষা কৰা আৰু এনেদৰেই শ্ৰমিকৰ প্ৰতিনিধিয়ে মোৰ শেষ আশাৰ ওপৰতো পানী ঢালি দিয়ে। গতিকে এই বিৰূপ পৰিস্থিতিত মই কি কৰো ?

"বাঘৰ পোৱালী বাঘেই" বুলি এষাৰ কথা আছে। কথাষাৰ মনত পৰাত মনত উৎসাহ আহিল। এনে লাগিল যেন এটা প্ৰচণ্ড ঠেলা মাৰি আপোনাৰ দুৱাৰখন খুলি আপোনাক শেষ কৰি দিও আৰু তাৰপিছত পুলিচৰ ওচৰলৈ যাওঁ। খাকি পোচাক পৰিহিতসকলে মোক বেয়া ধৰণেৰে শাস্তি দিয়ক। মোৰ শৰীৰৰ হাড়-মাংস টুকুৰা-টুকুৰ হওঁক। তথাপি মই জেলত থাকো।

কিন্তু মই একলে ভাবিবহে পাৰো, ভবাবোৰ কাৰ্য্যকৰী কৰিব নোৱাৰো। মই জীয়াই থাকিব লাগিব, মই বিশাল বিশ্বত ভোকাতুৰ হৈ হলেও জীয়াই থাকিব লাগিব।

মোক ক্ষমা কৰক, মোৰ বিৰুদ্ধে আপুনি যি অভিযোগ আনিছে এই সকলোবোৰ ঠিকেই। কম পইচা পোৱা চাপ্ৰাছীয়ে—লোকৰ কাম কৰি দুই-এ পইচা লৈ জীয়াই থকাৰ বাহিৰে আন উপায়ো নাই।

পুলিচ কৰ্মচাৰীজনৰ পৰা পোৱা দহটা টকাৰে মোৰ ছোৱালীজনীৰ বাবে এখন শাৰী কিনি দিছিলো। পেঞ্চনভুগীজনৰ পৰা পোৱা টকা পোন্ধৰটাৰে বৃদ্ধ, ৰুগ্ন, দেউতাৰ বাবে উণৰ কাপোৰ লৈছিলো আৰু আন এজনৰ পৰা পোৱা পাঁচোটা টকাৰে—পিত্ত ৰোগত পীড়িত পত্নীক আইৰণ টেবলেট খুৱাইছিলোহি।

ভবিষ্যতে এনেকুৱা আৰু কেতিয়াও নহব। দৰিদ্ৰতাই মোক জুৰুলা কৰি পেলাইছে, মোক ক্ষমা কৰক। জীয়াই থকাৰ অভিলাস মোৰ শেষ হৈ যোৱা নাই, মোক ক্ষমা কৰক।

মহোদয়, চাৰে চাৰি বাজিবৰ হৈছে। মোৰ হাতত থকা কলমটোত কেতিয়াবা চিঞাহি থাকে, কেতিয়াবা নাথাকে। মোৰ সেই ভোটা কলমটোৰে এইখন লেখিছোঁ, মই মাত্ৰ সপ্তম মানলৈকেহে পঢ়িছিলো, সেয়েহে ব্যাকৰণত ভালেমান ভুল থাকিব পাৰে। ক্ষমা কৰিব।

আপোনাৰ কলমৰ আচোৰত মোৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। নিজৰ

মানুহখিনিৰ বাবেহে আপোনাৰ ওচৰত ক্ষমা খুজিবলৈ নিবেদন জনাইছো। আৰু এটি মাত্ৰ প্ৰাৰ্থনা ......

এয়ে অভিযোগ পত্ৰৰ উত্তৰ। আপোনাৰ হাতত এইখন দিয়াৰ পিছত মই মোৰ কোঠালিত সোমামগৈ। অন্তৰ মোৰ দুখত ভাগি গৈছে। কোঠাৰ ভিতৰত সোমাই থাকিয়েই মই মোৰ দেউতাক সুৱঁৰিম। মই ভীৰু, মোৰ সাহসী পিতৃক স্মৰণ কৰিয়েই মই মোৰ অভিমান ভাঙিব পাৰিম। ১৯৫২ চনৰ এটি কৃষক বিদ্ৰোহত আলপ্পুষা জেলত মোৰ দেউতাই শেষ নিশ্বাস এৰিছিল। তাৰ হস্পিতেলত মৃত্যু অতি স্বাভাবিক আছিল। যি কোনো সাধাৰণ কাৰণতেই মৃত্যু আহিছিল। দেউতালৈ মনত পৰিলেই মোৰ কান্দিবৰ মন যায়। কান্দি কান্দি হেপাহ পলোৱাৰ পিছতহে নিজৰ কথা ভাবো।

মহোদয়, মোৰ এটি মাথোন প্ৰাৰ্থনা মঞ্জুৰ কৰক।

মোক কান্দিবলৈ দিয়ক।

মই কান্দি কান্দিয়েই নিজৰ অন্তৰ ধুৱাই দিওঁ।

—:—

# একে চেহেৰাৰ দুজন মানুহ

'জে'ই এইটো এটা নিষ্ঠুৰ সত্য বুলিয়েই ধৰি লৈছিল। তাৰ সৈতে একে চেহেৰাৰ আৰু এজন মানুহ এই সৰু চহৰখনৰ ক'ৰবাত আছে। 'জে'য়ে কথাবোৰ ভাবিবলৈ ধৰিলে......

চাইকেলত উঠি অহা এজন ভদ্ৰলোকে চাইকেলৰ পৰা নামি জে'ক সুধিলে..."তুমি এম নহয়নে? তোমাক লগ পোৱা বহুত দিন হ'ল নহয়?" ৰঙাচকু, ডাঙৰ মোছ আৰু মুখত কটা দাগেৰে মানুহজনক দেখি 'জে'য়ে ভয়েৰে কলে···"মই এম নহয় জে হে।"

মানুহজন গুচি গ'ল।

থিয়েটাৰ হলত যেতিয়া লাইটৰ পোহৰ পৰিল তেতিয়া ওচৰৰ চিট এটাত বহি থকা মানুহজনে পিঠিত থপৰিয়াই কলে·— "তোমাক সকলো ঠাইতে দেখা পোৱা যায় নহয়নে?"

'জে'ই আচৰিত হৈ কলে—"মই এম নহয়!" মানুহজনে তেওঁৰ ওচৰত কৰযোৰে ক্ষমা বিচাৰিলে যদিও জেয়ে মানুহজনৰ ওচৰত আৰু বহিব নোৱাৰিলে। আকৌ যেতিয়া আন্ধাৰ হ'ল তেওঁ সেই ঠাইৰ পৰা উঠি গ'ল! জেয়ে ভাবিছিল ·· তেওঁৰ সৈতে একে চেহেৰাৰ মানুহ এজন এই চহৰত বহুদিনৰ পৰা আছে।

জিমনাচিয়েমৰ সন্মুখত বাটৰ ওপৰত ষ্টেডিয়ামৰ কেঁকুৰীটোৰ ওচৰত গছৰ ছাঁ পৰি আছে। মাটিৰে সজা বস্তু বিক্ৰী কৰা আদবয়সীয়া মানুহজনে এনেকুৱাকৈ চিঞৰিছে যেন পানীত শিলগুটিহে পৰিছে।

'জে'ই আকৌ এবাৰ বিপদত পৰিল। ভব্য-গব্য থুলন্তৰ চেহেৰাৰ চহকী দোকানীজনে চিগাৰেট খাই খাই 'জে'ক কলে ··।

"কোৱানোতো কলোৱেই। কিন্তু কোৱামতে কামটো কৰিবা নিশ্চয়!"

'জে'য়ে কবলৈ ধৰিলে···"মই...... ।"

"কাৰোবাৰ পৰা টকা লোৱাৰ সময়ত কি কাৰণত টকা লোৱা হৈছিল—

সেইকথা পাহৰিব নেলাগে।" তাৰ মুখৰ পৰা দুৰ্গন্ধ ওলায়। সি 'জে'ক কোনো কথা কবলৈ সুবিধা নিদি চিয়ঁৰি উঠে।

"সুকোশিনিক লৈ আহিম। টকা ঘূৰাই দিবা, নহলে আজি নিশা ।"

মই 'এম' নহয় 'জে' হে।"

সি খঙত ভোৰ ভোৰাই আগবাঢ়ে! ইনষ্টিটিউট ৰ পৰা অহা এখন গাড়ী তাৰ কাষেদি পাৰহৈ যায়। 'জে'য়ে ভাবি ভাবি এটা সিদ্ধান্তত উপনীত হয় যে -'এম' এজন বেয়া চাৰত্ৰৰ মানুহ। সি চিনাকী মানুহবোৰক ফাঁকি দি টকাও উপাজন কৰে। সি লম্পত, ফাঁকিদাৰ।"

যিয়েই নহওক মোৰ নিচিনা চেহেৰাৰ সেই মানুহজনক মই বিচাৰি উলিয়াব লাগিব। তেওঁ পকেটৰ পৰা এখন ছবী উলিয়াই সৈ 'এম'ৰ অনুসন্ধানত আগবাঢ়ে।

জে'য়ে সকলোৰে মখৰ ওপৰত চকু ফুৰায় কিমান যে মুখ। কিছু-মানৰ দীঘলীয়া চকু, তাৰ ওপৰত বৈ পৰা চেলাউৰি। কিছুমানে লিপ-ষ্টিক লগাইছে। কিছুমানে আকৌ নাই লগোৱা। কিছুমানৰ ওলোটা যেন লগা কাণ, নাকৰ বিন্ধা। মুখৰ পৰা দুগন্ধ ওলাই থাকে। কিমান যে মানুহ।

কিন্তু সেই একে চেহেৰাৰ মানুহজন ক'ত? তাক বাৰু বিচাৰি উলিয়াব পৰা হবনে? তাক বিচাৰি উলিয়াব লাগিলে লাংচৰ খুটিত আইনা বান্ধি তাৰ পোহৰত বিচাৰিব লাগিব।

'জে'ই হাতৰ ঘড়ীটোৰ ফালে এবাৰ চালে। পাঁচ বাজি চল্লিশ মিনিট গৈছে। মানে প্ৰত্যেক মানুহৰে ঘড়ীত গধূলি পাঁচটা বাজি পয়ত্ৰিশ মিনিটৰ পৰা পাচঁটা বাজি পঞ্চল্লিশ মিনিটৰ ভিতৰত। প্ৰত্যেকে নিজৰ ঘড়ী মতেহে কাম কৰে। দহ বাজি বিশ মিনিট যোৱাত পুলৰ ওচৰত আহি বৈ থকাৰ কথা। কিন্তু সি আহিব জানো? ডেৰ বজাত দক্ষিণৰ পৰা আহিবলগীয়া ছোৱালীৰ বাছবোৰৰ ছিটৰ বাওঁফালে সুন্দৰ দৃশ্য দেখিবলৈ পোৱা যায়। তিনি বাজি পোন্ধৰ মিনিট যোৱাত খজুৰতীয়ে ধৰা ল'ৰাটোৱে পেপাৰ বেচিবলৈ ওলাব। তাৰ পাছতেই আকৌ চাৰি বাজি পোন্ধৰ মিনিট যোৱাত বৃঠৰ পৰা গাখীৰ নিবলৈ অহা মানুহবোৰ উভতৰ। ভাবি 'জে' আগবাঢ়ে।

গৈ থাকোতে 'জে'য়ে নিজৰ ঘড়ীটো আনৰ লগত মিলাই লয়। এৰা, এজনৰ জীৱনৰ কক্ষপথৰ লগত আনজনৰ কক্ষপথৰ ঘহনি খায়।

নগৰৰ জনবহুল ৰাজপথ ককাললৈকে একে যেন লগা স্ত্রী পুৰুষৰ ঘামুতা ভৰা খোজ। সকলোৰে খোজৰ তালত সন্ধ্যাৰ নগৰখন চঞ্চল হৈ উঠে।

ইমান পৰে ঘড়ীলৈ মনেই দিয়া হোৱা নাছিল। 'জে'য়ে এইবাৰ মুৰ দাঙি চাই দেখিলে সেইজন 'এম' দেখোন।

"এম হয়নে ?"

"হয় জে"—

"কেনেকৈ চিনি পালা ?"

বহুতে আকৌ মোক 'জে' বুলিয়েই ভাবে। 'জে'ৰ জেপৰ ফালে সি লোভেৰে চায় ! জেপত অৱশ্যে দহ পইচা আৰু বাছৰ টিকট এটাৰ বাহিৰে একো নাছিল।

'জে'য়ে সুধিলে -"কি কৰি আছানো ? কিবা চাকৰি কৰিছা নেকি ?" হাঁহি এটা মাৰি 'এম'য়ে উত্তৰ দিলে ... "নাই, তেনে কোনো চাকৰি কৰা নাই। যেনেকৈ পাৰো আনক সহায় কৰি দিয়েই সময় কটাওঁ।"

'জেয়ে' কলে..."সেয়াতো মই আগতেই গম পাইছো ( নিলাজ কুকুৰ।)"

'জে' এজন অবিবাহিত লোক। কষ্টেৰে ঘৰ চলাব লাগে। দৰমহা পায় তাকৰ। কম টকাৰ হলেও বহুতলৈ মনি অৰ্দাৰ কৰা ৰচিদ তেওঁৰ হাতত আছে। ঘৰৰ সম্পূৰ্ণ দায়িত্ব তেওঁ বহন কৰিব লাগে। 'জে' য়ে ভাবে--- কাৰ আগত কৈনো তেওঁ নিজৰ গধুৰ দায়িত্ব লাঘৱ কৰিব।

"চোৱা, মই অকলে এখন ঘৰৰ গধুৰ দায়িত্ব বহন কৰো।" 'জে' য়ে 'এম'ক কথাখিনি কলে।

'এম' য়ে 'জে'ক তাতে এৰি কৰবালৈ গুচি গ'ল। 'জে'য়ে ভাবিলে 'এম'ক আকৌ লগ পোৱালৈ 'এম' লাখপতিয়েই হব। এনেকুৱা মানুহবোৰহে দেখোন সুখ হয়। দুষ্ট আৰু কু-স্বভাৱৰ মানুহবোৰেই আজি-কালি চাকৰি পায়।

দেওবাৰে গোটেই দিনটো 'জে'য়ে পাৰ্কত ঘূৰিলে। গৰম লগাত পাৰতে কাপোৰ থৈ গা ধুবলৈ পুখুৰীত নামিল। দ' পানীত বহুত সময় সাতোঁৰাৰ পাছত পাৰলৈ আহি 'জে'য়ে গা-মচি কাপোৰ সলালে। তেওঁ ভাবিলে -- জীৱনটো পানীৰ বুৰবুৰণিৰ দৰেই —। প্ৰেম এনেকুৱা এটা

নিচা নেকি যিটো অশ্লীল কিতাপত ... এইবোৰ চিন্তা কৰি গৈ থাকোতে এজন ল'ৰা আহি 'জে'ক এখন চিঠি দিলেহি। তেওঁ ঘূৰি চালে কিন্তু দেখিলে — ল'ৰাজন ইতিমধ্যে গুচি গৈছে। 'জে'য়ে চিঠিখন মেলি চালে— ...কোনোবা এগৰাকী মহিলাৰ চিঠি। -- তুমি কৈছিলা -— যে প্ৰত্যেক-জনী ছোৱালীয়েই টুথপেষ্টৰ নিচিনা। কিন্তু মই কেতিয়াও ভবা নাছিলো তুমি ইয়াক নিজৰ আয়ত্বৰ ভিতৰলৈ আনিবলৈ চেষ্টা কৰিবা। তুমি সঁচাকৈয়ে বেয়া মানুহ।

এৰা, 'এম' সঁচাকৈয়ে দুষ্ট। চিঠিখন সি পঢ়িলে।

"বৃহস্পতিবাৰে ৰাতিপুৱা দহবজাত চেনিটৰিয়ামৰ সমুখৰ বাছ ষ্টপেজলৈ আহিবা নে?"

'জে'ই সেইদিনা ছুটি ললে। কথামতে নিৰ্দিষ্ট স্হান পালেগৈ। কুজা পিঠিৰ আৰু মলিয়ন তাছ পাতৰ নিচিনা দেখাত প্ৰেত এটাৰ দৰেই মহিলা এগৰাকী ঠিক সময়তে চেনিটোৰিয়ামৰ পৰা ওলাই আহিল।

"তোমাৰ সৈতে কেনিবা যাবলগীয়া হলে বা এনেয়ে হলেও (হোটেললৈ হলেও বা নৰকলৈ হলেও) বন্ধুত্বৰ খাতিৰত মই তোমালৈকে অপেক্ষা কৰি থাকো। আজি বোধহয় বহুত পইচা পালা নহয়?" তাই কৈ কৈ কান্দি দিয়ে। "তোমাৰ ওপৰত নিৰ্ভৰ কৰাৰ কাৰণে মই ঠগ খাইছো। তুমি মোৰ জীৱনটো এফালৰ পৰা শেষ কৰি দিছা। এতিয়া শেষ অৱস্হা পালেহি আৰু ...... "

'জে'য়ে কাণৰ কাষত ফুচফুচাই কলে -- "মই 'এম' নহয়।"

বতাহত এটি আত্মা যেন অদৃশ্য হৈ গ'ল। এনেতে সেইফালে এখন মটৰ গাড়ী পাৰ হৈ গ'ল। গাড়ীখনৰ আগৰ ছিটত 'জে'ৰ নিজকে দেখাৰ দৰে লাগিল। তাৰোপৰি আকৌ কিছুমান গাড়ীত কেতিয়াও নহঁহা নিজৰ মুখখনক 'জে'ৰ হাঁহি থকা যেন লাগে। এদিন দুপৰীয়া এয়াৰপোৰ্টলৈ গৈ থকা বাছ এখনত বহি সাৱধান হৈ যোৱা 'এম' য়ে 'জে'ক দেখি হাত জোকাৰিলে।

'জে'য়ে মনে মনে দুখ পালে।

তেওঁ মন্দিৰলৈ যাবলৈ ধৰিলে। 'জে'য়ে মন্দিৰলৈ গৈ ভগৱানক সুধিব যে ভগৱানে কিয় 'এম'ৰ নিচিনা কেবল চেহেৰাহে দিলে। তেওঁৰ নিচিনা ভাগ্য কিয় নিদিলে।

ভবিষ্যতে বা তেওঁ কি পায়।

"মিলিটেৰী কেন্টিনৰ পৰা 'ৰাম' দিম বুলি টকা লৈ এতিয়া লুকাই ফুৰিছা কিয়? টকা ধাৰলৈ ললে তাক ঘূৰায়ো দিব লাগে। টকা বিচৰাৰ সময়ত অজলাটো হৈ দেখুৱালে মই মাৰি পেলাম। বাসেকল ক'ৰবাৰ।"

"মই 'জে'হে মিণ্টাৰ।"

"তোমাৰ তেজৰ চিনাকী মোৰ আছে। সোনকালেই কিবা এটা নহয় কিবা এটা কৰিব লাগিব।"

"মই 'জে'হে 'এম' নহয়।"

"খবৰ দিয়া হৈছে যে বাইদেউৰ অসুখ বেছি। বোধহয় নাবাচিব।"

"কিন্তু মই 'এম' নহয় 'জে'হে।"

"আগলৈও মই এই কথা লুকাই ৰাখিব নোৱাৰো। এতিয়াই বান্ধবী-বোৰৰ সন্দেহ হৈছে। আৰু এমাহৰ পাছতো ...... ?"

"মই 'জে'হে। এইখন চিঠি মোৰ নহয় --"

"সিদিনা দিয়া প্ৰতিশ্ৰুতিৰ কথা।"

"হায়, মই, 'জে'হে, 'জে' ..."

মোৰ সৈতে একে চেহেৰাৰ মানুহজনে মোক পিছ পেলাই থৈ এতিয়ালৈ চাগে ধনী হৈ পৰিছে। তেওঁ চাগে মটৰ গাড়ীও কিনিলে। ৰোটাৰী ক্লাবত বক্তৃতা দিবলৈও অধিকাৰ আদায় কৰিলে—হোটেলৰ কোঠাত কলেজীয়া ছোৱালীক টকা-পইচা দি সহায় কৰি সিহঁতৰ ওচৰত অৰ্দ্ধ নগ্ন হৈ সিহঁতৰ সন্মুখত কিমান নম্ৰতাৰে চাগে কথা কৈছে!

'জে'ৰ মনে মনে ঈৰ্ষা হয়।

চিনাকী মানুহৰ সন্মুখত তলমূৰ কৰি যোৱা মানুহো কেতিয়াবা মূৰ্খ হয়।

যি কোনো মানুহেই এখন চহৰত যিমান বছৰ ইচ্ছা হয় সিমান বছৰেই থাকিব পাৰে। যদি তেওঁ একেৰাহে দহবছৰ থাকে তেতিয়াহলে তেওঁ সেই চহৰৰ এটি ঐতিহাসিক বস্তু হৈ পৰে। কিন্তু কেনেকৈ যে তাৰ পাৰিপাশ্বিক অৱস্থাই তাৰ পিঠিত উঠি তাক চলাই ফুৰে। শেষত তাৰ ভেটিত উঁইয়ে বাঁহ লয়। ঘৰৰ চুকত মকৰাই জাল বান্ধে।

"তুমি ঠিকেই কৈছা—, আমি হৈছো কফি হাউচৰ সন্মুখৰ নৰ্দমাত এইমাত্ৰ জন্ম লৈ গোটখাই থকা আবৰ্জনাৰ কীট।" 'জে'ই যাব খুজিছিল।

কিন্তু সি কলে—“পোন্ধৰ বছৰৰ আগৰ পেঞ্চন বুজিছা।” ‘জে’য়ে আকৌ এবাৰ ‘এম’ক লগ পালে। তেওঁৰ সৈতে একেবাৰে একে চেহেৰাৰ। এনেকুৱা লাগে যেন সময়বোৰ সকলোবে কাৰণে একেদৰেই গৈ আছে। দুয়োৰে চেহেৰাবো কোনো পাৰ্থক্য নাই। দুয়ো একেই মানুহ।

‘জে’য়ে আকৌ ভাবে ‘এম’ লাখপতি হ’ল চাগে।

‘এম’ আছে। “তোমাক দেখা পোৱা আজি বহুত দিন হ’ল নহয়?”

“ওঁ সঁচাকৈয়ে।”

“ধোবাৰ শুকান লাদ পিহি গুৰি কৰি দিয়া ৰাস্তাবে খোজ কাঢ়োতে কাঢ়োতে ঘটিকুৱাৰ মুখ আৰু শুকাই যায়। জীৱনটো কেবল পানীৰ বুৰবুৰণিৰ নিচিনা।” এমে খুৱাই দিয়ে।

ৰক্ত মিশ্ৰিত, দুৰ্গন্ধময়, থু-খেকাৰে জীবনৰ বাটটো তিয়াই দিয়ে। জীৱনটোৰ বুৰবুৰণিৰ ওপৰত ৰঙা ৰং বিয়পি পৰে।

‘এমে’ সুধিলে— “বিয়া কৰালা নেকি?”

“বিয়া ক’ত কৰাইছো? দাৰিদ্ৰ্য আৰু সংগ্ৰামবেই গোটেই জীৱন ভৰি আছে! ক্ষন্তেকৰ বাবেও জীৱনটোত সুখ পামনে নেপাম তাতেই সন্দেহ হৈছে। সেইবোৰ কথা যাবলৈ দিয়া। পিছে তোমাৰ জীৱননো কেনেদৰে চলিছে?”

“সমস্যাই সমস্যা।”

‘জে’য়ে কৌতুহলেৰে সুধিলে— ‘লাখপতি হৈ গৈছা চাগে নহয়?”

“কোন?”

“মই ভাবিছো…… ”

“আৰে।” এই বুলি সি ফেঁকুৰি-ফেঁকুৰি কান্দিবলৈ ধৰিলে। তাৰ জেপৰ তলফালে ফটা আছিল। এনে লাগিছিল যেন সেইখন এখন মকৰাৰ জালহে। সেই জালত মকৰাৰ পোৱালীবোৰে যেন আনন্দত নাচি-বাগি ফুৰিছিল।

মাজে মাজে নাকেৰে ওলাই অহা হাঁচিটো সি পকিযোৱা মোছকোছাৰে বাধা দিব খুজিছিল।

‘জে’ৰ ভয় লাগিছিল, ‘এমে’ তেওঁক কিবা খুজিব নেকি?

“পশিচ পইচাৰ দৰকাৰ আছিল, দিবানে?” ভয়ৰ ঠাইত ‘জে’ৰ তালৈ পুতৌহে উপজিল। তেওঁৰ হাতত মাত্ৰ উনৈশ পইচাহে আছিল। তাকেই ‘এম’ক দি দিলে।

'জে'য়ে কলে -- "মই ভাবিছিলো আকৌ—তুমিতো উপাৰ্জন ভালেই কৰিছিলা-।"

পিছে মোৰ এই সকলোবোৰেই ভুল ধাৰণা, আমাৰ সকলোৰেই অৱস্হা একেই। গতিকে কেনেকৈনো বেছিকৈ উপাৰ্জন কৰিবা ?

"পুৰণি কাম কাজো - - - ' "কি তুমি সেইবোৰ এৰি দিলা নেকি ?" "সেইবোৰ লৈয়েই মোৰ জীৱন, জীয়াই থকাৰ আশা।"

'জে'য়ে ঊনৈশ পইচা দি 'এম'ৰ পৰা ধন্যবাদ পালে। তাৰ পাছত তেওঁ আগবাঢ়িলে! খোজ দিয়াৰ সময়ত চিন্তাত তেওঁৰ চকুৰ পৰা যেন মকৰাৰ পোৱালীবোৰ দৌৰ মাৰিছে । 'জে'ৰ এনে লাগিল। ভোক-পিয়াহে আগৰ-দৰেই তেওঁৰ আগত উলঙ্গ হৈ নাচিবলৈ ধৰিলে।

'জে'য়ে নিজৰ মনতে কলে - - - তেৰো মোৰ দৰেই একে অবিবাহিত আৰু দহ-পোন্ধৰটা ইনক্রিমেন্ট পোৱা এজন চৰকাৰী কৰ্মচাৰী।

মনে মনে তেওঁৰ হাঁহি উঠিল। জীৱনত প্ৰথমবাৰৰ বাবে 'জে'ৰ মনটো আবেগ অনুভূতিৰে ভৰি পৰিল। তেওঁ যেন বাধা দিব পৰা নাছিল। কথাটো তেওঁৰ কাষোবাক কবলৈ মন গ'ল।

ঃ - ঃ

# পইতাচোৰা

ৰাতিপুৱা তাই ৰান্ধনিঘৰত কফি একাপ কৰিবলৈ যো-জা কৰি আছিল। তেনেতে পইতাচোৰা এটাৰ ওপৰত চকু পৰিল। চকিখনৰ কাষত অলপ সময় বৈ তাই পইতাচোৰাটো বিচাৰি চালে। কিন্তু চকিখনৰ আঁৰতেই সি লুকাই পৰিল। কফি পিয়লা লৈ তাই শোৱনিকোঠাত সোমাল। গিৰিয়েকে তেতিয়ালৈকে বিছনা এৰা নাছিল। চুইচ্ টো অ'ন কৰি দিয়াত কোমল পোহৰে কোঠাটো পোহৰাই তুলিলে। পালেঙত বহি কফিৰ কাপটো গিৰিয়েকলৈ আগবঢ়াই দি তাই এটি হাঁহি মাৰিলে।

তাই নীৰৱে ঠিয় হৈ গিৰিয়েকে কফি খোৱা চাই থাকে। সদায় এই একেটা কামকে কৰি কৰি বৰ আমনি লগা হৈছে। কিন্তু গিৰিয়েকৰ শুকান মুখ আৰু আধাপকা চুলিবোৰলৈ চাই তাইৰ সহানুভূতি জাগে। এই অবুজ টানখিনিৰ বাবেই তাই হাই-কাজিয়া কৰাৰ পৰা হাত সাৰি আছে।

তাই হাতত খালী কাপ-প্লেটজোৰ লৈ শোৱনি কোঠা পাৰ হৈ ৰান্ধনি ঘৰলৈ যাবলৈ ধৰিছে। এনেতে তাই দেখে যে চূণ-তেল দিয়া দুৱাৰখনৰ ফালত কিবা এটা সৰু প্ৰাণী লুকাইছে। সেইটোনো কি বস্তু চাবৰ মন গৈছিল যদিও কিবা ভাবি নোৱোৰাকৈ তাই পাকঘৰলৈ গুচি যায়।

পাকঘৰলৈ আহি দেখিলে যে এসোপামান পইতাচোৰাই চকি-মেজ আৰু দুৱাৰ আদিত কেৰকেৰণি শব্দ তুলি পিয়াপি দি ফুৰিছে। পাকঘৰত সোমোৱাৰ লগে লগে কেইটামান পইতাচোৰা উৰি আহি তাইৰ মূৰতে পৰিলহি। পইতাচোৰাবোৰ ইমানকৈ উৰিবলৈ ধৰিলে যে তাই সেইবোৰ গুচাবলৈ চেষ্টা কৰি ভাগৰি পৰি নিজেই আঁতৰি দিলে। গিৰিয়েকক মাতিবলৈ মন গৈছিল যদিও গিৰিয়েকেও কোঠাত কাবোবাৰ লগত যুঁজ কৰি থকা যেন তাইৰ অনুমান হ'ল। গিৰিয়েকে অৱশেষত 'পইতাচোৰা,

'পঁইতাচোৰা' বুলি চিঞৰিবলৈ ধৰিলে। তেওঁৰ এহাতত এখন বাতৰি কাকত ভাঁজ কৰি লৈ পঁইতাচোৰাবোৰ খেদি খেদি মাৰিবলৈ ধৰিছিল। আৰু পইতাচোৰাবোৰে বাগি দি দি উৰি ফুৰিছিল।

তাই কব খুজিছিল যে এনেদৰে দুই-এটা পঁইতাচোৰা খেদি একো লাভ নাই। বাহ্ৰনিঘৰত এশ-ডেৰশমান পঁইতাচোৰা আছে। কিন্তু তাই একো নকলে। মাত্ৰ গিৰিয়েকে পঁইতাচোৰাবোৰ মাৰি কাগজত উঠাই খিৰিকীৰে পেলাই দিয়া চাই থাকিল।

গিৰিয়েকে ফোপাই ফোপাই কবলৈ ধৰিলে —"এইটো কি অদ্ভুত কাণ্ড। অলপ আগলৈকে মই এটাও পইতাচোৰা দেখা নাছিলো। কিন্তু এতিয়া চোৰাচোঁন----।" তেতিয়ালৈকে সেই ঘৰটোত পইতাচোৰা আছিল নে নাই তেওঁ কবই নোৱাৰিছিল। ওচৰত চিনাকী মানুহ আছিল যদিও সেইবোৰেও কোনো দিন পঁইতাচোৰাৰ বিষয় তেওঁক কোৱা নাছিল।

তাই আকৌ ৰান্ধনি ঘৰলৈ যায়। গিৰিয়েকক আঠ বজাৰ আগতেই চাহ কৰি দিব লাগিব। তেতিয়াহে ছাৰে আঠবজাৰ ট্ৰামগাড়ী ধৰিব পাৰিব। ডেলহাউছী স্কোৱাৰৰ অফিছ ন বজাত পাবই লাগে। তাই এবাৰ ভাবিলে - এই পইতাচোৰাবোৰ মাৰিব লাগিব। বজাৰৰ পৰা অলপ বিষ কিনি আনিলেই হব।

বজাৰখন বেছি দূৰত নহয়। দক্ষিণ এভেনিউত। এইখিনি সময়ত পঁইতাচোৰাই বেছি আমনি নকৰে।

গিৰিয়েকে তাইক এটা কথাৰ কাৰণে গধূলি ডাকটৰক লগ ধৰা কথা কৈছিল -এইটো তেনেই সহজ কথা; গিৰিয়েকে কোৱা কথাকেইটা তাইৰ মনত পৰিল।

"অতি সহজ, এটা মাত্ৰ ইনজেকশ্যন। অকণো কষ্ট নহয়, বিশ্বাস কৰা, অকণো কষ্ট নহয়।" প্ৰথমে তাই সেই প্ৰস্তাৱটো প্ৰত্যাখ্যান কৰিছিল। কষ্টদায়ক হলেও এই ভাৰখন বোৱাৰ নিজৰ যি অধিকাৰ আছে তাকে ৰক্ষা কৰিবৰ কাৰণে তাই গিৰিয়েকৰ কথাৰ বিৰোধিতা কৰিছিল। গিৰিয়েকে তেতিয়া সিহঁতৰ আৰ্থিক অৱস্থাৰ কথা তাইক বুজাবলৈ ধৰিলে আৰু এই সিদ্ধান্ত লবৰ কাৰণে বাধ্য কৰিলে। এতিয়াতো দুটি ল'ৰা ছোৱালীক ভৰণ-পোষণ দিব লাগিব। সিহঁতক শিক্ষা-দীক্ষা দিব লাগিব। ছোৱালীজনীয়েই ডাঙৰ। তাইক প্ৰাইমাৰী শিক্ষা দিলেই যথেষ্ট হ'ব;

কিন্তু ল'ৰাটোক উচ্চ কাৰিকৰী শিক্ষা দিব লাগিব। তেওঁ ইয়াকো কয় যে চাকৰিৰ বজাৰখন বৰ কঠিন। "ল'ৰাই যদি ভাল শিক্ষা নেপায় তেতিয়াহলে তাৰ ভবিষ্যত একেবাৰে নষ্ট হৈ যাব।"

ইয়াৰ উপৰিও আন খৰছো বহুত আছে। ঘৰভাড়া, বিজুলী, ধুবীৰ খৰছ আদি। বুঢ়ী কাম কৰা মানুহজনীকো দৰমহা দিব লাগিব। কলিকতাৰ নিচিনা ডাঙৰ চহৰবোৰত জীৱন-নিৰ্বাহ কৰা সচাঁকৈয়ে বৰ জটিল। শেষত তাই এটা সিদ্ধান্তত উপনীত হ'ল যে কথাটোত সন্মতিয়েই দিব লাগিব, অৱশ্যে কামটো বৰ কষ্টকৰ হব।

নিজৰ গৰ্ভত বাঢ়িব ধৰা জীৱটোৰ কথা চিন্তা কৰি তাইৰ দুখ লাগিল। এৰা, ইয়াতো জীৱন আছে। আৰু জন্মৰ পৰাই জীৱন নিৰ্বাহৰ সমস্যা আহি পৰে। কিন্তু নতুনকৈ জন্ম লবলৈ অহাজনক বাধা দিয়াটো ঘৃণনীয় কাম। সকলোবোৰতো সহ্যাই কৰিব লাগিব। তাইৰ ল'ৰা-ছোৱালী হাললৈ মনত পৰিল। গ্ৰীষ্ম বন্ধত সিহঁতক মোমায়েকৰ ঘৰলৈ পঠিয়াই ভালেই কৰিছে। সিহঁতৰ অনুপস্থিতিত চিন্তা হয় সচাঁ। কিন্তু তাত ভালে থাকিলেই হয়। ইয়াতকৈ মোমায়েকৰ ঘৰতেই বেছি সুখত থাকিব। তাই বজাৰৰ ফালে আগবাঢ়ে।

বজাৰত সিমান ভীৰ নাছিল। মিঠাইৰ গোন্ধ আহি তাইৰ নাকত লাগিলহি। ডাক্তৰক লগ পাবলৈ আৰু ল'ৰা-ছোৱালীহালক লগ পাবলৈ তাইৰ মনটো উত্ৰাৱল হৈ পৰিল। অলপ দূৰ আগবাঢ়ি গৈ তাই দেখিলে যে মানুহ কিছুমানে জুম বান্ধি হাতত ৰঙা পতাকা লৈ আগবাঢ়ি গৈ আছে। কিছুমানে আকৌ বঙালী ভাষাত কিছুমান প্ৰচাৰ পত্ৰও লিখি লৈছিল, সেইবোৰ পিছে তাই পঢ়িব নোৱাৰিলে। তেওঁলোকে একেলগে ওপৰলৈ হাত তুলি কিবা শ্লোগানো দিছিল।

ৰান্ধনি ঘৰত সোমোৱা পইতাচোৰালৈ তাইৰ আকৌ মনত পৰিল। কিছুসময় সেইবোৰৰ কথা তাই পাহৰি আছিল।

ওচৰতে দৰৱৰ দোকান এখনৰ কাউণ্টাৰত এলেহৱা যেন লগা ল'ৰা এটা বহি থকা দেখি তাই তাকেই পইতাচোৰাৰ কাৰণে বিষ বিচাৰিলে। পিছে ইংৰাজীত সোধাৰ কাৰণে ল'ৰাটোৱে বুজি নাপাই প্ৰথমতে নাই বুলিয়েই কলে। তাইৰ মুখত অদ্ভুত ৰূপ এটা দেখিয়েই বোধহয় ল'ৰাটোৱে আকৌ কলে --- 'ৰব'। তাই কিছু সময় ৰ'ল—ল'ৰাটোৱে কাউ

৽টাৰলৈ গৈ ওখ পাতল মানুহজনক সুধিলে -- কাকৰোচৰ পাউদাৰেই বিচাৰিছে নহয়নে? মানুহজনে মূৰ দুপিয়াই শলাগিলে আৰু আলমাৰীৰ পৰা এটা ৰঙা পেকেট উলিয়াই তাক দিলে। তেওঁ ব্যৱহাৰৰ নিয়ম-বোৰো বুজাবলৈ ধৰিলে। কিন্তু তাই সেইবোৰ জানে বুলি লাহে লাহে আঁতৰি আহিল। মানুহজনে খৰ-খেদাকৈ আকৌ সতৰ্ক কৰি দিলে—"সেয়া বিষ কিন্তু, ভয়ংকৰ বিষ --- বুজিছেতো?"

গধুলি ডাক্তৰে এটা ইন্‌জেকচন দিওঁতে তাইৰ অস্পষ্টভাৱে এইবোৰেই মনত পৰিছিল—ডাক্তৰ এগৰাকী শকত-আৱত মহিলা আছিল। তেওঁ তাইৰ ল'ৰা-ছোৱালীৰ বিষয়ে সুধিছিল।

'দুয়োটা ল'ৰা-ছোৱালী স্কুললৈ গৈ আছে বুলি কৈছিলা নহয় জানো?'

'হয় বাইদেউ', বুলি কোৱাৰ লগে লগে তাই গম পালে যে এটা পাতল দীঘল বেজী তাইৰ শৰীৰত সুমুৱাই দিয়া হৈছে।

ডাক্তৰণীয়ে কলে -- "কোনো ভয় নাই, তুমি ভয় নেখাবা।" ঘৰলৈ আহোতে তাই এখন টেক্সিৰে আহিল, বাটত একো বিপদ হোৱা নাই যদিও মনটো কিবা এটাৰ কাৰণে বৰ ব্যগ্ৰ হৈ পৰিল। কঁপা-কঁপা হাতেৰে তাই নিজৰ তলপেটটো মোহাৰিবলৈ ধৰিলে। উশাহ বন্ধ হৈ যোৱা যেন লাগিল তাইৰ। ইচ্ছা হ'ল যেন অকলে অকলে ক'ৰবাত বহি তাই কান্দি থাকিব। তাই ভাবিলে গিৰিয়েকেও যদি অকণমান অনুতাপ কৰি-লেহেঁতেন, তাই কিছু সান্ত্বনাই পালেহেঁতেন। কিন্তু তেওঁৰ মুখত তেনে কোনো চিনেই নাই। তেওঁ কেৱল বাহিৰৰ ফালেই ৰ' লাগি চাই আছে।

কোঠাৰ পোহৰত তাইৰ শেঁতা মুখখন বৰ ক্লান্ত যেন দেখা গ'ল। গিৰিয়েকে ভয় খালে—

"তোমাৰ কি হৈছে?"

"একো হোৱা নাই, মূৰটো বিষাইছে। চেৰিডন খালেই ভাল পাম।" তাই বিছনাত শুই পৰে। গিৰিয়েকে খুউব ভয় খাইছিল। অনুতাপত তেওঁৰ অন্তৰ কান্দি উঠিছিল। তেওঁ ভাবিছিল জীৱনত সুখ পাবলৈ হলে—কষ্টৰ সন্মুখীন হবই লাগিব। এই কষ্টৰ স্মৃতি হয়তো কালিলৈ নেথাকিব। আৰু তেতিয়াহে শান্তি পোৱা যাব।

তেওঁ আকৌ ভাবিলে—"ল'ৰা-ছোৱালীহালক এতিয়া লৈ অহা যাওক। সিহঁতক নেদেখাকৈ আৰু থাকিব নোৱাৰি। এই গোন্ধৰটো দিনেই

নেযায়-নুপুৱাই যেন লাগিছে। এই অকলশৰীয়া জীৱনটো বৰ কণ্টকৰ।"

ডাক্তৰৰ ঘৰলৈ যোৱাৰ আগতেই তাই খোৱা বস্তু তৈয়াৰ কৰি থৈছিল। খাবলৈহে বাকী। আহাৰ খোৱাৰ পাছত তাইৰ অলপ ভাল লাগিল। সৰু সৰু কাৰ্ডবোৰ্ড একোখনত লাল চূণ ৰাখি তাই গিৰিয়েকলৈ বাট চাবলৈ ধৰিলে। পাকঘৰত বস্তু থোৱা টিনবোৰৰ ওপৰত পইতাচোৰা উৰি ফুৰাৰ শব্দ তাইৰ কাণত পৰিলহি।

পইতাচোৰাবোৰে প্ৰাণৰ ভয়ত ইফালে সিফালে উৰি ফুৰিছে। মৃত্যুৰ কিযে বিভীষিকা। তাই পইতাচোৰাৰ বিষয়ে ভাবিবলৈ ধৰিলে।

কোঠালৈ গৈ তাই দেখিলে, গিৰিয়েক ইতিমধ্যে শুইছেই। লাইটটো নুনুৱাই তায়ো শুবলৈ চেষ্টা কৰিলে।

খিৰিকীৰে ৰাস্তাৰ পোহৰ আহি কোঠাটোত পৰিলহি। তাই দেখিলে— গিৰিয়েকৰ তেতিয়াও টোপনি ধৰা নাই। তেওঁ বাগৰ সলাই বুকুৰ মাজলৈ তাইক টানি আনি মৰমেৰে সুধিলে —

'এতিয়া কেনে পাইছা?'

'ভালেই, এতিয়া সিমান অশান্তি অনুভৱ কৰা নাই।'

তেওঁ তাইৰ পিঠিত হাত বুলাই দিলে আৰু তাইৰ গালত গালখন লগাই কলে — "কালিলৈ তুমি সম্পূৰ্ণ আৰোগ্য হৈ যাবা।" প্ৰকৃততে তাই গিৰিয়েকৰ পৰা তেনেকুৱা এষাৰ কথাকে শুনিবলৈ বিচাৰিছিল। অলপ পিছতে তেওঁ গভীৰ টোপনিত লাল-কাল হৈ পৰিল। তাইৰ কিন্তু ভাল টোপনি নধৰিলে।

তাই দেখিলে—কিছুমান ক'লা পইতাচোৰা যেন তাইৰ ফালে উৰি আহিবলৈ ধৰিছে। যেনিবা বিদ্ৰোহীৰ শোভাযাত্ৰা এটাহে। সিহঁতে ৰাস্তা এটাৰ ওপৰত গোট খাইছে। আৰু জয়ধ্বনি দিবলৈ ধৰিছে। অলপ পাছতে যেন ক্ষুব্ধ হৈ সিহঁতে চাৰিওফালে উৰিবলৈ ধৰিলে। পইতাচোৰাবোৰৰ হাতত ৰঙা আখৰেৰে লিখা কিছুমান প্ৰচাৰ পত্ৰ দেখি আৰু আচৰিত হ'ল। তাই ভাবিলে—তাই চাগে এতিয়া পাগলী হৈ যাব। বিদ্ৰোহীবিলাক বেছিকৈ ক্ষুব্ধ হৈ উঠিছে। কিছুমান পইতাচোৰা তাইৰ ফালে উৰি আহিবলৈ ধৰিলে, যেনিবা উৰাজাহাজেৰে যুদ্ধ হে আৰম্ভ হৈছে। তাই চিঞৰ এটা মাৰি সাৰ পাই যায়। তেতিয়াহে বুজিলে যে তাই সেয়া

সপোনহে দেখিছিল। তাই স্বস্তিৰ নিশ্বাস পেলালে আৰু গিৰিয়েকৰ বুকুৰ মাজত সোমাই টোপনি যাবলৈ চেষ্টা কৰিলে।

ৰাতিপুৱা উঠোতে তাইৰ বহুত দেৰি হৈ গ'ল। সাৰ পাই দেখিলে --সূৰ্য্যৰ পোহৰে ইতিমধ্যে কোঠাটো পোহৰাই পেলাইছে। মজিয়াত মৰি পৰি থকা পইতাচোৰাবোৰৰ ওপৰত তাইৰ চকু পৰিল।

বহুত দিনৰ আগতে মৃত্যু হোৱা মাকলৈ তাইৰ মনত পৰিল। লগে লগে মনত পৰিল ন'ধা-ছোৱালীলৈ আৰু অলপতে জীয়াই থকাৰ অধিকাৰৰ পৰা বঞ্চিত হোৱা সেই মানৱজীৱনৰ অংকুৰলৈ -- তাই উদাস মনেৰে বাহিৰলৈ চাই পঠিয়ালে।

# সপোন

দুৱাৰখন খুলি মই ভিতৰলৈ সোমাই গলো। কোঠাটোত সোমায়েই তেওঁক কেইবাবাৰো মাতিলো। কিন্তু তেওঁ তেতিয়াও নীৰৱে শুয়েই আছিল। আকৌ এবাৰ মাতিলো, তথাপি তেওঁ শোৱাৰ পৰা নুঠিল। কি কৰিম। একো ভাবি নাপাই বাহিৰলৈ ওলাই আহিলো।

টেক্সি ড্ৰাইভাৰটো বাহিৰত তেতিয়াও ৰৈ আছিল, তাক কলো—তুমি যাব পাৰা। সি নিৰাশ হৈ গুচি গ'ল।

টংকমৰ বাক্স কি হ'ল? ন' বাজি গ'ল। তেওঁ দেখোন এতিয়াও শোৱাৰ পৰা উঠা নাই। কালি নিশা তেওঁ কৈছিল যে ৰাতিপুৱাই ডাক্তৰৰ ওচৰলৈ যাব লাগিব। মই ভাবিলো টেক্সি এখনকে লৈ যাওঁ আৰু তেওঁকতো সাজু হৈ থকা পামেই চাগে।' নিশা তেওঁৰ শোৱা ন'হল বোধহয়। অন্য এদিন লৈ যাব লাগিব।

কালি মাজ নিশালৈকে টংকমণিৰ টোপনি অহা নাছিল। গোটেই নিশা তেওঁ বিছনাত বাগৰি বাগৰি নিজকে দোষ দি দি কিবা কিবিবোৰ কৈ আছিল ····· "জন্ম নোহোৱা হলেই ভাল আছিল ········।"

কিন্তু এতিয়ানো এইবোৰ ভাবি লাভ কি? জন্মতো হলেই। যেতিয়াৰ পৰা তেওঁ কথা ভাবিব পৰা হ'ল তেতিয়াৰ পৰা তেওঁ এনেবোৰ কথাকে ভাবি থাকে।

"নিশাৰ ভিতৰতে মৰি যাওঁ যদি ······।"

নহলে কাইলৈ ৰাতিপুৱা ডাক্তৰৰ ওচৰলৈ গলে সকলো কথা ওলাই পৰিব। ইমান দিনে লুকাই ৰখা কথাবোৰ সকলোৱে জানিব।

— গিৰিয়েকে তাইক এৰি দিব।

— তাৰ পাছত তাইৰ কি হব? তাই একো ভাবি নেপায়। বিছনাত শুই শুয়েই তাই কথাবোৰ ভাবি থাকে। পাৰহে যোৱা দিনবোৰ তাইৰ মনলৈ আহে—স্কুলত পঢ়ি থকা সময়ত তাই বৰ গৌৰৱ কৰিছিল যে

সিহঁতৰ যথেষ্ট ধন সম্পত্তি আছে। প্ৰচুৰ আ-অলংকাৰ আছে। তাইৰ লগৰ ছোৱালীবিলাক কিন্তু দুখীয়া পৰিয়ালৰ আছিল। সিহঁতে তাইক কলী আৰু বাউনী বুলি জোকাইছিল। তেতিয়া তাইৰ খুউব খং উঠিছিল। খঙতে তাই সিহঁতক গালি পাৰিছিল। কিন্তু যেতিয়াৰ পৰা তাই সকলো কথা বুজিব পৰা হ'ল তেতিয়াৰ পৰা তাই বহুত কথা স্বীকাৰ কৰিছে। পৰাজয়ো তাইৰ হৈছে।

তাই ক'লা, চুটি-চাপৰ আৰু দেখিবলৈ আপচু। সেইবাবেই বোধহয় কোনো ল'ৰাই তাইৰফালে নাচায়। লগৰ ছোৱালীবোৰৰ সৈতে গৈ থাকোতে প্ৰত্যেক ল'ৰাই লগৰ আন ছোৱালীবোৰৰ ফালেহে চায়। ল'ৰা-বোৰে কঁ'লা ৰঙতো ইমানেই বেয়া পায়নে বাৰু ? চুটি চাপৰ আৰু দেখাত যেনিবা বেয়া হয়েই, এবাৰ চালেনো কি লোকচান। জীৱনত তাইৰ ফালে কোনেও এটিবাৰো মৰমেৰে চোৱা নাই।

সেই কাৰণেই ছোৱালীবোৰৰ প্ৰতি তাইৰ খুউব ঈৰ্ষা হৈছিল। বিশেষকৈ ৰুমাৰ প্ৰতি, তাই কোনো দামী কাপোৰো নিপিন্ধিছিল বা তাইৰ বেছি অলংকাৰো নাছিল। তথাপি তাইক ল'ৰাবোৰে ধুনীয়া বুলি কয়। ল'ৰাবোৰে তাইৰ ফালে চাই থাকে। চকু টিপিয়াই। তাইক লৈ আকৌ কেতিয়াবা গান গায়। হাঁহি-ধেমালিও কৰে। এইবোৰ তাই অকণো সহ্য কৰিব নোৱাৰিছিল। বিশেষকৈ পুৰুষ আৰু ধুনীয়া তিৰোতাবোৰৰ প্ৰতি তাইৰ একপ্ৰকাৰ ঘৃণাই জন্মিছিল। তাইৰ ৰঙটো ক'লা হোৱা বাবে তাই বৰ দুখ পাইছিল। চুটি চাপৰ আৰু কুৎচিৎ বুলি জানিও ঘৰৰ মানুহে তাইৰ নাম দিছিল টঙ্কমণি। টঙ্কম মানে পবিত্ৰ সোণ। কিমান সুন্দৰ নাম। সেইবোৰ যিয়েই নহওক, যিবোৰ ল'ৰাই অৱশ্যে দেখা নাই সেইবোৰক নামটোৰেই সহজে ফাঁকি দিব পৰা হয়।

স্কুলত পঢ়ি থাকোতে তাই আইনাৰ সন্মুখত কিমান ঘন্টা যে কটাইছিল। লেক্‌টকেলামিন পাউদাৰেৰে মুখ বগা কৰি পেলাইছিল। ডিঙিৰ মণিও সদায় সলাইছিল। কাণত আকৌ কেতিয়াবা ৰিং, কেতিয়াবা তবাৰ নিচিনা ফুল, কেতিয়াবা আকৌ ওলোমা অলঙ্কাৰকে পিন্ধিছিল।

চুলিবোৰ খুউব দীঘল আছিল বাবে খোপা বান্ধিবলৈ আন বস্তুৰ সহায় লব লগা নহৈছিল। ওখ দেখাবলৈ বেছি ওখ গেৰুৱাৰ জোতা পিন্ধিছিল।

ইমানবোৰ কৰাৰ পাছতো তাই সন্তুষ্ট হোৱা নাছিল, কাৰণ সেইবোৰৰ পৰা

একো লাভ হোৱা নাছিল। তাই যিমানেই নিজকে সজাইছিল সিমানেই দেখিবলৈ বেয়াহে হৈছিল। লগৰ ছোৱালীবোৰে তাইক দেখি হাঁহিছিল। কলী, বাউনী বুলি জোকাইছিল। সিহঁতে কোৱা কথাবোৰ অৱশ্যে সঁচাই আছিল। তাই ক’লা, চুটি-চাপৰ আৰু দেখিবলৈকো বেয়া আছিল। নামটো পিছে হ’ল টকমণি।

যি কোনো মানুহেই তাইৰ ফালে চাব পাৰে। তেতিয়া হলে মাধৱীকো—।

স্কুলত দশম মানলৈ উঠাৰ পাছত দেউতাকে কলে -“মা তুমি আৰু পঢ়িব নেলাগে আনতাতে পৰীক্ষাত পাছ কৰি চাকৰিবে পেট পোহাৰো কোনো আৱশ্যক নাই।”

পঢ়া শেষ হোৱা বুলি জানি তাই বেয়া পোৱা নাছিল। এতিয়া ঘৰত তাই সুখেৰেই থাকিব। ইফালে কিন্তু বান্ধৱীবোৰৰ বিয়াৰ নিমন্ত্ৰণী চিঠিবোৰ পায়েই থাকিল। কাৰো বিয়ালৈ তাই পিছে নগল। কালৈকো বিয়াৰ শুভেচ্ছাও নপঠালে। অৱশ্যে তাইৰ বেছি কথা কোৱা অভ্যাসেই নাছিল। বিশেষকৈ পুৰুষৰ লগত। ওচৰ চুবুৰীয়াৰ ঘৰলৈকো তাই বেছিকৈ নগৈছিল। নীৰৱতাই আছিল তাইৰ প্ৰিয় সঙ্গী, ভাই-ভনী বুলিবলৈ কোনো নাছিলেই। নাইবা ঘৰৰ কামত সময় কটাবলৈও কোনো আৱশ্যক নাছিল।

দেউতাক আছিল বাত-বেমাৰী। ঘৰৰ সকলো কাম মাকেই কৰিছিল। গতিকে অকলে অকলেই তাই দিনবোৰ পাৰ কৰিব লগা হৈছিল।

এদিন ৰাতি তাই এটা সপোন দেখিলে। কোনোবা এজন মানুহে হেনো তাইক বিয়া কৰাইছে। কিন্তু বিয়াৰ কিছুদিনৰ পাছতে তাই জানিলে যে মানুহজন পুৰুষত্বহীন। তেতিয়া তাই হেনো মানুহজনৰ লগত বিবাহ বিচ্ছেদ কৰিলে।

কি যে অদ্ভুত সপোন। তাই এটা চিঞৰ মাৰি সাৰ পাই গ’ল। সপোনত হেৰাই যোৱা স্বামীক তাই আন্ধাৰৰ মাজতেই বিচাৰিলে।

এনেকুৱা দুখ লগা সপোন এটা দেখাৰ পাছত তাইৰ আৰু টোপনি নাহিল। তাই চিন্তাত বিভোৰ হ’ল।

কোনোবা এজন পুৰুষে তাইক বিয়া কৰাবলৈ ওলোৱাত তাইৰ ভালেই লাগিছিল। কিন্তু কিছুদিনৰ পাছতেই আকৌ পুৰুষত্বহীন বুলি এৰি দিয়াটো—উস্—, তেওঁ সচাকৈয়ে পুৰুষত্বহীন হব নেকি ?

সপোনো বোলে কেতিয়াবা বাস্তৱত পৰিণত হয়। তেনেহলে তাইৰ বাৰু

জীৱনটো কি হব? বংশ পৰম্পৰা তেওঁতেই শেষ হব দেখোন।

তাই মনে মনে ভগৱানক প্ৰাৰ্থনা কৰে—"হে ভগৱান মোক ৰক্ষা কৰা।"

সদাই তাইৰ মাত্ৰ এটাই চিন্তা যে তাইৰ ভাবি স্বামী পুৰুষত্বহীন। সেই একেটা কথাকেই ভাবি ভাবি তাই সময়বোৰ কটায়।

পুৰুষৰ প্ৰতি তাইৰ লাহে লাহে ঘৃণাই আহিছিল। কোনো পুৰুষৰ লগতেই তাই সম্বন্ধ নৰখা হ'ল। আনকি কথা পাতিবলৈকো ইচ্ছা নকৰা হ'ল। ঘৰৰ লগুৱাবিলাকে কিবা সুধিলেও তাই উত্তৰ দিবলৈ টান পাইছিল।

তাইতো এজনী ছোৱালীহে, তাইৰো বহুত আশা আকাংক্ষা আছিল; কিন্তু কি হব? এতিয়া সংসাৰখনৰ প্ৰতিয়েই বিতৃষ্ণা জন্মিছে। জীৱনটোৰ প্ৰতি তাই লাহে লাহে উদাসীন হৈ পৰে।

চিন্তাৰ শেষ নাই। চকু কেইটা মুদি তাই এইবোৰ কথা চিন্তা নকৰিবলৈ চেষ্টা কৰে। কিন্তু বাৰে বাৰে তাইৰ মনত সেই দুখ লগা সপোনটো ভাহি উঠে। পুৰুষত্বহীন পতি! বংশ পৰম্পৰা ৰক্ষা কৰিবলৈ অসমৰ্থ স্ত্ৰী! কথা-বোৰ ভাবিলেই দুখ লাগে। তাইৰ সংজ্ঞা হেৰাই যায়। চাৰিওফালে আন্ধাৰ দেখে। যেতিয়াই তাই জ্ঞান ঘূৰাই পায় তেতিয়াই তাই কষ্ট অনুভৱ কৰে।

তাই মৃত্যুকেই কামনা কৰে। চাৰিওফালে কেৱল শূন্য। এনেকৈ জীয়াই থাকি কি লাভ? নিজকে যদি ক'ৰবাত বিলীন কৰি দিব পাৰিলেহেঁতেন। তাই হয়তো মুক্তি পালেহেঁতেন। এনেদৰে মানসিক যন্ত্ৰণাই দেহ-মন এফালৰ-পৰা গিলি পেলাব ধৰিছে।

মাক-বাপেকৰো মনত বৰ দুখ। একমাত্ৰ ছোৱালীজনী কিয় দিনে দিনে শুকাই যাবলৈ ধৰিছে। যেয়ে সেয়ে কৈছে তাইক বিয়া দিব নোৱাৰাৰ কাৰণেই এনেদৰে খীণাই শুকাই গৈছে।

উস্, বিয়া নোহোৱাই ইয়াৰ কাৰণ নেকি? তেতিয়া হলে ভৱিষ্যতে তাইৰ অৱস্থা কি হব? তাইৰ ভিতৰি জ্বলি থকা মনটোৰ কথা কোনে বুজিব?

দেউতাকে বাৰে বাৰে অনুৰোধ কৰাত তাই এদিন এজন ডাক্তৰৰ ওচৰলৈ গ'ল। তেওঁ এজন 'সাইকলজিষ্ট' আছিল। তাই ডাক্তৰক সকলো কথা কলে। সপোনটোৰ কথাও কলে। ডাক্তৰে তাইৰ সকলো কথা শুনিলে। ভালদৰে পৰীক্ষা কৰিলে। তাৰ পাছত কলে—"মনৰ দুখেই শাৰীৰিক দুৰ্ব-লতাৰ কাৰণ। এনেধৰণৰ অনাৱশ্যক কথাবোৰ চিন্তা কৰি মনটোক কষ্ট দিব নেলাগে। এটা টনিকৰ নাম লিখি দি তেওঁ কলে—"মই এজন ডাক্তৰ

হিচাবে তোমাক এটা উপদেশ দিছো। বেয়া নেপাবা। তুমি কেতিয়াও বিয়া নোসোমাবা। কাৰণ তোমাৰ মাতৃত্বৰ"...ইয়াৰ পাছত আৰু ডাক্তৰে কোৱা কথাবোৰ তাই শুনিব নোৱাৰিলে। চকুৰে ধোঁৱা-কোৱা দেখিবলৈ ধৰিলে— তাইৰ মূৰটো ঘূৰাই গ'ল।

ঘৰলৈ আহি তাই সকলোকে কলে যে মানসিক চিন্তাৰ কাৰণেই শৰীৰ দুৰ্বল হৈ যাবলৈ ধৰিছে; কিন্তু ডাক্তৰে তাইক যে বিয়া সোমাবলৈ মানা কৰিছে এইকথা কাকো নকলে। তাই ভাবিলে এই কথা কাকো নজনোৱাই ভাল হব। তাইৰ মনতে থাওক। জ্বলি জ্বলি তায়েই শেষ হৈ যাওঁক। ইয়াতকৈ যে তাই মৰি যোৱাই ভাল আছিল!

দৰবেৰে আলমাৰি ভৰিল। তাই কিন্তু একো দৰবেই খাব নুখুজিলে। লাহে লাহে মানসিক চিন্তা গধুৰ হৈ আহিল আৰু তাই অকলে অকলে জ্বলি জ্বলি শেষ হৈ যাবলৈ ধৰিলে। সপোনটো বাস্তৱতেই পৰিণত হ'ল! এয়া কি অদ্ভুত সপোন! যি সপোনে মোৰ মানসিক সুখ-শান্তি সকলো কাঢ়ি নিলে আৰু যি সপোনে মোক বুজাই দিলে যে বংশ বৃদ্ধিৰ ক্ষমতাও মোৰ নাই। এনে সপোন কিমান ভয়ানক!

এদিন মই গিলাছত টনিক লৈ মনে মনে বাহিৰত পেলাই দিয়া মায়ে দেখিলে। মায়ে কলে—"আইজনী—তই দৰববোৰ পেলাই দিছ কিয়? সেইবোৰ খালেহে তোৰ অসুখ ভাল হ'ব। গতিকে মাৰ অনুৰোধত মই দৰব খাবলৈ বাধ্য হলো। দৰব খোৱাৰ সময়ত মা মোৰ ওচৰতে বহি থাকে। কেইবা বছৰো ধৰি অসুখ হৈ থকা দেউতাকৰ স্বাস্থ্য দিনে দিনে বেয়া হৈ আহিবলৈ ধৰিলে। কিন্তু তাইৰ স্বাস্থ্য ভাল হৈ আহিল, বোধহয় মাকৰ একানপতীয়া যত্ন আৰু শুশ্ৰূষাৰ ফলতেই তাই আৰোগ্যৰ ফালে আহিল।

মনটো কিন্তু তাইৰ আন্ধাৰেৰে আৱৰা, পোহৰ তাই বিচাৰে। পোহৰৰ বাবে তাই চট্‌ফটাই থাকে, কিন্তু পায় ক'ত? সেইবোৰৰ বাবে যে তাই উপযুক্ত নহয়।

শেষত আন্ধাৰেই জয় হয়। পৃথিৱীত পোহৰ পৰে কিন্তু সেই পোহৰে তাইৰ মন পোহৰাব নোৱাৰে। ক'লা ডাৱৰে সূৰ্য্যটো যেনেকৈ ঢাকি ধৰে তেনেকৈ আন্ধাৰেও পোহৰ গ্ৰাস কৰে।

তাইৰ চাৰিওফালে কেৱল আন্ধাৰ।—দেউতাকৰ কিন্তু এই সকলোবোৰ অসহ্য হৈ পৰে। একমাত্ৰ ছোৱালী। মৃত্যুৰ আগতে তাইৰ বিয়াখন চোৱাৰ

এক অসীম হেঁপাহ। তাই এতিয়া সম্পূর্ণ সুস্থ। তাইৰ স্বাস্থ্যটোনো কিয় ভাল হ'ল। তাৰ বাবে তাই চকুপানীহে টুকি থাকে।

দেউতাকৰ আশা পূৰণ কৰিবৰ কাৰণে মাকে তাইৰ বিয়াৰ যো-জা কৰিবলৈ ধৰিলে। এইবাৰ আশাৰ ফুল ফুলিবলৈ ধৰিলে। কিন্তু জানি বুজি তাই এজন পুৰুষক কেনেকৈ ফাঁকি দিয়ে। সঁচা কথা কলে মাক-দেউতাক চিন্তাতে মৰিব।

দেউতাকে তথাপি তাইক বাধ্য কৰাবলৈ ধৰিলে। এদিন দেউতাকে তাইক মাতি নি মূৰত হাত বুলাই বুলাই কলে—"মা, মই মৰাৰ আগতে তোৰ বিয়াখন হৈ যাব লাগে। মোৰ আৰু দ্বিতীয় সন্তান নাই যে মই আন এখন বিয়া দেখিবলৈ পাম।"

তাই একো নেমাতে।

মাক-বাপেকৰ আগ্ৰহত তাইৰ মূৰ দোঁ খাই গ'ল। কিন্তু মনৰ ভিতৰত এক সংঘৰ্ষ চলি থাকিল।

দৰাই যেতিয়া চাবলৈ আহিল তেতিয়া তাইৰ মূৰটো ঘূৰাই গৈছিল। কোনো-মতে সেইখিনি সময় পাৰ হৈ গ'ল।

শেষত বিয়াৰ দিন ঠিক হ'ল। সেই দিনটোও লাহে লাহে ওচৰ পালেহি। বিয়াৰ দিনা লগুন গাঁঠি দিবৰ সময়তো তাইৰ মূৰটো ঘূৰাইছিল। পিছ ফালৰ পৰা নবৌৱেকে ধৰি আছিল বাবেই তাই পৰি যোৱাৰ পৰা কথমপি বাচিলে। কিন্তু মনৰ ভিতৰত তাইৰ তুমুল অন্তৰ্দ্বন্দ্ব চলি থাকিল। তাই ভাবিলে, তাই যদি এই সত্যটো লুকাই ৰাখে তেতিয়া হলে বৰ ডাঙৰ ভুল হব।

ফুল শয্যাৰ নিশা তাই শোৱা কোঠালৈ গৈ চকী এখনত মনে মনে বহি থাকে। আনফালে গিৰীয়েকেও চকীত বহি তাইৰ বাবেই ৰৈ থাকে। দুয়ো বহুত সময় পাৰ কৰি দিয়ে অৱশেষত গিৰীয়েকে তাইক মাত লগায়—

"টংকম"——

তাই একো নকয়——।

গিৰীয়েকে তাইক আকৌ মাতে কিন্তু তাই তলমূৰ কৰি বহি থাকে। তেওঁ উঠি আহে আৰু তাইক আলফুলকৈ বুকুৰ মাজত সাবটি লয়। তথাপি তাই স্তব্ধ হৈ বহি থাকে। তেওঁৰ আশাত তাই চেঁচাপানী ঢালি দিয়ে। কাৰণ তেতিয়াও তাইৰ মনৰ মাজত তুমুল সংঘৰ্ষ চলি আছিল। বিবেকে তাইক

বাৰে বাৰে সঁকিয়াই দিয়ে যে তাই ডাঙৰ ভুল কৰিছে কিন্তু মনটোৱে বিবেকক পৰাজয় কৰে।

তেনেদৰে সপ্তাহৰ পাছত মাহ, মাহৰ পাছত বছৰ পাৰ হৈ যায়। তাইৰ বান্ধৱী ৰোজীৰ বিয়া তাইৰে সৈতে একে দিনাই হৈছিল। ৰোজী তাইৰ ওচৰ-চুবুৰীয়াও আছিল। এইখিনি সময়ৰ ভিতৰতে তাই দুটি সন্তানৰ মাক হ'ল। মাক হোৱাৰ আগতে ৰোজীলৈ তাইৰ যথেষ্ট মৰম আছিল কিন্তু এতিয়া সেই মৰম কমি গ'ল। সন্তান দুটা ঘৰলৈ অহাত ৰোজীৰ শাহুৱেক-শহুৰেক আৰু গিৰীয়েকে খুউব মৰম কৰিছিল। তাকে দেখি তাইৰ ৰোজীলৈ আৰু শিশু দুটালৈ ঘৃণা জন্মিছিল।

তাই কোঠালৈ গৈ বিছনাত বাগৰি বাগৰি কান্দিছিল। কিছুদিনৰ পাছত জানিব পাৰিলে যে ৰোজী তৃতীয় সন্তানৰ মাক হৈছে। তথাপিও তাই সিহঁতৰ খবৰ লবলৈ যোৱা নাই।

তাইৰ শাহুৱেকে প্ৰায়ে আনৰ কেচুৱা কোলাত লৈ তাইক ককৰ্থনা কৰিছিল --"লোকৰ কেচুৱা চুমা খাই মৰম কৰি কোচত ললে কি হব?" এইবোৰ সকলো নীৰৱে তাই সহ্য কৰিছিল।

বিয়া হোৱা তাইৰ পাঁচ বছৰেই হৈ গ'ল। গিৰীয়েকে কিন্তু এতিয়াও তাইক ন-কন্যাৰ দৰেই মৰম কৰে। সিহঁতৰ মাজত যথেষ্ট ভাল পোৱা আছে।

যন্ত্ৰণা আৰু সঙ্গীহীনতাই তাইক সদায় আমনি কৰিছিল।

যি ৰহস্য সদায় অন্তৰত তাই লুকাই ৰাখিছিল সি হঠাতে প্ৰকাশ হৈ যায়। ইমান দিনে তাই কান্দি কান্দিয়েই জীয়াই আছিল। অৱশেষত কালি নিশা...।

মায়ে বাৰাণ্ডাত বহি দেউতাকৰ ভগা চশমাযোৰকে চকুত লগাই ভাগৱত পঢ়ি আছিল।

শোৱাৰ সময় হোৱাত গিৰীয়েক কোঠালীলৈ গৈছিল। তায়ো তেওঁৰ পাছে পাছে গৈছিল। আন দিনাৰ দৰে সেইদিনাও তাই চুলিখিনি অলপ ওপৰলৈ তুলি খোপা বান্ধি লৈছিল।

তেনেতে গিৰীয়েকে তাইক বুকুৰ মাজলৈ লাহেকৈ টানি আনি মৰমেৰে মাতিলে—'টংকম।'

তায়ো ধীৰ স্বৰে উত্তৰ দিলে—"হু--"

—"তুমি মোক ভাল পোৱা নহয়নে?"

--"কেনেকুৱা কথাবোৰ যে সোধে।"

--"মোৰ কথা এটি শুনিবা?"

--"ওঁ, শুনিম।"

তাৰ পাছত কিছু সময় কাৰো মাত-বোল নাই। তাই চিন্তা কৰে। কি কথাকেইবা গিৰীয়েকে তাইক কব খুজিছে। হয়তো বিচ্ছেদৰ কথাই হ'ব। সেইটো হয় যদি ভালেই হয়। আন নহলেও গিৰীয়েকৰ ভৱিষ্যৎটো কিছু ভাল হব। পাঁচ বছৰ হৈ যোৱাৰ পাছতো মাতৃ হোৱাৰ সৌভাগ্য তাইৰ নহ'ল। বোধহয় সেইবাবেই গিৰীয়েক গভীৰ চিন্তাত পৰিছে।

তাইক তেওঁ বুকুৰ মাজত সাৱটি কয়--"কাইলৈ ৰাতিপুৱা আমি ডাক্তৰৰ ওচৰলৈ যাম। বিয়া হোৱা পাঁচ বছৰেই হ'ল। কথাটোনো কি আমি জানিবওতো লাগে।"

কথাখিনি শুনি তাই শিয়ঁৰি উঠে। তাই গিৰীয়েকৰ ওঁঠৰ পৰা নিজৰ ওঁঠ দুটি আঁতৰাবলৈ চেষ্টা কৰে।

তাই যাবনে নেযায় একো নকয়। কাইলৈ তাইৰ বিষয়ে সকলোৱে এটা সিদ্ধান্তত উপনীত হব। সত্যটো ওলাই পৰিব। ডাক্তৰে যে তাইক বিয়া নোসোমাবলৈ কৈছিল!

কিমান সময়লৈ তাই পৰি আছিল, তাই কব নোৱাৰে। ঘড়ীত দুটা বজাৰ শব্দ কাণত পৰাতহে তাই সচেতন হয়। তাইৰ ডিঙি শুকাই যায়। এগিলাচ পানী খাই তাই আকৌ শুই পৰে। গিৰীয়েক টোপনিত শুই পৰে। গিৰীয়েকৰ হাতখন তাইৰ শৰীৰৰ পৰা তাই আঁতৰাই দিয়ে। তাই অলপ জৰ আৰু পানী লগা যেন অনুভৱ কৰে। অন্তৰত দুখ আৰু যন্ত্ৰণা। বাহিৰতো আন্ধাৰ ঘন হবলৈ ধৰে। তাইৰ অন্তৰত তুমুল সংঘৰ্ষ চলিবলৈ ধৰে। হায়! নিসঙ্গতা--। আন্ধাৰত--মই এতিয়া আৰু কেতিয়াও উঠিব নোৱাৰো যদি..।

# লেখক পৰিচয়

## ১। এন, পি, মহম্মদ

ইংৰাজী ১৯২৮ চনত কোথিক্কোডৰ ওচৰত এওঁৰ জন্ম হয়। এওঁ হাই-স্কুলৰ শিক্ষা শেষ কৰি স্বাধীনতা সংগ্ৰামত ভাগ লয়। কিছুদিনৰ পাছত সকলো ধৰণৰ সাৰ্বজনীন কামৰ পৰা ফালৰি কাটি একান্ত মনে অধ্যয়নত ব্যস্ত হয়। এওঁ এজন সু-প্ৰবন্ধকাৰ আৰু সুচিন্তাবিদ। সাহিত্যৰ কোনো বিশেষ ধাৰাৰ লগত এওঁৰ কোনো সম্পৰ্ক নাই। এওঁৰ কাহিনীৰ নায়কে আত্মাৰ পবিত্ৰতাৰ বাবে যুঁজ কৰে। যিখন মুছলমান সমাজত তেওঁ জন্ম লয় আৰু ডাঙৰ-দীঘল হয় সেইখন সমাজৰ সত্য আৰু চিত্ৰ তেওঁৰ কাহিনীবোৰত পোৱা যায়।

**ৰচনাসমূহ** ঃ--টুপী আৰু ওৰণী (পৰ্দা), সৎ লোকৰ পৃথিৱী, মৃত্যুৱে নিচুকনি গীত গায়, বিয়াল্লিশ চনৰ ঘৰৰ শত্ৰু।

কবিতা---কামি হাড়, প্ৰেচিডেন্টৰ প্ৰথম মৃত্যু।

কাহিনী---গছ (বৃক্ষ), আৰবৰ কাহিনী।

উপন্যাস---হিৰণ্যকশিপু।

## ২। পট্টত্তুবিল্লা কৰুণাকৰণ

মালয়ালম গণনা মতে ১১০১ চনৰ আহাৰ মাহত কোল্লম চহৰত তেওঁৰ জন্ম হয়। মাদ্ৰাজ আৰু নিউয়ৰ্কত কলেজীয়া শিক্ষা গ্ৰহণ কৰে। ইয়াৰ মাজতে কিছুকাল তিৰুবনন্তপুৰমৰ 'কেৰলকৌমুদী' নামৰ দৈনিক কাকত এখনত কাম কৰাৰ সুবিধা পাইছিল। উচ্চ শিক্ষা লাভ কৰি নিউয়ৰ্কৰ পৰা উভতি অহাৰ পাছত 'পিয়েৰ্চ লেৰলী' নামৰ বিদেশী কোম্পানী এটাত কাম কৰিবলৈ ধৰে। সম্প্ৰতি সেই কোম্পানীৰ কোষিকোড শাখাৰ সহকাৰী মেনেজাৰ। তেওঁ মাত্ৰ কেইটামান কাহিনীহে লিখে। কিন্তু সেই কেইটা

কাহিনীয়েই ইমান অন্তৰস্পৰ্শী যে ই পঢ়ুৱৈৰ মনত ছাপ নেপেলোৱাকৈ নেথাকে। অন্তৰ্মুখী হোৱাৰ বাবে কোনো বিশেষ বিচাৰধাৰা বা সাৰ্বজনীন দলৰ সৈতে তেওঁৰ কোনো সম্বন্ধ নাই। নিজৰ জীৱনটোক তেওঁ সকলোৰে পৰা পৃথক কৰি ৰাখিয়েই কটাবলৈ ধৰে।

**ৰচনাসমূহ** ঃ---কক্ষণে মটং বুৰ্ষৱা ম্নেহিতন (ওভোতা চকু) কাহিনী সংগ্ৰহ--মুনী ।

## ৩। কোবিলন

এওঁৰ আচল নাম বট্টম পৰম্পিল বেলপ্পন অয়প্পনহে। মালয়ালম গণনামতে ১০৯৮ চনত গুৰুবায়ুৰ ওচৰৰ এটি দুখীয়া পৰিয়ালত এওঁৰ জন্ম হয়। সংস্কৃত কলেজত আচাৰ্য্য শিক্ষাৰ মাজতেই পঢ়া-শুনা বাদ দিব লগা হয়। ইং ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত তেওঁ যোগ দিয়ে। ইং ১৯৪৩ চনত তেওঁ নৌ বাহিনীত ভৰ্তি হয় কিন্তু এবছৰৰ পিছতেই নৌ বিপ্লৱ আৰম্ভ হোৱাত তেওঁ তাৰ পৰাও আহিব লগা হয়। চাৰি বছৰৰ পাছত ই চি গনেলকোৰত চামিল হয়। ইং ১৯৬৮ চনত হাৱালদাৰ পদতেই তেওঁ অৱসৰ গ্ৰহণ কৰে। তেওঁৰ জীৱন অতি দুখ-কষ্টেৰে ভৰা আছিল। এই কথা তেওঁৰ প্ৰাৰম্ভিক ৰচনাৰ পৰাই বুজিব পাৰি। যদিও কবি হিচাবেহে তেওঁ সাহিত্য জগতত পদাৰ্পণ কৰে তথাপি তেওঁ পাছত গল্প আৰু উপন্যাসহে বেছি লিখে। মালয়ালম কাহিনী সাহিত্যত সৈনিকৰ বাবে লিখা কাহিনীৰ বিধান বিকাশ সাধন কৰাত তেওঁৰ যথেষ্ট বৰঙনি আছে।

**ৰচনাসমূহ** ঃ---কাহিনী সংগ্ৰহ---এক জমানে মে মনুষ্য থা, হড্ডী কা এক টুকৰা, এক পাৱ বাৰুদ, য়হ জিন্দেগী অনাথ হ্যায়।

নাটক---তেৰা বিশ্বাস তেৰা ভলা কৰেগা।

উপন্যাস---মগ্ন হৃদয়, এ মাইনস বি, তোট্টম (ত্যোহাৰ)

## ৪। এম. মোহনন

ইং ১৯৩৩ চনত ৰামপুৰত তেওঁৰ জন্ম হয়। এওঁৰ মাক ললিতাম্বিকা

বিশিষ্টা কবি আৰু কাহিনীকাৰ আছিল। কলেজীয়া শিক্ষা শেষ হোৱাৰ পাছত দুবছৰমান এওঁ কোনোবা এখন কলেজত অধ্যাপক হিচাবে কাম কৰে। তাৰ পাছত চৰকাৰী কামত নিয়োজিত হয়। মোহনন সম্প্ৰতি বিৰূবন্তপুৰমত কেৰেলা চৰকাৰৰ উচ্চ পদস্থ বিষয়া, মালয়ালম কাহিনী সাহিত্যৰ ধাৰাত এওঁ এজন শক্তিশালী স্বচ্ছন্দতাবাদী কাহিনীকাৰ।

**ৰচনা** ঃ--মেৰি কহানী (তেৰি ভি), দুখ কি ৰাতে, পূজা কে লিয়ে ন চড়ে ফুল। (কাহিনী সংগ্ৰহ)।

## ৫। এম. গোবিন্দন

ইং ১৯১৯ চনত এখেতৰ জন্ম হয়। জীৱনত অতি কঠিন সমস্যাৰ সন্মুখীন হব লগা হোৱাত উচ্চ শিক্ষা লাভৰ আশা ত্যাগ কৰি তেওঁ মাদ্ৰাজৰ এটি সৰু চাকৰিত সোমায়। তাৰ পাছত পুনৰ পঢ়া আৰম্ভ কৰে। তেওঁ এম এন ৰায়ৰ আৰাধক তথা টেডিকল হিউমেনিষ্ট হৈ পৰে। ৰায়ৰ সৈতে ঘনিষ্ঠ বন্ধু হৈ পৰাত তেওঁৰ চিন্তা শক্তি অধিক বিকাশ হবলৈ ধৰে। কেৰেলা চৰকাৰ গঠন হোৱাত ত্ৰিবান্দ্ৰমত চৰকাৰী চাকৰিত এওঁ নিযুক্ত হয়। কিন্তু কিছু দিনৰ পাছতেই কমিউনিষ্ট চৰকাৰৰ প্ৰতি বিৰোধিতা প্ৰকাশ কৰি চাকৰি ইস্তফা দিয়ে। কোৰলাত জনতন্ত্ৰৰ ভেটি স্থাপন কৰি 'সমীক্ষা' নামৰ এখন মাহেকীয়া আলোচনীৰ সম্পাদক হৈ সেই আলোচনীৰ মাজেদি তেওঁ নিজৰ দৰ্শন আৰু সিদ্ধান্তবোৰ প্ৰচাৰ কৰে। ফলত অতি কম দিনৰ ভিতৰতে তেওঁ ভাৰতীয় বুদ্ধিজীৱী সকলৰ ভিতৰত এখন আদৰণীয় স্থান লাভ কৰে। তেওঁৰ অদ্ভুত মৌলিক চিন্তা শক্তিয়ে মালয়ালম দাৰ্শনিক আৰু ৰচনাত্মক স্তৰৰ ওপৰত যথেষ্ট প্ৰভাব পেলায়। ইংৰাজী আৰু মালয়ালম কবি হিচাবে তেওঁক ধৰা হয়।

**ৰচনাসমূহ** ঃ---কবিতা সংগ্ৰহ---জ্ঞান, স্নান, মেনকা।

কাহিনী সংগ্ৰহ---ৰাণী কি কুট্ৰিয়া।

নাটক---তু মনুষ্য কি ন মাৰণা।

নিবন্ধ---অন্বেষণ কা আৰম্ভ, থোড়া চৌচ লে তো ক্যা, জ্ঞান কে ফল, মানৱীয় মূল্য, সাম্যবাদ সে আগে বঢ়না, চৈতান অউৰ মনুষ্য, ৰসীয়তনামা, বছীৰ কা লাড়লা চুহা, সমস্যায়ে সমাধান।

## ৬। জয়দেবন

এওঁৰ আচল নাম হ'ল পি, জনাৰ্দন মেনন। অৰ্নাকুল মহাৰাজাজ কলেজত কলেজীয়া শিক্ষা সমাপ্ত কৰি কিছুদিন কেৰেলা হাইকোৰ্টত ওকালতি কৰে। বৰ্তমান দিল্লীত কেন্দ্ৰীয় চৰকাৰৰ বিধি মন্ত্ৰালয়ত ৰাজ্যিক ভাষা আয়োগত কাম কৰি আছে। যোৱা দুবছৰ ধৰি তেওঁ লিখাত মনোনিবেশ কৰিছে। এওঁ আকাশবাণীৰ কাৰণে বহুতো নাটক আৰু গল্প যুগুত কৰে।

**ৰচনাসমূহ** ঃ--কাহিনী সংগ্ৰহ---গোপুৰ দ্বাৰ পৰ, ঘমণ্ড।

উপন্যাস---বৃশ্চিক হৰা মে।

## ৭। কঙ্কনাটন

কাক্কনাটন জৰ্জ বৰ্গীছৰ এখন উপন্যাস। ইং ১৯৩২ চনত কোল্লম চহৰত এওঁৰ জন্ম হয়। এওঁৰ পিতাক জৰ্জ কাক্কনাটনে গীৰ্জাঘৰৰ দূষিত প্ৰবৃত্তিবোৰৰ বিৰোধিতা কৰিছিল। এওঁ এজন প্ৰগতিশীল যুৱক আছিল। কিন্তু বিৰুদ্ধাচৰণকাৰী হিচাবে তেওঁক সমাজৰ পৰা বহিষ্কাৰ কৰাত তেওঁ নিজ জন্মভূমি ত্যাগ কৰিব লগা হয়। ১৯২২ চনত তেওঁ বি, এছ, ছি পাছ কৰি মাদ্ৰাজৰ তিৰুণাপল্লীত কাম কৰে। পিছত দিল্লীৰ ৰেল মন্ত্ৰালয়ত দুবছৰ কাম কৰি থাকে। পূব জাৰ্মানীৰ নিমন্ত্ৰণ পোৱাত টেপসিং বিশ্ববিদ্যালয়ত ভাৰতৰ বৰ্তমান সামাজিক, আৰ্থিক পৰিস্থিতিত সাহিত্যিক সকলৰ উত্তৰ দায়িত্বৰ বিষয়ে অনুসন্ধান কৰিবলৈ যায়। কিন্তু এবছৰ শেষ নৌ হওঁতেই সেই বিষয়ৰ অনুসন্ধান শেষ নৌ হওঁতেই উভতি আহে। এতিয়া তেওঁ সমস্ত সময় সাহিত্য সেৱাতেই লাগি আছে। আধুনিক উল্লেখযোগ্য কাহিনীকাৰসকলৰ ভিতৰত এৰোঁ এজন।

**ৰচনাসমূহ** ঃ---ব্যাপাৰ, স্ফটিক ঘৰ, সন্ত্ৰহ, যুদ্ধ কা অন্ত, বাহৰ কা ৰাস্তা।

উপন্যাস---সাক্ষী, চেতক, সাতৱি মুদ্ৰা, গৰম মেখলা, অজ্ঞান কি তৰায়াং, পৰংকি পহাৰ।

## ৮। ও, বি. বিজয়ন

ইং ১৬৩১ চনত এওঁৰ জন্ম হয়। এওঁ একেধাৰে কবি,

সাহিত্যিক আৰু সুখ্যাত গল্প লেখক, খ্যাতনামা কার্টুনিষ্টও। ইংৰাজী বিষয়ত এম,এ, ডিগ্ৰী লোৱাৰ পাছত এওঁ তিনি বছৰ অধ্যাপকৰ কাম কৰে আৰু পাছত দিল্লী শংকৰচ্ উইক্‌লিত 'ব্যঙ্গ চিত্ৰকাৰ' হিচাবে কাম কৰে। তেওঁ দৈনিক পেট্ৰিয়তৰো ব্যঙ্গ চিত্ৰকাৰ হিচাবে কাম কৰে। ইণ্ডিয়ান এক্সপ্ৰেছ, হিন্দুস্টান টাইমচ, লিংক আদিৰ এওঁ এজন আৰ্ট ক্ৰিটিক। সম্প্ৰতি তেওঁ মাদ্ৰাজৰ হিন্দু দৈনিক আৰু হংকঙৰ ইণ্টাৰ্ণ ইকনমিক্সৰ ৰিভিউৱাৰৰ কাম কৰি আছে। মালয়ালম গল্প আৰু উপন্যাস সাহিত্যত নতুন ৰীতি-নীতি সৃষ্টিকাৰীসকলৰ ভিতৰত এওঁৰ স্থান উল্লেখযোগ্য।

**ৰচনাসমূহ** ঃ---গল্প সংগ্ৰহ---তিনি যুদ্ধ, উচ্চ কৌটি।
উপন্যাস---খছাকৰ ইতিহাস।

## ৯। এম, মুকুন্দন

ইংৰাজী ১৯৪২ চনত পুৰণি ফ্ৰান্স প্ৰদেশৰ মাহীত তেওঁৰ জন্ম হয়। দীৰ্ঘকাল ৰুগ্ন অৱস্থাত থকাৰ কাৰণে তেওঁ পঢ়া শেষ কৰিব নোৱাৰিলে। ইং ১৯৬১ চনত চাকৰিৰ সন্ধানত তেওঁ দিল্লীলৈ আহে। তেওঁ এখন মালয়ালম স্কুলত দুবছৰ কাম কৰে। সম্প্ৰতি তেওঁ দিল্লীৰ ফৰাচী দুতাবাসৰ সাংস্কৃতিক বিভাগত কাম কৰি আছে আৰু তেতিয়াৰ পৰাই তেওঁ এতিয়ালৈকে গল্প আৰু উপন্যাস লিখাত জড়িত হৈ আছে। আধুনিক মালয়ালম গল্প লেখক সকলৰ ভিতৰত এৰোঁ উল্লেখযোগ্য।

**ৰচনাসমূহ** ঃ---গল্প---ঘৰ, নদী আৰু নাও, তোমাৰ বাবে এক অৱলম্বন, চাৰে পাঁচ বছৰীয়া শিশু।

উপন্যাস---দিল্লী, আকাশৰ তলত, আবেলিৰ সূৰ্য্যোদয়, হৰিদ্বাৰত ঘণ্টা বাজিছে, এই পৃথিৱী আৰু এটি সৰু মানুহ, মদ্যাষি নদীৰ তীৰত।

## ১০। এম, পি, নাৰায়ণ পিল্লৈ

ইংৰাজী ১৯৩৯ চনত এওঁৰ জন্ম হয়। ১৯৬০ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা বি,এছ,চি, ডিগ্ৰী লৈ দিল্লীৰ যোজনা আয়োগত পাঁচ বছৰ কাম কৰে। ১৯৬৬ চনত হংকঙৰ ফাৰ ইণ্টাৰ্ণ ইকনমিক্স বিভিউত সহ-সম্পাদক পদত তেওঁ নিযুক্ত হয়। সম্প্ৰতি তেওঁ বোম্বাইৰ কমাৰ্চ নামৰ

প্ৰকাশন বিভাগ এটাত কাম কৰি আছে। ১৯৬৩ চনৰ পৰাই তেওঁ মাহে-কীয়া কাকত আলোচনীৰ যোগেদি সাহিত্য চৰ্চা কৰে।

**ৰচনাসমূহ** ঃ—কাহিনী—মুকুকন নাম সম্পেৰা।

## ১১। তুলসী

তুলসী এওঁৰ উপনাম। ১৯১৬ চনত এওঁৰ জন্ম হয়। ইংৰাজী বিষয়কে মুখ্য বিষয় হিচাবে লৈ বি, এ, পাছ কৰে। এছ, পি, চি, এস নামৰ সাহিত্যিকৰ সহকাৰী সংস্থা এটাত (কোট্টয়ম) সহকাৰী প্ৰকাশক হিচাবে কাম কৰি আছে। কলাকুশলতাৰ ফালৰ সুন্দৰ কাহিনী ৰচনা কৰা কাহিনীকাৰ সকলৰ ভিতৰত তুলসী অগ্ৰগণি।

**ৰচনাসমূহ**ঃ—উপন্যাস—টাপু, যুৱতী, আৰ্দ্ৰা, ৰাগ, চ'ত মহীয়া গৰমৰ সীমা।

গল্প সংগ্ৰহ—কেৰালাৰ সেই কঠিন দিনবোৰ, তুমি আৰু তোমাৰ পথ, ৰঙা অগ্নিশিখাৰ স্ত্ৰী, অভিশপ্ত ৰাতি।

## ১২। পুনত্তিল কুঞ্জব্দুল্লা

ইং ১৯৪২ চনত দক্ষিণ মালবাৰত কুঞ্জব্দুল্লাৰ জন্ম হয়। বি, এছ, চি পাছ কৰাৰ পাছত আলীগড় মুছলিম বিশ্ববিদ্যালয়ত চিকিৎসা বিজ্ঞান অধ্যয়নৰ বাবে ভৰ্তি হয়। বৰ্তমান এওঁ এখন চৰকাৰী হাস্পাটালত চিকিৎসক হিচাবে কাম কৰি আছে। আলীগড়ত পঢ়ি থকা সময়তে পৰিয়াল আৰু সমাজৰ বিৰো-ধীতাকো আওকাণ কৰি এওঁ মৰিয়াম্মা নামৰ এজনী খৃষ্টান ছোৱালী বিয়া কৰায়। ১৯৭১ চনত তেওঁৰ পত্নীৰ মৃত্যু হয়। এম, পি, মহম্মদৰ কাহিনীৰ দৰে কুঞ্জব্দুল্লাৰ কাহিনীতো মুছলমান সমাজৰ গোড়া নীতিবোৰৰ চিত্ৰ পোৱা যায়।

**ৰচনাসমূহ** ঃ—উপন্যাস—ভুল, আলীগড়ৰ কয়দী।

কাহিনী সংগ্ৰহ—চক্ৰ, পদাতিক সৈন্যৰ আগমন।

## ১৩। সেতু

এখেতৰ পুৰা নাম সেতু মাধৱন। ইং ১৯৪২ চনত জন্ম। বি, এছ, ছি পাছ কৰাৰ পাছত ছবছৰ কাল উত্তৰ ভাৰতৰ বিভিন্ন ঠাইত কাম কৰে। বৰ্তমান

ষ্টেট বেঙ্ক অব্ ট্ৰাৱনকোৰৰ পৰবুৰ শাখাৰ মেনেজাৰ। এওঁ নতুন চাম কাহিনীকাৰৰ ভিতৰত এজন খ্যাতিসম্পন্ন কাহিনীকাৰ।

**ৰচনাসমূহ** ঃ----গল্প সংগ্ৰহ--- প্ৰকাশৰ উন্দগম, সাপ আৰু চিৰি।
নাটক---- অন্তভয়।
উপন্যাস----আমি গোলাম, উৰ্ব্বৰ মাটি, অজ্ঞাত পথ।

## ১৪। চক্কৰিয়া

এওঁৰ সম্পূৰ্ণ নাম পোল চক্কৰিয়া। ১৯৪৫ চনত মধ্য ট্ৰাবানকোৰত জন্ম। এম, এ পাছ কৰি কলেজৰ অধ্যাপনা কৰিবলৈ লয়। এবছৰমান ৰুচী টায়াৰ ৱৰকৰ্চত মেনেজাৰ হিচাবে কাম কৰে। বৰ্ত্তমান দিল্লীত আমেৰিকান কিতাপ প্ৰকাশন কোম্পানী এটাত কাম কৰে। নিচেই কম বয়সৰ পৰা সাহিত্য চৰ্চা কৰি অহা চক্কৰিয়াই সমসাময়িক প্ৰকাশনবোৰত প্ৰায়ে লেখে। এতিয়ালৈকে দুখন গল্প সংকলন প্ৰকাশ পাইছে।

## ১৫। এম, সুকুমাৰণ

জন্ম ১৯৪৩ চনত পালঘাট জিলাত। হাইস্কুলৰ শিক্ষা সাং কৰি ত্ৰিবান্দ্ৰমত মহালেখা পাল কাৰ্য্যালয়ত আপাৰ ডিভিজনৰ কেৰেণী হিচাবে কাম কৰি আছে। মালয়ালম সাহিত্যৰ পৰিচিত মানুহৰ জীৱন বৈচিত্ৰতাক কেন্দ্ৰ কৰিয়েই এওঁৰ ৰচনামালা। ট্ৰেড ইউনিয়নৰ সক্ৰিয় কৰ্মী। বিদ্ৰোহত ভাগ লোৱাৰ বাবে বৰ্ত্তমান এওঁ নিলম্বিত হৈ আছে।

**ৰচনাসমূহ** ঃ---উপন্যাস---চট্টান, নদীমুখ।

## ১৬। পি, পদ্মৰাজন

১৯৪৫ চনত আলপ্পুষাত এওঁৰ জন্ম হয়। ৰসায়ন বিজ্ঞানত বি, এছ, ছি, পাছ কৰে। ১৯৬৫ চনৰ পৰা আকাশবাণীৰ ত্ৰিবান্দ্ৰম কেন্দ্ৰৰ ঘোষকৰ কাম কৰি আছে। যোৱা সাত বছৰ ধৰি পদ্মৰাজনে নিৰন্তৰ সাহিত্য ৰচনা কাৰ্য্যত ব্ৰতী হৈ আহিছে।

**ৰচনাসমূহ** ঃ--গল্প সংগ্ৰহ--প্ৰহেলিকা, দ্বিতীয় উত্তেজনা, অপৰ ব্যক্তি, এক, দুই, তিনি।
উপন্যাস---হে নক্ষত্ৰ, প্ৰহৰী, মৃত্যুভেদৰ পুৰস্কাৰ, ইয়ালৈকে, ভাৰাৰ বাবে এখন হৃদয়।

## ১৭। ই, হৰিকুমাৰ

জন্ম ১৯৪৩ চন। মালয়ালম সাহিত্যৰ বিখ্যাত কবি ইটশোৰি গোবিন্দন নায়াৰৰ পুত্ৰ। প্ৰৱেশিকা পাছ কৰি চাকৰিৰ উদ্দেশ্যে কলিকতালৈ যায়। কলিকতাত এটি ব্যৱসায়িক সংস্থাত চাকৰি লয় আৰু নিশাৰ কলেজত ভৰ্ত্তি হয়। এনেদৰেই বি,এ, পাছ কৰে। কলিকতা, দিল্লী, বোম্বাই--এই তিনিওখন নগৰতেই তেওঁ চাকৰি কৰে। সংখ্যাত কম হলেও এওঁৰ ৰচনাৰ বৈশিষ্ট্য হৈছে---ভাব আৰু বিষয় বস্তুৰ গভীৰতা আৰু ভাষাৰ মধুৰতা।

**ৰচনাসমূহ** ঃ---গল্প সংগ্ৰহ---পইতাচোৰা।

## ১৮। আশমন্নুৰ হৰিহৰণ

সম্পূৰ্ণ নাম টি, কে, হৰিহৰণ জন্ম। ১৯৪০ চনত। মনোবিজ্ঞানত এম, এ, পাছ কৰি কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিৰক্ষা বিভাগত মনোবিজ্ঞানী হিচাবে নিযুক্তি পায়। তেওঁ কবি আৰু উপন্যাসিক।

**ৰচনাসমূহ** ঃ---প্ৰৱন্ধমালা--- মানসিক ৰোগ।
উপন্যাস-- হালধীয়া চৰাই।
খণ্ডকাব্য-- মৌ ৰস।